

# অসমীয়া বাল্মীকি-ৰামায়ণ

( মূলানুগত )

অনুবাদক

শ্ৰীকবিচন্দ্ৰ মহন্ত, বিদ্যাভূষণ বি. এ., বি. টি.

প্ৰথম সংস্কৰণ

১৯৬২

প্ৰকাশক
শ্ৰীকবিচন্দ্ৰ মহন্ত
গুৱাহটী, অসম।

পৰিবেশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম।

মূল্য— পকা বন্ধা ৪·৫০ ন. প.
কেঁচা বন্ধা ৪৲ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## শুভাশীষ-বাণী

মূল ৰামায়ণৰ অসমীয়া গদ্য অনুবাদ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰি শ্ৰীকবিচন্দ্ৰ মহন্তদেৱে এটি মহৎ কামৰ সূত্ৰপাত কৰিছে। অসমীয়া ভাষাৰ হিতৈষী মাত্ৰেই এই কামৰ সুচাৰু সাফল্যমণ্ডিত সম্পাদনৰ কাৰণে বাট চাই থাকিব।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ

## সাহিত্যক্ষেত্ৰত খ্যাতনামা সুধীসকলৰ অভিমত ঃ—

**শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ঃ—**

অনুবাদ সুৰলা আৰু সুখপাঠ্য হৈছে…………সোনকালে প্ৰকাশ কৰিব পাৰিলে আমাৰ সাহিত্যৰ এটা ডাঙৰ অভাব পূৰ্ণ হব। ২০।১।৬১

**ডঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঁঞা ঃ—**

It will serve the purpose of a treasure-house of Ramayanic lore in Assamese. 10. 7. 61

**ডঃ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা ঃ—**

Sri Mahanta is doing a very useful work for Assamese Literature………This type of work will improve tone and colour of modern Indian Literature. 7. 7. 61

**শ্ৰীতীৰ্থনাথ শৰ্ম্মা ঃ—**

অনুবাদত বাল্মীকিৰ প্ৰসন্ন-গম্ভীৰ ভাষাৰ ছাঁ হেৰাই যোৱা নাই।……… অসমীয়া ভাষাৰ অগ্ৰগতিৰ পথত বাল্মীকি-ৰামায়ণৰ এই অনুবাদে সমল আৰু প্ৰেৰণা যোগাব। ৬।৯।৫৯

**ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা ঃ—**

His translation is faithful and his prose-rendering is admirable……it will be a great contribution to our literature. 17. 8. 59

**শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী ঃ—**

……This version of the Ramayana will be of immense value and utility to those who want to read Valmiki in original. 20.11.59

**আচাৰ্য্য শ্ৰীমনোৰঞ্জন শাস্ত্ৰী ঃ—**

……এই গ্ৰন্থ প্ৰকাশ হলে অসমীয়া সাহিত্য-ভাণ্ডাৰৰ অমূল্য সম্পদ হব আৰু অসমীয়া ভাষাৰ গুৰুতৰ অভাব পূৰণ কৰিব। ৪।৪।৬০

**ডঃ শ্ৰীমহেশ্বৰ নেওগ ঃ—**

( ৰামায়ণৰ ) মূলৰ লগত আদ্যোপান্ত হুবহু পৰিচয় ঘটাব পৰা গদ্যানুবাদ এখনিৰ অভাব আমাৰ এটা ডাঙৰ দৈন্য আছিল। শ্ৰীমহন্তদেৱে সেই দৈন্যৰ নিৰাকৰণ কৰি আমাক যি ঐশ্বৰ্য্য দিব ওলাইছে তাৰ বাবে আমি তেখেতক আন্তৰিক ধন্যবাদ জনালোঁ। ২৩।১০।৬১

ৰামায় ৰামভদ্ৰায় ৰামচন্দ্ৰায় বেধসে।
ৰঘুনাথায় নাথায় সীতায়াঃ পতয়ে নমঃ॥

বাপ সোণ, অকালতে কালধৰ্ম্মৰ
বশবৰ্ত্তী হৈ তই মোক এৰি গ'লি। তোৰ স্মৃতিৰ
চকু-লোৰে লিখা ৰাম-মহিমাই, তই
য'তে আছ ত'তে তোক ৰক্ষা কৰি
থাকক, প্ৰভুৰ ওচৰত এয়ে
মিনতি।

# অনুবাদকৰ নিবেদন

সাহিত্য ক্ষেত্ৰত লব্ধপ্ৰতিষ্ঠ ডঃ সূৰ্য্যকুমাৰ ভূঞা, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা আৰু আন আন সুধীসকলৰ লগত চন্দ্ৰকান্ত অভিধানৰ কামত লাগি থকা কালৰ ভিতৰত তেখেতসকলৰ আলোচনাবোৰ শুনি সাহিত্যলৈ এটা অনুৰাগ জন্মে। তাৰেই ফলস্বৰূপ মূলানুগত অসমীয়া বাল্মীকি ৰামায়ণ আজি সাহিত্যসেৱী-সকলৰ ওচৰত আগ বঢ়ালোঁ, আৰু লগতে সেই সুধীসকললৈ মোৰ শ্ৰদ্ধাঞ্জলি জনালোঁ।

হাত-ভৰি বন্ধনত ৰাখি গানত প্ৰবৃত্তা গায়িকাৰ যেনে দশা, অনুবাদকৰ অৱস্থাও তদনুৰূপ। বাল্মীকি-ৰামায়ণ এখন মহাকাব্য ; তাৰ ভাব-গৰিমা, পদ-লালিত্য অননুকৰণীয় ; তথাপি মূলৰ ভাব যথাসম্ভৱ অক্ষুণ্ণ ৰাখি কামটো সমাধা কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা হোৱা নাই। কৃতকাৰ্য্যতা সুধীসকলৰ বিচাৰাধীন।

কামত আগবঢ়াৰ লগে লগে অসম-বাণীত ধাৰাবাহিক হিচাপে কেইটামান সৰ্গ প্ৰকাশিত হয়। এইখিনিতে সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতী দেৱলৈ মোৰ শলাগ জনালোঁ। তাৰ পিচত অভিমত বিচাৰি সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাতে ব্যুৎপত্তি থকা সুধীসকলৰ ওচৰ চাপোঁ। তেখেতসকলৰ অভিমতৰ সাৰাংশ যথাস্থানত সন্নিবেশিত কৰা হৈছে। তেখেতসকলৰ উৎসাহপূৰ্ণ বাণীকে আশ্ৰয় কৰি অনুবাদ গ্ৰন্থাকাৰে প্ৰকাশ কৰিবলৈ মনত বল পাওঁ। সেই মনীষীসকললৈ মোৰ শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম ভাইচ্‌চেন্সেলৰ, অসমৰ সুযোগ্য সন্তান, আমাৰ কৃষ্টি আৰু সাহিত্যৰ মুখ্য পৰিপোষক সন্দিকৈ পৰিয়ালৰ কৃতী বংশধৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ দেৱে এই অনুবাদৰ ওপৰত স্নেহদৃষ্টি ৰাখি তাৰ প্ৰথম খণ্ড প্ৰকাশনৰ বাবে ২০০০৲ (দুহেজাৰ) টকাৰ আৰ্থিক সাহায্য আগবঢ়াইছে। তাৰ বাবে অনুবাদক তেখেতৰ ওচৰত চিৰকৃতজ্ঞ। সন্দিকৈ দেৱে টকাখিনি সাহিত্য সভাৰ যোগেদি দিব খোজাত সাহিত্য সভাৰ বৰ্তমান প্ৰধান সম্পাদক ডঃ মহেশ্বৰ নেওগে ধনখিনি গ্ৰহণ কৰি মোক দিয়ে। এইটো তেখেতৰ আৰু সভাৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ বিশেষ অনুগ্ৰহৰ চিন।

এই টকাকে সম্বল কৰি অসম সাহিত্য ভাণ্ডাৰৰ অন্যতম পৰিপোষক লয়াৰ্চ বুক ষ্টলৰ অধ্যক্ষ শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা দেৱৰ আগ্ৰহ আৰু সদিচ্ছাৰ ওপৰত নিৰ্ভৰ কৰি বালকাণ্ড প্ৰকাশনৰ কাম আৰম্ভ হৈছে। ৰাইজৰ সহানুভূতিত সময়ত সমগ্ৰ ৰামায়ণখনে পোহৰৰ মুখ দেখিব বুলি আশা কৰিলোঁ।

বাল্মীকি-ৰামায়ণৰ বহুত সংস্কৰণ ঠায়ে ঠায়ে আছে। তিলক টীকাৰে সৈতে বোম্বাইৰ নিৰ্ণয়সাগৰ প্ৰেছৰ সংস্কৰণেই সৰ্ববাদীসম্মত সাধু সংস্কৰণ বুলি স্বীকৃত হোৱাত সেই কিতাপখনিকে

অনুবাদৰ কাৰণে লোৱা হৈছে, আৰু ঠায়ে ঠায়ে দুৰূহ শব্দৰ অৰ্থ বা পৌৰাণিক আখ্যান-বোৰত টীকাকাৰৰ ব্যাখ্যাকে গ্ৰহণ কৰা হৈছে। অনুবাদ যথাসম্ভৱ সৰল আৰু সুখপাঠ্য কৰা হৈছে। উপাধি-বহুল ঠাইত শব্দবোৰ ভাঙি দীঘলীয়া কৰিলে মূলৰ সৌন্দৰ্য্য সংৰক্ষিত নহয়—এয়ে পণ্ডিতসকলৰ অভিমত। মহাপুৰুষসকলৰ ৰচিত পুথিবোৰ পঢ়াত অভ্যস্ত অসমীয়া ৰাইজে তেনেবিধৰ শব্দক টান বোধ নকৰিব। এই খিনিতে শব্দৰ ব্যৱহাৰ সম্বন্ধে এক আষাৰ কথাৰ উল্লেখ কৰাটো উচিত হব। আমাৰ ভাষাত সম্বোধনত শব্দৰ বিশেষ পদৰ কোনো পৰিবৰ্ত্তন কৰা নহয়। কিন্তু অনুবাদৰ ভিতৰত ভাষাৰ গাম্ভীৰ্য্য ৰক্ষা কৰি সংস্কৃতৰ ৰীতি অনুসৰি ঠায়ে ঠায়ে আকাৰান্ত শব্দ একাৰান্ত কৰা হৈছে, যেনে, হে সীতে, হে বৰাননে, হে আয়তলোচনে, ইত্যাদি। সময়ত পদ-লালিত্য ৰক্ষা কৰিবলৈ স্ত্ৰীলিঙ্গবোধক শব্দৰ অকাৰান্ত বিশেষণ পদক আকাৰান্ত কৰি লিখা হৈছে, যেনে, ৰামৰ প্ৰাণপ্ৰিয়া, হিতাকাঙ্ক্ষিণী সাক্ষাৎ সৰ্বকাৰ্য্যসহায়িকা দেৱমায়াস্বৰূপা সুলক্ষণা নাৰীশ্ৰেষ্ঠা জানকী, ইত্যাদি। কিন্তু হে অনিন্দ্যসুন্দৰী, হে জনকনন্দিনী, বিশালাক্ষী, ইত্যাদি শব্দত সংস্কৃতৰ নিয়ম ৰক্ষা কৰি 'ঈ' ৰ ঠাইত 'ই' লিখা হোৱা নাই, কিয়নো তাৰ দ্বাৰা উচ্চাৰণত কোনো বৈষম্য নঘটে। সংস্কৃতৰ 'ইন্' ভাগান্ত শব্দবোৰ অসমীয়া ভাষাত প্ৰচলিত 'ঈ'কাৰান্ত শব্দৰ নিচিনাকৈ ব্যৱহাৰ কৰা হৈছে, যেনে, মন্ত্ৰীবৰ্গ, গুণীগণ ইত্যাদি। অশেষ যত্ন কৰিও সম্পূৰ্ণৰূপে বৰ্ণাশুদ্ধিৰ হাত সাৰিব নোৱাৰি সুধীসকলৰ ওচৰত ক্ষমা মাগিছোঁ।

সংস্কৃত বোৰ্ডৰ সম্পাদক আৰু সংস্কৃত শিক্ষাৰ পৰ্য্যবেক্ষক শ্ৰীজীবেশ্বৰ শৰ্ম্মা দেৱে অনুবাদৰ কাৰণে কিতাপখন দি অনুবাদকক কৃতজ্ঞতা পাশত বান্ধি ৰাখিছে। কিতাপখন নোপোৱা হলে সম্ভৱতঃ অনুবাদৰ কাম হাততে লোৱা নহলহেতেন।

মুনিকুল আশ্ৰমৰ অধ্যক্ষ শ্ৰীবিপিনচন্দ্ৰ গোস্বামী দেৱে কেইটামান সৰ্গ মূলৰ লগত মিলাই চাইছে আৰু চৰকাৰী প্ৰকাশন বিভাগৰ সম্পাদক শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী দেৱে গুৰিৰে পৰা ধাৰাবাহিক হিচাপে অনুবাদখিনি মূলৰ লগত মিলাই চাই দিয়াত কিতাপখন ৰাইজৰ আগত দাঙি ধৰিবলৈ সাহস পাইছোঁ। তেখেতে অনুগ্ৰহ কৰি ভূমিকাটো লিখি দি কিতাপখনৰ সৌষ্ঠৱ বঢ়াইছে। মই তেখেতসকললৈ শ্ৰদ্ধাঞ্জলি আগ বঢ়ালোঁ। বিহগী কবি শ্ৰীৰঘুনাথ চৌধাৰী দেৱে তেখেতৰ স্নেহাশীষপূৰ্ণ বাণীৰে কামত আগবাঢ়িবলৈ যি উদ্গনি দি আছিল মই তাক পাহৰিব নোৱাৰোঁ। একোবাৰ নিৰাশাৰ ভিতৰত তেখেতৰ আশ্বাস-বাণীয়ে অনুবাদৰ কাম জীয়াই ৰাখিছে বুলিব লাগিব। তেখেতক মোৰ শ্ৰদ্ধাঞ্জলি জনালোঁ।

সদৌ শেহত কলিকতাৰ নৱজীৱন প্ৰেছৰ অধ্যক্ষ মোৰ অনুজোপম শ্ৰীকালীচৰণ পাল মহোদয়ে অশেষ অসুবিধাৰ ভিতৰতো কিতাপখনিলৈ বিশেষ আগ্ৰহ দেখুৱাই প্ৰকাশনৰ সুযোগ দিয়াত তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

এই প্ৰচেষ্টাৰ পৰা অসমীয়া সাহিত্যৰ সেৱা কিঞ্চিৎ পৰিমাণে সাধিত হলেও অনুবাদক ধন্য হব।

গুৱাহাটী
১৫।১১।৬১ ইং

শ্ৰীকবিচন্দ্ৰ মহন্ত

# ভূমিকা

"কূজন্তং ৰামৰামেতি ৱন্দে বাল্মীকি-কোকিলম্।"

ৰামায়ণ আৰু মহাভাৰত ভাৰতৰ দুখন মহাকাব্য। ৰামায়ণক আদি কাব্য আৰু বাল্মীকিক আদি কৱি বোলা হয়। ভাৰতীয় পৰম্পৰা মতে ৰামায়ণৰ আগতে কোনো কাব্য ৰচনা হোৱা নাছিল আৰু বাল্মীকিৰ আগতে কোনো লৌকিক কৱিও নাছিল।

ৰামায়ণক আদি কাব্য বোলাৰ কাৰণৰূপে ৰামায়ণৰ উৎপত্তিৰ বিষয়ে বালকাণ্ডত এটা আখ্যান আছে।

এদিন শিষ্য ভৰদ্বাজৰ সৈতে বাল্মীকি মুনি তমসা নৈত গা ধুবলৈ গৈছিল। গা ধুবলৈ ধৰোঁতেই মুনিৰ চকুত পৰিল—এটা ব্যাধে ক্ৰৌঞ্চমিথুনৰ (কনুৱা চৰাই এহালৰ) মতাটোক শৰ মাৰি বধ কৰাত মাইকী জনীয়ে বেজাৰত চটফটাই কান্দিবলৈ ধৰিছে। কনুৱাৰ করুণ বিননিয়ে বাল্মীকিৰ তপস্যা-সমাহিত অন্তৰত শোকৰ জোৱাৰ তুলিলে আৰু মুনিৰ অন্তৰ ভেদি ওলোৱা শোক শ্লোকাকাৰে মুখেদি প্ৰকাশ হ'ল।

"ক্ৰৌঞ্চদ্বন্দ্ববিয়োগোত্থঃ শোকঃ শ্লোকত্বমাগতঃ।" (ধ্বন্যালোক) শোকত অভিভূত মুনিয়ে ক'বকে নোৱাৰিলে তেওঁৰ মুখেদি নো কি প্ৰকাশ হ'ল। মুনিয়ে ব্যাকুল হৈ নিজকে প্ৰশ্ন কৰিলে—"কিমিদং ব্যাহৃতং ময়া?"

তেনে সময়তে ব্ৰহ্মা আহি তাত উপস্থিত হ'ল। ব্ৰহ্মাই তেওঁক ৰামায়ণ কাব্য ৰচনা কৰি ৰাম-কথা পৃথিৱীত প্ৰচাৰ কৰিবলৈ উপদেশ দিলে। লগতে ভৱিষ্যদ্-বাণী কৰিলে,

"যাৱৎ স্থাস্যন্তি গিৰয়ঃ সৰিতশ্চ মহীতলে।
তাৱৎ ৰামায়ণী-কথা লোকেষু প্ৰচৰিষ্যতি॥"

(যেতিয়ালৈকে পৃথিৱীত পৰ্বত আৰু নৈ থাকিব, তেতিয়ালৈকে ৰামায়ণৰ আখ্যান মানুহৰ মাজত প্ৰচাৰ হৈ থাকিব।) ৰাম-কথা পৃথিৱীত প্ৰচাৰ হ'ল। ৰাম-কথাই ভাৰতীয় লোকৰ হৃদয় সম্পূৰ্ণৰূপে অধিকাৰ কৰিলে। ৰামায়ণত ভাৰতীয় নৰ-নাৰীয়ে ভক্তি-মুক্তিৰ সন্ধান পালে; ধৰ্ম-অৰ্থ-কাম-মোক্ষৰ উপদেশ পালে। ৰাম-সীতাৰ পৱিত্ৰ কাহিনী দুখীয়াৰ ভগা পঁজাৰপৰা ৰজা-মহাৰজাৰ অট্টালিকালৈকে সকলোতে সমানে প্ৰচাৰ হ'ল। সকলোৱে ৰামায়ণৰ অলৌকিক আখ্যান ভক্তি আৰু শ্ৰদ্ধাৰে গ্ৰহণ কৰিলে। ভাৰতীয় লোকৰ বাবে ৰামায়ণত অবিশ্বসনীয় একোৱেই নাই।

ৰামায়ণৰ (মহাভাৰতৰ) বাহিৰে পৃথিৱীত এনে এখন দ্বিতীয় গ্ৰন্থ নাই, যিখনে হেজাৰ-হেজাৰ বছৰ জুৰি কোটি-কোটি নৰ-নাৰীৰ অন্তৰ জয় কৰি বিৰাজ কৰিব পাৰিছে। নিৰৱধি কালৰ সোঁতত বিপুলা পৃথিৱীত ব্ৰহ্মাৰ ভৱিষ্যদ্-বাণী সফল হৈছে।

ৰামায়ণ একাধাৰে মহাকাব্য আৰু ধৰ্মগ্ৰন্থ। ৰামায়ণে বিশ্বাসী নৰ-নাৰীৰ অন্তৰত জীৱনৰ আদৰ্শ, ত্যাগৰ মহিমা, সত্যনিষ্ঠাৰ জ্বলন্ত আদৰ্শ দাঙি ধৰিছে ; অৱসাদৰ সময়ত অন্তৰত প্ৰেৰণা যোগাইছে আৰু শোকত সান্ত্বনাৰ বাণীৰে জীৱনৰ এন্ধাৰ বাট উজলাই তুলিছে। আজি কেবা হেজাৰ বছৰ ধৰি কবি মহাকবি সকলে ৰামায়ণৰ পাৱনী কথা জনসমাজত নতুন নতুন ৰূপে প্ৰচাৰ কৰি ৰাম-কথাৰ সোঁত বোৱাই ৰাখিছে।

ৰামায়ণৰ কাব্য-স্বৰূপ সম্বন্ধে আলোচনা কৰি ৰবীন্দ্ৰনাথ ঠাকুৰে লেখা কথা এছোৱাৰ সাৰমৰ্ম্ম এনে—

ৰামায়ণৰ বিশেষত্ব এয়ে যে ই ঘৰৰ কথাকে অত্যন্ত বৃহৎ কৰি তুলিছে। পিতা-পুত্ৰ, ভাই-ককাই আৰু স্বামী-স্ত্ৰীৰ ভিতৰত যি ধৰ্মৰ বান্ধোন, প্ৰীতি-ভক্তিৰ সম্বন্ধ, ৰামায়ণে তাকে ইমান মহান্ কৰি তুলিছে যে সি অতি সহজেই মহাকাব্যৰ উপযুক্ত হৈছে। দেশ-জয়, শত্ৰু-বিনাশ, দুটা প্ৰৱল বিৰোধী পক্ষৰ প্ৰচণ্ড আঘাত-সংঘাত—এইবিলাক কথাই সাধাৰণতে মহাকাব্যৰ ভিতৰত আন্দোলন-উদ্দীপনাৰ সঞ্চাৰ কৰে। কিন্তু ৰামায়ণৰ মহিমা ৰাম-ৰাৱণৰ যুদ্ধক আশ্ৰয় কৰি থকা নাই, সেই যুদ্ধ-ঘটনা ৰাম আৰু সীতাৰ দাম্পত্য প্ৰীতিকে উজ্জ্বল কৰি দেখুৱাবৰ উপলক্ষ মাথোন। পিতাৰ প্ৰতি পুত্ৰৰ বশ্যতা, ভাইৰ প্ৰতি ভাইৰ আত্মত্যাগ, পতি-পত্নীৰ পৰস্পৰৰ মাজত নিষ্ঠা আৰু প্ৰজাৰ প্ৰতি ৰজাৰ কৰ্তব্য কিমান দূৰলৈকে যাব পাৰে, ৰামায়ণে তাকে দেখুৱাইছে। এইদৰে ব্যক্তিবিশেষৰ, প্ৰধানকৈ ঘৰৰ সম্পৰ্কবিলাক কোনো দেশৰ মহাকাব্যত ইমান ব্যাপক ভাৱে বৰ্ণনীয় বিষয় বুলি গণ্য হোৱা নাই।

* * *

গাৰ্হস্থ্য ধৰ্মক বনবাসৰ অগ্নি-পৰীক্ষাৰ মাজেদি উত্তীৰ্ণ কৰি ৰামায়ণে গৃহাশ্ৰম ধৰ্মৰে জয় ঘোষণা কৰিছে। গৃহাশ্ৰম যে সকলোৰে সুখ-সুবিধাৰ কাৰণে তাকেই ৰামায়ণে প্ৰকাশ কৰিছে। কৈকেয়ী-মন্থৰাৰ কূট চক্ৰান্তৰ দ্বাৰা অযোধ্যাৰ ৰাজপৰিয়ালত উদ্ভৱ হোৱা গৃহকন্দলৰ ফলত পৰিয়াল ছিন্ন-ভিন্ন হ'ল ; কিন্তু গৃহাশ্ৰম ধৰ্ম অটুত থাকিল।

ঐতিহাসিক দৃষ্টিভঙ্গীৰে আলোচনা কৰাসকলে ৰামায়ণ আৰু মহাভাৰতৰ তুলনামূলক আলোচনা কৰি কৈছে যে পাচত অনেক নতুন কথা যোগ হৈ মহাভাৰতৰ কলেৱৰ পুষ্ট হৈছে ; কিন্তু ৰামায়ণত তেনে সংযোগ হোৱা নাই। বৰ্তমান মহাভাৰত লক্ষ শ্লোকাত্মক আৰু ৰামায়ণ ইয়াৰ এক-চতুৰ্থাংশৰ সমান। ৰামায়ণত আৰ্য্য সভ্যতাৰ দাক্ষিণাত্য বিজয়ৰ বৰ্ণনা কৰা হৈছে বুলিও বহুতে ভাৱে। আন কোনো কোনোৰ মতে ৰামায়ণত অযোধ্যা, কিষ্কিন্ধ্যা আৰু লঙ্কা, এই তিনিখন ঠাইক কেন্দ্ৰ কৰি গঢ়ি উঠা তিনিটা সভ্যতাৰ আভাস দিয়া হৈছে। মুঠতে, ৰামায়ণত সেই যুগৰ সমাজ আৰু সংস্কৃতিৰ পৰিচয় পোৱা যায়।

আৰ্য্য-অনাৰ্য্য, ৰাক্ষস-বান্দৰ, ৰাজ্য-আশ্ৰম, শিল্প-বাণিজ্য, সাজ-পোছাক, খোৱা-বোৱা, সাহিত্য-সঙ্গীত, কলা-বিজ্ঞান, শিষ্টাচাৰ, ধৰ্ম, দৰ্শন, স্থাপত্য-ভাস্কৰ্য্য আদি বিবিধ বিষয়ৰ বৰ্ণনা আৰু উল্লেখ ৰামায়ণত আছে। সকলোবোৰৰ উল্লেখ বা আলোচনা নকৰি আমি মাথোঁ ইয়াকে ক'ব খোজোঁ যে সেই যুগৰ সংস্কৃতিৰ ধাৰা আজিও অব্যাহত ভাৱে বৈ আছে আৰু সিয়েই ভাৰতীয় জন-গণৰ সাংস্কৃতিক জীৱন নিয়ন্ত্ৰিত কৰিছে আৰু জীৱনৰ আদৰ্শ দাঙি ধৰিছে।



ৰামায়ণৰ সাতোটা কাণ্ডৰ পাঁচোটা কাণ্ডহে পুৰণি, আদিকাণ্ড বা বালকাণ্ড আৰু উত্তৰাকাণ্ড বহুত পিছত মূলৰ পাঁচকাণ্ড ৰামায়ণৰ লগত যোগ দিয়া হৈছে বুলি বহুত পণ্ডিতৰ মত। কোনোৱে আদিকাণ্ডৰ বিষয়ে তেনে সন্দেহ প্ৰকাশ নকৰিলেও উত্তৰাকাণ্ড পিছত ৰচিত বুলি দৃঢ়ভাৱে কয়। তেওঁলোকৰ মতে যেতিয়া ৰাম-কথা প্ৰচাৰ হোৱাৰ পিছত ৰাম ঐশ্বৰিক পুৰুষ বা ঈশ্বৰৰ অৱতাৰ বুলি পৰিগণিত হবলৈ ধৰিলে, তেতিয়া ৰাম কোন, সীতা কোন, ৰাৱণ কোন আদি প্ৰশ্নই মানুহৰ মনত দেখা দিলে আৰু তাৰ সমাধানৰূপে আদিকাণ্ড আৰু উত্তৰাকাণ্ডৰ ৰামায়ণত সংযোগ হ'ল। স্বৰূপতে আদিকাণ্ডৰ অৱতৰণিকা অংশত নাৰদ-ব্ৰহ্মাৰ কথোপকথনৰ যোগেদি ৰামৰ ঐশ্বৰিকত্ব প্ৰতিপাদন কৰা হৈছে। উত্তৰাকাণ্ডতো ৰাক্ষসৰ জন্মবৃত্তান্তকে আদি কৰি লক্ষ্মণ-বৰ্জন আৰু ৰামৰ সৰযু-প্ৰৱেশ আদি বিবিধ ঐশ্বৰিক মহিমাযুক্ত অলৌকিক ঘটনাৰ সমাৱেশ আছে। সমগ্ৰ ৰামায়ণতে পূৰ্ণব্ৰহ্মত্বৰ আভাস দি পাঁচ কাণ্ডত ৰামক এজন আদৰ্শ ক্ষত্ৰিয় বীৰপুৰুষ, ৰজা আৰু প্ৰজাপালক ৰূপেই চিত্ৰিত কৰা হৈছে যেন লাগে। উত্তৰাকাণ্ডত বৰ্ণনা কৰা দুই এটা কথা আগৰ বৰ্ণনাৰ সৈতে নিমিলেও। উদাহৰণ স্বৰূপে আদি-কাণ্ডৰ অহল্যা উপাখ্যানৰ সৈতে উত্তৰাকাণ্ডৰ অহল্যা উপাখ্যানৰ মিল নাই। সি যি হওক, অন্ততঃ কেবাহেজাৰ বছৰৰ আগতে ৰাম ঈশ্বৰৰ দশ অৱতাৰৰ অন্যতম অৱতাৰ ৰূপে পৰিগণিত হৈছে।

"মৎস্যঃ কূৰ্ম্মো ৱৰাহশ্চ নৰসিংহোঽথৱামনঃ।
ৰামোৰামো ৰামশ্চেতি বুদ্ধ-কল্কী চ ত দশ॥" এই কথাষাৰ বহুত পুৰণি।

খৃষ্টজন্মৰ সময়তে কবি ভাসে ৰাম-কথা নাটকৰ যোগেদি দৰ্শকৰ আগত ৰঙ্গমঞ্চত দাঙি ধৰিছিল আৰু আজিলৈকে সেই সোঁত বৈ আছে।

বাল্মীকি-প্ৰণীত ৰামায়ণৰ বাহিৰেও ৰামায়ণ নামৰ আৰু কেইখনমান গ্ৰন্থ পোৱা যায়। তাৰ ভিতৰত যোগবাশিষ্ঠ ৰামায়ণ, অধ্যাত্ম ৰামায়ণ আৰু অদ্ভুত ৰামায়ণ উল্লেখযোগ্য। অধ্যাত্ম ৰামায়ণ ব্যাস ৰচিত বুলি কোৱা হয়, কিয়নো অধ্যাত্ম ৰামায়ণ, ব্ৰহ্মাণ্ড পুৰাণৰ অন্তৰ্গত। ইয়াত উমা-মহেশ্বৰৰ সংবাদৰ যোগেদি ৰামচন্দ্ৰৰ ব্ৰহ্মত্ব প্ৰতিপাদন কৰা হৈছে। যোগবাশিষ্ঠ ৰামায়ণ আৰু অদ্ভুত ৰামায়ণ বাল্মীকি-বিৰচিত বুলি বিশ্বাস কৰা হয়, যদিও, যুক্তি-প্ৰমাণত নিটিকে। যোগবাশিষ্ঠত ৰামচন্দ্ৰৰ প্ৰশ্নত বশিষ্ঠই বৈৰাগ্য, মুক্তি আদি বিষয়ৰ মীমাংসা কৰি উত্তৰ দিছে। অদ্ভুত ৰামায়ণত হেজাৰ-বাহু ৰাৱণৰ নিধনৰ কথা আছে। কিন্তু ৰামায়ণ বুলিলে বাল্মীকি প্ৰণীত ৰামায়ণকহে বুজা যায়।

ৰামায়ণৰ আখ্যানৰ সমান্তৰাল আখ্যান এটা দশৰথ জাতকতো আছে।

মহাভাৰত, পদ্মপুৰাণ আদি কেবাখনো পুৰাণত সংক্ষেপে ৰামায়ণৰ আখ্যান সন্নিবিষ্ট হৈছে। ঠায়ে ঠায়ে আখ্যান ভাগত সৰু সৰু যোগ-বিয়োগো হৈছে।

জনসমাজত 'ৰাম নোহওঁতেই ৰামায়ণৰ সৃষ্টি' বুলি যিটো প্ৰবাদ চলিত আছে, পাৰমাৰ্থিক তত্ত্বৰ ফালৰপৰা সেইটো অসত্য নহলেও ৰামায়ণত উল্লিখিত বৰ্ণনাৰ পৰা তেনে প্ৰমাণ পোৱা নাযায়। বালকাণ্ডৰ প্ৰথম আৰু চতুৰ্থ সৰ্গৰপৰা ভালদৰে বুজিব পাৰি যে ৰাক্ষসকুল ধ্বংস কৰি আহি ৰাম অযোধ্যাৰ ৰাজপাটত অভিষিক্ত হৈ ৰাজ্য শাসন কৰি থকা কালৰ ভিতৰতহে ৰামায়ণ

ৰচিত হৈছিল। প্ৰথম সৰ্গত দেৱৰ্ষি নাৰদে যুদ্ধকাণ্ডৰ শেহলৈকে ঘটনাবোৰ অতীত কালৰ ঘটনা হিচাপে বৰ্ণনা কৰি ৰামৰ ৰাজ্য শাসনৰ কথাখিনি বৰ্ণনা কৰোঁতে ভৱিষ্যত কালহে ব্যৱহাৰ কৰিছে। চতুৰ্থ সৰ্গৰ ১৭শ আৰু ১৮শ শ্লোকত লৱ-কুশৰ মুখৰপৰা ৰামায়ণৰ গীত শুনি ঋষিসকলে কৈছিল—

... . .........অহো গীতস্য মাধুৰ্য্যং শ্লোকানাঞ্চ বিশেষতঃ ॥ ১৭

চিৰনিৰ্বৃত্তমপ্যেতং প্ৰত্যক্ষমিব দৰ্শিতম্ ..... ............ ॥ ১৮

[ আহা কি মধুৰ এই গীত, বিশেষকৈ এই শ্লোকাৱলীৰ মাধুৰ্য্যই বা কি ? ঘটনা বহুদিন আগতে হৈ গলেও আমাৰ যেন চকুৰ আগতেহে ঘটিব লাগিছে। ] ইয়াৰপৰা বুজিব পাৰি ৰামায়ণৰ ৰচনা কাল ৰাম লঙ্কাৰ পৰা উভতি অহাৰ বহুকালৰ পিচত। ৰামায়ণৰ কেবাটাও সংস্কৰণ আছে। সমগ্ৰ ভাৰতৰ ৰামায়ণৰ সংস্কৰণ সমূহ তিনিটা ভাগত ভগাব পাৰি। (১) পূব ভাৰতৰ সংস্কৰণ, (২) কাশী সংস্কৰণ, (৩) পশ্চিম ভাৰতৰ সংস্কৰণ। প্ৰত্যেক সংস্কৰণতে আনবোৰ সংস্কৰণত নথকা অনেক নতুন শ্লোক পোৱা যায়। সকলোবোৰ সংস্কৰণৰ শ্লোকসমূহ গোটাই, তাৰপৰা সকলো সংস্কৰণতে থকা শ্লোকবিলাক বাচি উলিয়ালে, প্ৰত্যেক সংস্কৰণতে প্ৰায় এক-তৃতীয়াংশ নতুন শ্লোক ওলাব।

ভাৰতৰ প্ৰায়বোৰ ৰাজ্যিক ভাষালৈকে আজি কেবা শ বছৰৰ আগতে ৰামায়ণৰ ভাঙনি হৈছে। তামিল কবি কম্বনে দ্বাদশ শতিকাতে কম্বন ৰামায়ণ ৰচনা কৰে। ইয়াক ভাঙনি বোলাতকৈ ছায়া বোলা হে ভাল। গোস্বামী তুলসীদাসৰ ৰাম-চৰিত মানসো ৰামায়ণৰ আশ্ৰয়ত লেখা ভক্তিমূলক ৰাম-কথাৰ গ্ৰন্থ।

বৰাহী ৰজা মহামাণিক্যৰ আদেশত অপ্ৰমাদী কৱি মাধৱ কন্দলীয়ে খৃষ্টীয় চতুৰ্দশ শতিকাতে ৰামায়ণৰ অসমীয়া পদ ভাঙনি কৰে। মাধৱ কন্দলীয়ে সাতকাণ্ড ৰামায়ণৰ ভাঙনি কৰিছিল নে নাই জনা নাযায়; কিন্তু প্ৰায় এশ বছৰৰ পিছত কন্দলী ৰামায়ণৰ পাঁচকাণ্ডহে পোৱা গৈছিল। এই অসম্পূৰ্ণতা দূৰ কৰিবলৈ মহাপুৰুষ মাধৱদেৱে আদিকাণ্ড আৰু মহাপুৰুষ শঙ্কৰদেৱে উত্তৰা-কাণ্ড ৰামায়ণৰ ভাঙনি কৰি কন্দলীৰ ৰামায়ণৰ ভাঙনিৰ লগত যোগ দিয়ে আৰু বৰ্তমান আমি তাকে পাইছোঁ। মাধৱ কন্দলীয়ে যদি প্ৰকৃততে পাঁচকাণ্ড ৰামায়ণৰহে ভাঙনি কৰিছিল, তেনেহলে ৰামায়ণৰ মূল নিৰ্ণয়ত, ই এটা প্ৰমাণ হ'ব। ৰামায়ণৰ অসমীয়া ভাঙনিত বাল্মীকি ৰামায়ণত নথকা দুই-চাৰিটা উপাখ্যানৰ সমাৱেশ দেখা যায়। এনে উপাখ্যান পুৰাণ-উপপুৰাণৰ-পৰা অসমীয়া ৰামায়ণত সন্নিবিষ্ট কৰা হৈছে। উদাহৰণ স্বৰূপে অহল্যা আখ্যানলৈকে আঙুলিয়াব পাৰি। বাল্মীকি ৰামায়ণত অহল্যাধৰ্ষণৰ পিছত ইন্দ্ৰৰ অণ্ডকোষ খহি পৰা আৰু তাৰ ঠাইত মেষবৃষণ সংযোগ কৰাৰ কথাহে পোৱা যায়। অসমীয়া ৰামায়ণৰ অহল্যা আখ্যানত থকা ইন্দ্ৰৰ শৰীৰত সহস্ৰ-যোনি হোৱা আৰু সেয়ে পিছত অক্ষ ( চকু )-লৈ পৰিৱৰ্তন হৈ ইন্দ্ৰ সহস্ৰাক্ষ হোৱা, উত্তৰ দিশত পদ্মৰ তন্তুত লুকাই থকা ইন্দ্ৰক লাভ কৰিবলৈ ইন্দ্ৰৰ ভাৰ্য্যা শচীয়ে দুৰ্গাপূজা কৰাৰ কথা ব্ৰহ্মবৈৱৰ্ত্তপুৰাণৰপৰা অনা হৈছে। সেইদৰেই বনবাসত থকা কালত সীতাৰ ৰূপত মুগ্ধ হৈ কাউৰী এটাই সীতাৰ স্তনত আঘাত কৰা আৰু ৰামে ঐষিকাস্ত্ৰেৰে কাউৰীৰ চকু কণা কৰাৰ আখ্যানাংশ বাল্মীকি ৰামায়ণৰ কোনো কোনো সংস্কৰণত আছে যদিও বহুতৰ মতে ই প্ৰক্ষিপ্ত।



সচৰাচৰ কৰাৰ দৰেই অসমীয়া ৰামায়ণত আখ্যান ভাগ ৰসাল আৰু অলপ পল্লৱিত কৰা হৈছে; বৰ্ণনা, নীতি কথা, আলোচনা আদি অংশত কিছু পৰিমাণে সংকোচ সাধনো কৰা হৈছে।

ছশ বছৰৰ আগৰ সমাজৰ কাৰণে ৰচিত অপ্ৰমাদী কৱি মাধৱ কন্দলীৰ ৰামায়ণে আজিও সমানে অসমীয়া পাঠকৰ মনোৰঞ্জন কৰি অসমীয়া সাহিত্যৰ অক্ষয় সম্পদ ৰূপে বিৰাজ কৰিছে। তথাপি বাল্মীকি ৰামায়ণৰ সৈতে বৰ্তমান সময়ৰ অসমীয়া পাঠকৰ আৰু ঘনিষ্ঠ পৰিচয়ৰ আৱশ্যক হৈ পৰিছে। মূল ৰামায়ণৰ পঠন-পাঠনৰদ্বাৰাহে এনে প্ৰয়োজন সিদ্ধ হ'ব পাৰে। কিন্তু সকলোৱে সংস্কৃত ভাষাত বাল্মীকি ৰামায়ণ পাঠ কৰা সম্ভৱ নহয়; গতিকে মূলৰ বিশ্বাসযোগ্য অসমীয়া অনুবাদৰ যোগেদি সেই আশা পূৰ কৰিব পাৰে। বঙলা ভাষাত প্ৰায় আশী বছৰ আগতে বাল্মীকি ৰামায়ণৰ প্ৰথম গদ্য অনুবাদ প্ৰকাশ হৈছিল। তাৰ পিছত আৰু কেবাজনেও বঙলা ভাষাত ৰামায়ণৰ গদ্য অনুবাদ প্ৰকাশ কৰিছে। হিন্দী ভাষাতো ৰামায়ণৰ একাধিক গদ্য অনুবাদ প্ৰকাশ হোৱা দেখা গৈছে। অসমীয়া ভাষাত আজিলৈকে ৰামায়ণৰ এনে অনুবাদ প্ৰকাশ নোহোৱাটো দুখৰ বিষয়। সকলো প্ৰকাৰ ৰচনাইহে সাহিত্য পূৰ্ণাঙ্গ কৰে।

কৰ্মজীৱনত দেশৰ ল'ৰা-ছোৱালীৰ শিক্ষা দান ব্যৱস্থাৰ দায়িত্ব গ্ৰহণ কৰি, অৱসৰ লৈ এতিয়া শ্ৰীকবিচন্দ্ৰ মহন্তদেৱে অসীম ধৈৰ্য্য আৰু সাহসেৰে সমাজৰ মানসিক শিক্ষাৰ কামত আগ বাঢ়িছে—বাল্মীকি-ৰামায়ণৰ অসমীয়া গদ্যানুবাদৰ দুৰূহ কাৰ্য্যেৰে। অকলশৰে এনে বিৰাট কাম সম্পাদন কৰিবলৈ ওলোৱাটো নিষ্ঠা আৰু একাগ্ৰতাৰে নিদৰ্শন। তেখেতৰ অধ্যৱসায় প্ৰশংসনীয়।

যি কোনো ভাষাৰপৰাই ভাষান্তৰ সমাৰোপণ কৰা কামটি অতি দুৰূহ; ভাৱ-সম্পদাঢ্য, সমাস-বহুল, শব্দ-বৈচিত্ৰ্যপূৰ্ণ সংস্কৃত ভাষাৰ ক্ষেত্ৰত এই কথা বিশেষভাৱে খাটে। ৰামায়ণৰ অসমীয়া ভাঙনি কৰোঁতে মহন্তদেৱে এটা চকু ৰাখিব লগা হৈছে কেবা হেজাৰ বছৰৰ আগৰ বাল্মীকিৰ মনোৰাজ্যত আৰু আনটো চকুৰে সতৰ্ক দৃষ্টি কৰিব লগা হৈছে বৰ্তমান যুগৰ অসমীয়া সাহিত্যৰ বচন-ভঙ্গীৰ ফালে। গতিকে কেতিয়াবা হঠাতে উজুটি খোৱা যেন দেখিলেও তেখেতে সতৰ্কভাৱেৰেই আগবাঢ়িব পাৰিছে।

বালকাণ্ড আৰু অযোধ্যাকাণ্ডৰ অসমীয়া ভাঙনি প্ৰতিটো মূল শ্লোকৰ সৈতে তন্ন তন্নকৈ মিলাই চাই মহন্তদেৱৰ ভাঙনি নিৰ্ভৰযোগ্য, ভ্ৰম-প্ৰমাদশূন্য বুলি আমি ক'ব পৰা হৈছোঁ। ৰামায়ণৰ এই ভাঙনিয়ে মূল ৰামায়ণ পঢ়াৰ সুযোগ দিয়াৰ উপৰিও, বৰ্ণনা-ভঙ্গী, শব্দ-চয়ন, উপমা-বিন্যাস আদিৰে অসমীয়া সাহিত্যৰ সম্পদ বৃদ্ধি কৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

গুৱাহাটী
১৫ আগষ্ট '৬১ }

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# বিষয়ানুক্ৰম

## বালকাণ্ড

ইতি বালকাণ্ডৰ বিষয়ানুক্ৰম সমাপ্ত

# সচিত্ৰ

# অসমীয়া বাল্মীকি-ৰামায়ণ

( মূলানুগত )

## বাল-কাণ্ড

## প্ৰথম সৰ্গ

### নাৰদ-বাল্মীকি সম্বাদ

এদিনাখন ভগবান বাল্মীকিয়ে মুনিশ্ৰেষ্ঠ, তপস্যা-পৰায়ণ, স্বাধ্যায়ৰত*, বেদজ্ঞ-প্ৰবৰ নাৰদৰ ওচৰত উপস্থিত হৈ প্ৰশ্ন কৰিলে, "ভগবন, বৰ্ত্তমান দিনত পৃথিবীৰ ভিতৰত কোন এনে এজন আছে যিজন গুণবান, বীৰ্য্যশালী, ধৰ্ম্মজ্ঞ, কৃতজ্ঞ, সত্যবাদী, দৃঢ়ব্ৰত, চৰিত্ৰবান আৰু সৰ্ব্বজন হিতকাৰী ; যিজন বিদ্বান, প্ৰিয়দৰ্শন, সংযতবাক, জিতক্ৰোধ, দীপ্তিমান আৰু অসূয়াশূন্য ; যাৰ মহাক্ৰোধত দেৱতা আৰু অসুৰকুলো সন্ত্ৰস্ত। হে মহৰ্ষি, এনে এজনৰ কথা আপোনাৰ জনা থাকিলে শুনিবলৈ মোৰ কৌতুহল হৈছে। ১—৫

বাল্মীকিৰ কথা শুনি ত্ৰিলোকজ্ঞ নাৰদে আনন্দিত চিত্তে মুনিক সম্বোধন কৰি কলে, "হে মুনিবৰ, তুমি যিবোৰ গুণৰ কথা উল্লেখ কৰিলা সেই সকলো এজনতে একেলগে পোৱা দুৰ্ল্লভ, তথাপি এনে এজনৰ কথা মই জানো ; কওঁ শুনা। ৬—৭

সেইজনেই হৈছে ইক্ষ্বাকুকুলজাত ৰজা, জনসমাজত ৰাম নামে খ্যাত। তেওঁ সংযতাত্মা, বীৰ্য্যবান, দীপ্তিমান, ধৈৰ্য্যশীল আৰু জিতেন্দ্ৰিয় ; বুদ্ধিমান, নীতিবিদ, বাগ্মী আৰু শত্ৰুকুল বিনাশক। তেওঁৰ শৰীৰৰ বৰণ স্নিগ্ধ, তেওঁৰ সকলো অঙ্গ সুশ্ৰী আৰু সুলক্ষণ সম্পন্ন ; আকৃতিত তেওঁ অতি ওখ অথবা অতি চুটি নহয় ; তেওঁৰ শিৰোভাগ সমবৃত্তাকাৰ, ললাট উন্নত আৰু চকু দুটি আকৰ্ণবিস্তৃত ; গণ্ডস্থল উন্নত আৰু মাংসল ; গ্ৰীবা কম্বুসদৃশ ত্ৰিৰেখা

* স্বাধ্যায় = বেদপাঠ।

বিশিষ্ট, স্কন্ধদেশ সুপুষ্ট মাংসপেশীৰে আবৃত, বুকু বিশাল, ডিঙি আৰু বুকুৰ হাড় মঙহেৰে ঢাক খোৱা; বাহু আজানুলম্বিত। তেওঁ মহা ধনুৰ্দ্ধৰ, প্ৰতাপবান আৰু অৰিন্দম; গমনত গজেন্দ্ৰ সদৃশ। মুঠতে তেওঁ সৰ্ব্বতোভাবে লক্ষ্মীবান আৰু সৰ্ব্বসুলক্ষণ-সম্পন্ন। তেওঁ ধৰ্ম্মজ্ঞ, সত্যপৰায়ণ, জ্ঞানী, অন্তৰে বাহিৰে শুচি, গুৰুজনৰ বশ্য আৰু তত্ত্ববিষয়ে সুস্থিৰ মতিসম্পন্ন; তেওঁ প্ৰজাপতিসদৃশ শ্ৰীমান আৰু প্ৰজা-পৰিপালক, শত্ৰুকুল বিনাশক আৰু জীৱলোকৰ পৰিৰক্ষক; নিজ আৰু স্বজনৰ ধৰ্ম্মৰক্ষক, বেদবেদাঙ্গাদি সৰ্ব্বশাস্ত্ৰাৰ্থতত্ত্বজ্ঞ, স্মৃতিশীল, প্ৰতিভাবান আৰু ধনুৰ্ব্বেদত সুপ্ৰতিষ্ঠিত। তেওঁ সৰ্ব্বজনপ্ৰিয়, সাধু, উন্নতমনা আৰু সকলো কাৰ্যতে বিচক্ষণ। সমুদ্ৰ যিদৰে নদীসমূহৰ আধাৰস্বৰূপ, তেৱোঁ সেইদৰে সাধুমণ্ডলীৰ আশ্ৰয়স্থল। তেওঁ সৰ্ব্বজনপূজ্য, সুখে দুখে সমভাবাপন্ন আৰু সদায় প্ৰফুল্ল-চিত্ত। ৮—১৬

এই সৰ্ব্বগুণসম্পন্ন কৌশল্যানন্দবৰ্দ্ধন ৰাম সমুদ্ৰ-সদৃশ গম্ভীৰ, হিমাদ্ৰিসম ধীৰ, বিষ্ণুসম বীৰ্য্যৱান, চন্দ্ৰৰ নিচিনা প্ৰিয়দৰ্শন, কালাগ্নিসম ক্ৰোধী আৰু পৃথিবীৰ সমান ক্ষমাশীল। দানকাৰ্য্যত কুবেৰৰ ঐশ্বৰ্য্যও তেওঁৰ পক্ষে নিতান্ত অল্প; সত্য পালনত তেওঁ ধৰ্ম্মৰাজসদৃশ। ১৭—১৯

এনেহেন সৰ্ব্বগুণসম্পন্ন, সত্যপৰাক্ৰম জ্যেষ্ঠ প্ৰিয়পুত্ৰ ৰামক প্ৰজাবৰ্গৰ হিত আৰু আনন্দবৃদ্ধিৰ অৰ্থে হৃষ্টচিত্তে ৰজা দশৰথে যৌৱৰাজ্যত অভিষিক্ত কৰিবলৈ ইচ্ছা কৰিলে। এনেতে ৰাজমহিষী কৈকেয়ীয়ে আগতে দিব খোজা বৰৰ কথা সোঁৱৰাই ৰজাৰ ওচৰত ৰামৰ বনবাস আৰু (নিজপুত্ৰ) ভৰতৰ অভিষেক বিচাৰি বৰ প্ৰাৰ্থনা কৰিলে। ১৯—২২

তেতিয়া ৰজা দশৰথে ধৰ্ম্মপাশত বান্ধ খাই থকাৰ কাৰণে সত্যৰক্ষাৰ অৰ্থে প্ৰিয়পুত্ৰ ৰামক বনবাস দিলে। বীৰ ৰামচন্দ্ৰই পিতাকৰ নিৰ্দ্দেশ মতে তেওঁৰ প্ৰতিজ্ঞা পালন আৰু কৈকেয়ীৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ বনলৈ ওলাল। ২৩—২৪

প্ৰিয় ককায়েক ৰাম বনলৈ যাব ওলোৱা দেখি ককায়েকৰ স্নেহপাত্ৰ সুমিত্ৰানন্দন বিনয়ী লক্ষ্মণো ককায়েকৰ প্ৰতি শ্ৰদ্ধান্বিত হৈ তেওঁৰ পিচে পিচে বনলৈ যাবলৈ ওলাল। তেতিয়া ৰামৰ প্ৰাণপ্ৰিয়া হিতাকাঙ্ক্ষিণী, সাক্ষাৎ সৰ্ব্ব-কাৰ্য্যসহায়িকা দেবমায়া স্বৰূপা,* সুলক্ষণা, নাৰীশ্ৰেষ্ঠা জানকীও চন্দ্ৰানুগামিনী ৰোহিণীৰ নিচিনা ৰামৰ পিচে পিচে বনলৈ ওলাল। ২৫—২৮।

* যি মায়াশক্তিৰ বলত সৃষ্টি স্থিতি আদি কাৰ্য্য চলি আছে।



শেহত গঙ্গাৰ পাৰত শৃঙ্গবেৰপুৰত সাৰথিক বিদায় দি ধৰ্ম্মাত্মা ৰামে তেওঁৰ প্ৰিয়মিত্ৰ নিষাদাধিপতি গুহক লগ পাই গুহ, লক্ষ্মণ আৰু সীতাৰে সৈতে বহুত ডাঙৰ ডাঙৰ নৈ আৰু বনসমূহ অতিক্ৰম কৰি, ঋষি ভৰদ্বাজৰ কথামতে চিত্ৰকূটৰ ওচৰ পালে গৈ। তাত বনৰ মাজত ৰমণীয় এটি পৰ্ণকুটিৰ সাজি তিনিওজনে দেবতা আৰু গন্ধৰ্ব্বসকল থকাৰ দৰে পৰম সুখে বসবাস কৰি থাকিল। ৰাম চিত্ৰকূটত থকা কালৰ ভিতৰত পুত্ৰশোকাতুৰ ৰজা দশৰথে শোকতে প্ৰাণ পৰিত্যাগ কৰিলে। পিতৃদেৱৰ মৃত্যুৰ পিছত বশিষ্ঠপ্ৰমুখ দ্বিজসকলে ভৰতক ৰাজপাট লবলৈ অনুৰোধ কৰাত, মহাবলশালী ভৰতে ৰাজ্যভাৰ লবলৈ ইচ্ছা নকৰি ৰামচন্দ্ৰৰ শ্ৰীচৰণ-প্ৰসাদ লাভ কৰিবলৈ বনলৈ গ'ল। ২৯—৩৪

বনত মহাত্মা, সত্যপৰাক্ৰম ৰামক লগ পাই ৰাজপদ যাচি ভৰতে কলে, "হে আৰ্য্য, আপুনি ধৰ্ম্মজ্ঞ। জ্যেষ্ঠজন বিদ্যমানে কনিষ্ঠজনৰ ৰাজপদত অধিকাৰ নাই এই ধৰ্ম্মকথা আপোনাৰ সুবিদিত; অতএব আপুনিয়ে ৰজা।" ভৰতৰ কথা শুনি উদাৰমনা, মহাযশস্বী, পৰম শক্তিশালী ৰামচন্দ্ৰই প্ৰফুল্লচিত্তে পিতা-কৰ আদেশ অনুসৰি ৰাজপদ লবলৈ ইচ্ছা নকৰিলে। তথাপিতো ভৰতে পুনঃ পুনঃ অনুৰোধ কৰাত ৰাজ্য ৰক্ষাৰ কাৰণে নিজ পাদুকা-যুৰী ন্যাসৰূপে দি ভৰতক ওভতাই পঠালে। তেতিয়া ভৰতে নিজ মনোবাঞ্ছা সিদ্ধ নহলেও ৰামৰ শ্ৰীচৰণত সেৱা জনাই অযোধ্যালৈ উভতি আহিল, আৰু ৰামৰ আগমন প্ৰতীক্ষা কৰি নন্দিগ্ৰামত ৰাজ্যস্থাপন কৰি ৰাজকাৰ্য্য চলাবলৈ ধৰিলে। ভৰত উভতি যোৱাৰ পিচত সত্যসন্ধ, জিতেন্দ্ৰিয়, শ্ৰীমান ৰামচন্দ্ৰই নগৰৰ মানুহখিনি পুনঃ পুনঃ তালৈ অহা যোৱা কৰি থকা দেখি একাণপতীয়াভাবে বনবাস ক্ষপিবলৈ ইচ্ছা কৰি সুদূৰ দণ্ডকাৰণ্যত প্ৰৱেশ কৰিলে। ৩৫—৪০

বিশাল দণ্ডকাৰণ্যত প্ৰৱেশ কৰিয়েই ৰাজীবলোচন ৰামে বিৰাধ নামৰ ৰাক্ষসক বধ কৰিলে। তাৰ পিচত ঋষি শৰভঙ্গৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। পিচত ক্ৰমে সুতীক্ষ্ণ, অগস্ত্য আৰু অগস্ত্যভ্ৰাতা আদি ঋষিসকলৰ লগত দেখা কৰিলে। তাত ঋষি অগস্ত্যৰ পৰা তেওঁৰ অনুৰোধ মতে হৃষ্টচিত্তে ধনু, খড়্গ আৰু অক্ষয়তূণ লাভ কৰিলে। দণ্ডকাৰণ্যত বাস কৰি থকাকালৰ ভিতৰত তাত থকা বানপ্ৰস্থী লোক আৰু ঋষিসকলে ৰামৰ ওচৰলৈ গৈ অসুৰ আৰু ৰাক্ষস-কুলৰ নিধনৰ বাবে তেওঁক অনুৰোধ জনালে। উত্তৰত ৰামে ৰাক্ষসকুলৰ বধ সাধন কৰিব বুলি প্ৰতিজ্ঞা কৰিলে। ৪১-৪৪

এইদৰে দণ্ডকাৰণ্যবাসী অগ্নিসম তেজস্বী ঋষিসকলৰ ওচৰত ৰাক্ষসকুলক বধ কৰিব বুলি প্ৰতিজ্ঞাবদ্ধ হৈ থকা কালৰ ভিতৰতে জনস্থান নিবাসিনী

তেতিয়া সুগ্ৰীবে সৈতে ৰাম মহাসমুদ্ৰৰ ওচৰলৈ গৈ (সমুদ্ৰই প্ৰথমতে বাট দেখুৱাবলৈ অস্বীকাৰ কৰা ভাব দেখুৱাত) অগ্নিসদৃশ শৰসমূহৰ দ্বাৰা সমুদ্ৰক ক্ষুব্ধ কৰি তুলিলে। তত-মত হেৰাই নদ-নদী সমূহৰ অধিপতি সমুদ্ৰই নিজে ধৰা দি কোনপথে সেতু নিৰ্ম্মাণ হব পাৰে তাক দেখুৱাই দিলে। তেতিয়া ৰামে নলৰ দ্বাৰা সেতু বন্ধাই সেই সেতুৰে লঙ্কালৈ গ'ল আৰু যুদ্ধত ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰিলে। ৭৮-৮০

তাৰ পিচত (ৰাক্ষসৰ ঘৰত বহুদিন থকাৰ পিচতো সীতাক এইদৰে গ্ৰহণ কৰা হ'ল এইকথা ভাবি) ৰামৰ মনত এটা লাজ আৰু সঙ্কোচৰ ভাবে দেখা দিলে আৰু জনসমাজৰ আগত সীতাক উদ্দেশ্য কৰি কৰ্কশ বাক্য প্ৰয়োগ কৰিলে। এইকথা সহিব নোৱাৰি সীতাই জ্বলি থকা জুইত জাপ দিলে আৰু অগ্নিদেৱতাৰ কথামতে সীতাক নিষ্পাপা বুলি জানিব পাৰিলে। মহাত্মা ৰাঘৱৰ এই কাৰ্য্যত দেৱতা আৰু ঋষি সকলে সৈতে তিনিও জগতৰ চৰাচৰ প্ৰাণী তেওঁৰ ওপৰত তুষ্ট হ'ল আৰু ৰামে সকলো দেৱতাৰ দ্বাৰা পূজিত হৈ পৰম আনন্দ লাভ কৰিলে। ৮১-৮৪

তাৰ পিচত পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসৰি ৰাক্ষসাধিপতি বিভীষণক লঙ্কাৰাজ্যত অভিষিক্ত কৰি নিজক কৃতকৃত্য বোধ কৰিলে আৰু সকলো চিন্তা আৰু শোকৰ পৰা মুক্ত হৈ পৰম আনন্দ অনুভৱ কৰিলে। ৰাৱণ নিহত হোৱা দেখি আনন্দতে উৎফুল্ল দেৱতাসকলৰ পৰা পোৱা বৰৰ দ্বাৰা (যুদ্ধত নিহত) বান্দৰকুলক পুনৰ্জীৱিত কৰিলে, আৰু তাৰ পিচত বন্ধুবৰ্গৰে সৈতে পুষ্পক ৰথত উঠি অযোধ্যালৈ যাত্ৰা কৰিলে। বাটত ভৰদ্বাজৰ আশ্ৰমত উপনীত হৈ সত্যপৰাক্ৰম ৰামে হনুমানক ভৰতৰ ওচৰলৈ পঠালে। আশ্ৰমত ঘটনাবলী বৰ্ণনা কৰি সুগ্ৰীবাদি বন্ধুবৰ্গৰে সৈতে ৰাম নন্দিগ্ৰামলৈ গ'ল। এই নন্দিগ্ৰামতে ভ্ৰাতৃবৰ্গে সৈতে ৰামে জটা পৰিত্যাগ কৰি সীতাক ৰাজমহিষী হিচাপে লৈ ৰাজ্যভাৰ গ্ৰহণ কৰিলে। লগে লগে প্ৰজাবৰ্গ ধৰ্ম্মভাৰাপন্ন হৈ শাৰীৰিক আৰু মানসিক দুখ-কষ্ট আৰু দুৰ্ভিক্ষ আদিৰ পৰা মুক্তিলাভ কৰিলে আৰু সৰ্ব্বতোভাবে সমৃদ্ধিশালী হৈ মনৰ সুখত দিন নিয়াব ধৰিলে। ৮০—৯০

* ৰাম ৰজা হোৱা দিনত কেৰে ক'তো (মাক-বাপেকৰ আগত) পুত্ৰৰ মৰণ নেদেখিব। তিৰোতাসকল পতিব্ৰতা হব আৰু সদায় সধবা হৈ থাকিব।

---

* ৰাম ৰজা হোৱা কাললৈ ঘটনাবোৰ দেবৰ্ষি নাৰদে মহৰ্ষি বাল্মীকিৰ আগত অতীত কালৰ ঘটনা হিচাপে বৰ্ণনা কৰে। ৰাম ৰজা হোৱা কালৰ পিচৰ ঘটনা সমূহ উত্তৰাকাণ্ডৰ অন্তৰ্ভুক্তি আৰু সেইবোৰক দেবৰ্ষিয়ে ভৱিষ্যত কালৰ ঘটনা হিচাপেহে বৰ্ণনা কৰিছে।



ৰাজ্যত অগ্নিভয়, বাতভয় নাথাকিব। জন্তু পৰ্য্যন্ত কোনো প্ৰাণীয়ে পানীত ডুব গৈ নমৰিব, জ্বৰ আদি ৰোগভয় নেথাকিব। সেইদৰে ৰাজ্যত খাদ্যভয়, আৰু চোৰৰ ভয়ো নাথাকিব। নগৰ আৰু ৰাষ্ট্ৰসমূহ ধনধানেৰে পৰিপূৰ্ণ হব আৰু সত্যযুগৰ নিচিনাকৈ প্ৰজাবৰ্গে প্ৰফুল্লচিত্তে দিন নিয়াব। তেওঁৰ ৰাজ্যশাসন কালত মহাযশস্বী ৰামচন্দ্ৰই শত শত অশ্বমেধাদি যজ্ঞ সম্পাদন কৰি বিদ্বৎ আৰু ব্ৰাহ্মণমণ্ডলীৰ ভিতৰত যথাযোগ্য ভাবে কোটি কোটি গৰু আৰু অপৰিমিত ধন বিতৰণ কৰিব। চাৰিওফালৰ* ৰাজ্যসমূহৰ ৰজাবৰ্গে শতগুণ বৃদ্ধিলাভ কৰি স্ব স্ব ৰাজ্যত প্ৰতিষ্ঠিত হব। ৰাজবংশসকলক শতগুণ সমৃদ্ধিশালী কৰি স্ব স্ব ৰাজ্যত প্ৰতিষ্ঠিত কৰাব আৰু চাৰিওবৰ্ণৰ মানুহক নিজ নিজ ধৰ্ম্মত নিযুক্ত কৰাব।

এইদৰে দহ হাজাৰ দহ শ বছৰ ৰামে ৰাজপদ ভোগ কৰি শেইত ব্ৰহ্মলোকলৈ প্ৰস্থান কৰিব। ৰাম-চৰিত্ৰৰ পবিত্ৰ পাপবিনাশক বেদতুল্য এই আখ্যান যেয়ে পাঠ কৰিব তেওঁ সকলো পাপৰ পৰা মুক্ত হব। মানুহে দীৰ্ঘায়ুকাৰক এই আখ্যান পাঠ কৰি পুত্ৰ, পৌত্ৰ আৰু স্বজনে সৈতে মৃত্যুৰ পিছত সগৌৰৱে স্বৰ্গৰাজ্যত বসতি লাভ কৰিব।

এই ৰামায়ণ কথা পঢ়ি ব্ৰাহ্মণসকল শব্দব্ৰহ্মপৰায়ণ, আৰু ক্ষত্ৰিয়বৰ্গ ৰাজ্যৰ অধিপতি হব; বৈশ্যবিলাকে বাণিজ্যত উন্নতি সাধি সমৃদ্ধিশালী হব আৰু শূদ্ৰজনেও মহত্ত্ব লাভ কৰিব। ৯৯—১০০

ইতি বাল-কাণ্ডৰ অন্তৰ্গত প্ৰথম সৰ্গ সমাপ্ত।

---

* কামৰূপ, কান্যকুব্জাদি—তিলক টীকা।

# দ্বিতীয় সৰ্গ

## ব্ৰহ্মা-বাল্মীকি সম্বাদ

ধৰ্ম্মাত্মা, বাক্যবিশাৰদ বাল্মীকিয়ে নাৰদৰ সেই কথা শুনি শিষ্যবৰ্গৰে সৈতে মহামুনি নাৰদক পূজা-অৰ্চ্চনা কৰিলে। তেতিয়া দেবৰ্ষি নাৰদ যথাযথভাৱে পূজিত হৈ বিদায় মাগি বাল্মীকিৰ অনুমতিক্ৰমে দেৱলোকলৈ প্ৰস্থান কৰিলে। নাৰদ দেৱলোকলৈ গলত মুনিয়ে মুহূৰ্ত্তকাল আশ্ৰমতে ৰৈ জাহ্নবী নৈৰ ওচৰত থকা তমসা নদীৰ তীৰলৈ গ'ল। তাত উপস্থিত হৈ ঘাটটোত বোকা নোহোৱা দেখি ওচৰত থিয় হৈ থকা শিষ্যক কলে," ভৰদ্বাজ, চোৱা, এই ঘাটটোত বোকা নাই আৰু ই অতীৱ ৰমণীয়; ইয়াৰ পানীও সাধু পুৰুষৰ অন্তৰৰ নিচিনা নিৰ্ম্মল। অতএব হে বৎস, কলহটো ইয়াতে থোৱা আৰু পিন্ধিবলৈ মোক বাকলি-বসন দিয়া। তমসা নৈৰ উত্তম এই ঘাটতেই মই স্নান কৰিম। ১—৬

মহাত্মা বাল্মীকিয়ে ভৰদ্বাজক এইদৰে কোৱাত সেৱাৰত ভৰদ্বাজে মুনিৰ ওচৰত বাকলি-বসন দাঙি ধৰিলে। শিষ্যৰ হাতৰ পৰা বসন লৈ জিতেন্দ্ৰিয় মুনিয়ে সেই বৃহৎ অৰণ্যৰ চাৰিওফালে বনৰ শোভা চাই চাই ফুৰিবলৈ ধৰিলে। এনেতে সেই বনৰ ওচৰতে নিশঙ্কচিত্তে বিচৰণ কৰি থকা সুললিত স্বৰযুক্ত এযোৰ ক্ৰৌঞ্চ-পখী ভগবান বাল্মীকিৰ চকুত পৰিল। মুনিয়ে চাই থাকোঁতে থাকোঁতে নিৰ্ম্মম পাপমতি এক ব্যাধে চৰাইযুৰীৰ মতাটোক বধ কৰিলে। তেতিয়া স্বামীসঙ্গ-পৰিত্যক্তা মাইকীজনীয়ে তাম্ৰশীৰ্ষ, কামোন্মত্ত অতএব বিস্তৃত পক্ষযুক্ত অৱস্থাতে নিহত মতাটোক তেজেৰে ৰাঙলী হৈ মাটিত ধৰ্‌ফৰাই পৰি থকা দেখি কৰুণস্বৰে ইনাই-বিনাই চিঞৰিব ধৰিলে। ৭—১২

এইদৰে ব্যাধে চৰাই এটাক বধ কৰাত ধৰ্ম্মাত্মা ঋষিৰ মনত দয়াৰ ভাৱ উপজিল আৰু মাইকী চৰাইজনীয়ে চিঞৰি থকা দেখি ব্যাধৰ এই কামটো ধৰ্ম্ম-বিগৰ্হিত বুলি জানি দয়াপৰবশ হৈ ঋষিয়ে (আচম্বিতে) কৈ উঠিল,* "হে ব্যাধ,

---

* ভগবান বাল্মীকি পৃথিবীৰ আদি কবি আৰু তেওঁৰ শ্ৰীমুখ নিঃসৃত—

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥

ইয়েই কাব্যজগতৰ প্ৰথম শ্লোক বা পদবন্ধন। বেলেগ বেলেগ টীকাকাৰে ইয়াৰ বহুত অৰ্থ কৰে, যেনে—(১) মা নিষাদ (লক্ষ্মীৰ আবাস স্থল হে ৰামচন্দ্ৰ) তুমি জগতত চিৰকাললৈ সুখ শান্তি



ব্যাধৰ প্ৰতি বাল্মীকিৰ অভিশাপ

যিহেতু ক্ৰৌঞ্চ পখীযুৰিৰ এটাক কামোন্মত্ত অৱস্থাতে তুমি বধ কৰিলা, এতেকে, চিৰকাললৈ তুমি জগতত সুপ্ৰতিষ্ঠা* লাভ কৰিব নোৱাৰিবা।"

মুখৰ পৰা এই কথা উচ্চাৰিত হোৱাৰ লগে লগে অন্তৰৰ ভাৱ নিৰীক্ষণ কৰি মুনিয়ে চিন্তা কৰিব ধৰিলে, "চৰাইযুৰিৰ বাবে শোকাভিভূত হোৱাৰ ফলত মোৰ মুখেদি এইটো কি কথা উচ্চাৰিত হ'ল!" চৰাইটিৰ বধ আৰু তাৰ বাবে ব্যাধৰ প্ৰতি কৰা অভিসম্পাত—এই সকলো কথা ভাবি-চিন্তি মুনিশ্ৰেষ্ঠ, মহাপ্ৰাজ্ঞ বাল্মীকিয়ে স্থিৰ কৰি শিষ্য ভৰদ্বাজক কলে, "শোকাৰ্ত অৱস্থাত মোৰ মুখৰ পৰা ওলোৱা এই কথাষাৰি সমান সমান অক্ষৰবিশিষ্ট চাৰি চৰণত বিভক্ত। ই লয়-ৰাগযুক্ত হৈ শোকাৰ্ত অৱস্থাত মোৰ মুখেৰে উচ্চাৰিত হোৱাৰ বাবে শ্লোক নামে প্ৰসিদ্ধি লাভ কৰিব; ইয়াৰ অন্যথা নহয়।" মুনিৰ এই কথা শুনি শিষ্য ভৰদ্বাজে উৎকৃষ্ট এই বাক্যটি প্ৰীতমনে যথাযথভাৱে গ্ৰহণ কৰাত মুনিবৰ শিষ্যৰ ওপৰত সন্তুষ্ট হ'ল। ১৩-১৯

তাৰ পিচত মহামুনি বাল্মীকিয়ে তমসা নদীৰ ঘাটত যথাবিধি স্নানকাৰ্য্য সমাপন কৰি উচ্চাৰিত শ্লোকৰ অৰ্থ চিন্তা কৰি কৰি উভতি আহিল আৰু লগতে খ্যাতনামা, বহুশাস্ত্ৰজ্ঞ, বিনীত শিষ্য ভৰদ্বাজে কলহটো পানীৰে পূৰাই লৈ গুৰু-জনৰ পিচে পিচে আহিব ধৰিলে। ২০-২১

সশিষ্যে আশ্ৰমত উপনীত হৈ ধৰ্মজ্ঞ ঋষি যথাস্থানত আসনত বহি আন আন কথাৰ অৱতাৰণা কৰাৰ লগে লগে ধ্যানস্থ হ'ল। এনেতে সৃষ্টিকৰ্তা, মহাতেজস্বী, চতুৰ্মুখ ব্ৰহ্মাই মুনিশ্ৰেষ্ঠ বাল্মীকিক চাবলৈ বুলি স্বয়ং আশ্ৰমত উপস্থিত হলহি। তেখেতক দেখা মাত্ৰকে বাল্মীকিয়ে বিস্ময়ান্বিত হৈ কথা সংযত কৰি ঘপকৰে আসনৰ পৰা উঠিল আৰু বদ্ধাঞ্জলি হৈ অতি নম্ৰভাৱে তেখেতৰ ওচৰত থিয় দিলে। পিচত পাদ্য, অৰ্ঘ্য, আসন আৰু বন্দনৰ দ্বাৰা দেৱবৰক

---

লাভ কৰি থাকিবা, যিহেতু ক্ৰৌঞ্চমিথুনাৎ ( অৰ্থাৎ এই চৰাইযুৰিৰ নিচিনা ) প্ৰেমভাৱত মত্ত থকা মন্দোদৰী আৰু ৰাৱণৰ ভিতৰত, কামমুগ্ধ ৰাৱণক বধ কৰিলা।

( ২ ) আনে অৰ্থ কৰে, হে নিষাদ ( ৰাৱণ ) তুমি চিৰকাললৈ জগতত শান্তি বা সুখ্যাতি নাপাবা যিহেতু ক্ৰৌঞ্চ চৰাইযুৰিৰ নিচিনা বনৰ ভিতৰত বাস কৰি থকা ৰাম আৰু সীতাৰ ভিতৰত সীতাক আঁতৰাই নি ৰামক শোকা[illegible]ত কৰি ৰাখিলা।

ইয়াৰ আন আন অ[illegible] ও কোনো কোনোৱে কৰিব খোজে। সেইবোৰলৈ নগলেও কৰুণ ৰসকে আশ্ৰয় কৰি [illegible]ত সুন্দৰ সুন্দৰ কাব্যৰ সৃষ্টি, ৰামায়ণে৷ সেইদৰে এখন কৰুণ-ৰসাত্মক ম[illegible]।

* প্ৰতিষ্ঠা—যশস্তা, খ্যাতি, সুনাম।

পূজা কৰি মুনিয়ে যথাবিধি, প্ৰণাম জনালত ভগবান ব্ৰহ্মাই মুনিবৰৰ কুশলবাৰ্তা সুধি সাদৰে আগবঢ়োৱা উৎকৃষ্ট দিব্য আসন গ্ৰহণ কৰিলে আৰু বাল্মীকিৰ প্ৰতিও আসন নিৰ্দেশ কৰিলে। পিতামহ ব্ৰহ্মাই আসন গ্ৰহণ কৰাৰ পিচত বাল্মীকিয়ে দেৱবৰৰ আদেশ অনুসৰি নিজ আসনত বহি পুনঃ চৰাইযুৰিৰ কথাকে ভাৱি ভাৱি ধ্যানস্থ হৈ চিন্তা কৰিব ধৰিলে—"যিহেতু বিনা কাৰণতে তাদৃশ সুললিত স্বৰসম্পন্ন ক্ৰৌঞ্চ পখীটোক বধ কৰিলে, এতেকে পাপবুদ্ধি সেই ব্যাধে হিংসাভাৱৰ বশৱৰ্তী হৈয়েই মনঃকষ্টকৰ এই কামটো কৰিছে।" এইদৰে মাইকী ক্ৰৌঞ্চ পখীটিৰ বাবে মনে মনে শোক কৰি থাকোঁতে ব্ৰহ্মাৰ ওচৰত মুনিয়ে শ্লোকটো পুনঃ আবৃত্তি কৰিলে। তেতিয়া ব্ৰহ্মাই হাঁহি এটি মাৰি মুনিশ্ৰেষ্ঠ বাল্মীকিক কলে, "হে ব্ৰাহ্মণ! পদবন্ধ হৈ তোমাৰ মুখৰ পৰা যি কথাফাকি ওলাই পৰিছে সি শ্লোক নামেই জনাজাত হব; এই বিষয়ে চিন্তা কৰিবৰ আৰু একো নাই। জানিবা, মোৰ ইচ্ছাতেই এই বাক্য তোমাত প্ৰবৃত্ত হৈছে। ২২-৩২

"হে ঋষিপ্ৰবৰ, তুমি ধৰ্মাত্মা, ধীশক্তিসম্পন্ন, ভগবান ৰামৰ সকলো কাহিনী জগতত প্ৰচাৰ কৰা। নাৰদৰ পৰা ধীৰপ্ৰকৃতি ৰামৰ যি যি কাহিনী শুনিলা —প্ৰকাশ্যই হওক বা গোপনীয়ই হওক—সেই সকলো কথা, সুমিত্ৰানন্দন লক্ষ্মণেৰে সৈতে ৰামৰ, সমগ্ৰ ৰাক্ষস কুলৰ আৰু বিদেহ-কুমাৰী সীতাৰ প্ৰকাশ্য বা গোপনীয় সকলো কথা তুমি বৰ্ণনা কৰা। এই সম্বন্ধে যদি তোমাৰ কিবা অবিদিতো থাকে কালত সিও সুবিদিত হব। তোমাৰ কাব্যত উল্লিখিত কোনো কথাই মিছা নহব। সেই কাৰণে শ্লোকবদ্ধ কৰি পবিত্ৰ মনোমোহা ৰামায়ণ-কথা তুমি ৰচনা কৰা। যেতিয়ালৈকে পৃথিৱীত পৰ্বত আৰু নদীসমূহ বৰ্ত্তি থাকিব তেতিয়ালৈকে ৰামায়ণ কথা নৰসমাজত চলি থাকিব আৰু তেতিয়ালৈকে তল আৰু ওপৰত মোৰ সৃষ্ট লোকসমূহত তুমি জীৱিত থাকিবা।" ৩২-৩৭

এই বুলি কৈ ভগবান ব্ৰহ্মা ঠাইতে অন্তৰ্হিত হ'ল; তাকে দেখি ভগবান ঋষিও সশিষ্যে বিস্ময়ান্বিত হৈ ৰ'ল। ৩৮

ভগবান ব্ৰহ্মা অন্তৰ্হিত হোৱাৰ পিচত ঋষিবৰৰ শিষ্যবৰ্গে এই শ্লোক পুনঃ পুনঃ আবৃত্তি কৰিব ধৰিলে। তেতিয়া অতিশয় বিস্ময়ান্বিত হৈ প্ৰীতমনে তেওঁলোকে কৈ উঠিল—"হ্ৰস্বদীৰ্ঘাদিমাত্ৰাযুক্ত, সমান সংখ্যক অক্ষৰবিশিষ্ট, চাৰি চৰণত বিভক্ত যি পদফাকি ঋষিয়ে এবাৰ গালে, আমি শিষ্যবৰ্গয়ো বাৰ বাৰ তাকেই আবৃত্তি কৰিলোঁ। এতেকে (ক্ৰৌঞ্চ-বধক উপলক্ষ্য কৰি জাগি উঠা) এই শোক শ্লোকৰূপে ৰচিত হৈ জগতত এই নামতেই খ্যাতি লাভ কৰিব। ৩৯-৪০



মহৰ্ষিয়ে এইদৰে চিন্তান্বিত হৈ থাকোঁতে তেওঁৰ মনত খেলালে—"মই সমগ্ৰ ৰামায়ণ কাব্য কৰুণাদি ৰসযুক্ত কৰি এইদৰেই ৰচনা কৰিম।" সেই অনুসৰি উদাৰদৰ্শী কীৰ্তিমান ঋষি বাল্মীকিয়ে ৰামচন্দ্ৰৰ উদাৰ চৰিত্ৰৰ উপযোগী অৰ্থযুক্ত, সমস্বৰ বিশিষ্ট, মনোৰম পদসমূহৰ দ্বাৰা শত শত শ্লোক ৰচনা কৰি যশস্কৰ এই কাব্য ৰচনা কৰিলে। যথাস্থানত সমাস, সন্ধি, প্ৰকৃতি, প্ৰত্যয় আৰু প্ৰসাদ, মাধুৰ্য্যাদি গুণযুক্ত মুনি-প্ৰণীত এই ৰঘুবৰ-চৰিত আৰু দশগ্ৰীৱ ৰাৱণ-বধ কাহিনী সকলোৱে শ্ৰৱণ কৰা। ৪১-৪৩

**ইতি দ্বিতীয় সৰ্গ সমাপ্ত**

## তৃতীয় সৰ্গ

## বিষয় সমূহৰ চমু বিৱৰণ

নাৰদৰ মুখৰ পৰা ৰাম-চৰিত্ৰ বিষয়ক কথা শুনি লৈ ব্ৰহ্মাৰ নিৰ্দেশমতে ধৰ্ম, অৰ্থ, কাম আৰু চতুৰ্থতঃ মোক্ষপদৰ বাবে হিতকৰ ধীমান ৰামৰ প্ৰকাশ্য সকলো বিৱৰণ পুনঃ জানিবৰ ইচ্ছা কৰি যথাবিধি আচমনপূৰ্বক কুশৰ আগ ভাগ পূৰ্বমুখীকৈ পতা আসনত বহি বদ্ধাঞ্জলি হৈ যোগবলৰ সহায়ত ৰামৰ চৰিত্ৰ অনুশীলন কৰিবলৈ মুনিবৰ ধ্যানস্থ হ'ল। ১-২

ধ্যানস্থ অৱস্থাত মুনিয়ে যোগবলেৰে ৰাম, লক্ষ্মণ আৰু সীতাৰ বিষয়ে সকলো বিবৰণ আৰু সেইদৰে ৰজা দশৰথৰ কৌশল্যা আদি ভাৰ্য্যাসকল আৰু প্ৰজাবৰ্গৰ লগত হোৱা হাঁহি-মাত, কথা-বতৰা আৰু কাৰ্য্যকলাপ আদি সকলো ঘটনা যথাযথ-ভাৱে স্পষ্টৰূপে দেখা পালে। ৩-৪

তাৰ পিচত সত্যসন্ধ ৰামচন্দ্ৰই লক্ষ্মণ আৰু তৃতীয়তে সীতাক লগত লৈ বনত ফুৰিফুৰা কালখিনিৰ ভিতৰত যি যি ঘটিছিল সেই সকলো বৃত্তান্ত মুনিয়ে যোগবলৰ সহায়ত চকুৰ আগতে দেখা পালে। লগতে ধৰ্মাত্মা ঋষিয়ে যোগৰ সহায়ত ৰামচন্দ্ৰৰ আগৰ কালত যি যি হৈছিল আৰু পিচতো যি যি হ'ব সেই সকলো ঘটনাও হাতৰ তলুৱাত থকা আমলকী ফলৰ নিচিনাকৈ স্পষ্টকৈ দেখা পালে। ৫-৬

তেতিয়া মহামতি ঋষিয়ে সমগ্ৰ কাহিনী তত্ত্বতঃ যথাযথভাৱে দেখি লৈ

চাৰুদৰ্শন ৰামৰ ঘটনাসমূহ বৰ্ণাবলৈ উদ্যত হ'ল। ধৰ্মাৰ্থ-কাম-মোক্ষ ফলপ্ৰদ, সৰ্বশ্ৰুতি সাৰভূত, ৰত্নগৰ্ভ সমুদ্ৰৱৎ এই ৰঘুবংশচৰিত মহাত্মা নাৰদে যিদৰে বৰ্ণনা কৰিছিল ভগবান মুনিয়েও সেইদৰে ৰচনা কৰিলে। ৭-৮

এই গ্ৰন্থৰ ভিতৰত আছে—ৰামৰ জন্ম, তেওঁৰ মহান বীৰত্ব, সকলোৰে প্ৰতি আনুকূল্য, প্ৰজামনোৰঞ্জক কাম, ক্ষমা, সৌম্য স্বভাৱ, সত্যশীলতা, ঋষি বিশ্বামিত্ৰৰ লগত হোৱা নানা বিচিত্ৰ ঘটনা, হৰধনু ভঙ্গ, জানকীৰ বিবাহ, পৰশুৰামৰে সৈতে হোৱা বিবাদ আৰু গুণানুকীৰ্তন। সেইদৰে ইয়াত আছে—ৰামৰ যৌৱৰাজ্যত অভিষেকৰ আয়োজন, কৈকেয়ীৰ দুষ্টবুদ্ধিহেতু অভিষেকত ব্যাঘাত প্ৰদান, ৰামৰ বনবাস, ৰজা দশৰথৰ শোক, বিলাপ আৰু অৱশেষত সেই শোকতে মৃত্যু, প্ৰজাবৰ্গৰ বিষাদ, ৰামৰ অনুসৰণ আৰু তেওঁৰ পৰা বিদায় গ্ৰহণ, কিৰাতাধিপতি গুহৰ লগত মিলন আৰু কথা-বতৰা, সাৰথি সুমন্ত্ৰৰ বিদায়, গঙ্গানদী অতিক্ৰম, ভৰদ্বাজৰ লগত মিলন আৰু তেওঁৰ নিৰ্দ্দেশমতে চিত্ৰকূটত কুটিৰ সাজি থকা কালত ভৰতৰ তালৈ আগমন, ভৰতৰ স্তুতিবাক্য, ৺পিতৃদেৱৰ উদ্দেশ্যে কৰা জলতৰ্পণ, ৰামৰ পাদুকাভিষেক আৰু প্ৰজাবৰ্গৰে সৈতে ৰামৰ প্ৰত্যাগমন প্ৰতীক্ষা কৰি নন্দিগ্ৰামত ভৰতৰ অৱস্থিতি। ৯-১৭

ইয়াৰ পিচতেই ৰামৰ দণ্ডকাৰণ্য প্ৰবেশ, বিৰাধ ৰাক্ষস বধ, ঋষি শৰভঙ্গ আৰু সুতীক্ষ্ণৰ লগত মিলন, অনসূয়াৰ লগত সীতাৰ একেলগে বসবাস, সীতাৰ বাবে চন্দনাদি অঙ্গ-প্ৰসাধক সামগ্ৰীদান—এই সকলো কথা ইয়াত বৰ্ণনা কৰা হৈছে। ১৭-১৮

তাৰ পিচত ঋষি অগস্ত্যক সাক্ষাৎ কৰি তেওঁৰ পৰা ঐন্দ্ৰধনু* গ্ৰহণ, শূৰ্পণখা-সম্বাদ আৰু বিৰূপকৰণ, খৰত্ৰিশিৰাদি ৰাক্ষসবধ, ৰাৱণৰ সীতাহৰণ উদ্যোগ, মাৰীচ বধ, সীতাহৰণ, ৰামৰ বিলাপ, গৃধ ৰাজ জটায়ুৰ বধ, কবন্ধৰ লগত সাক্ষাৎ, পম্পাহ্ৰদ দৰ্শন, শবৰীৰ লগত সাক্ষাৎ, ফলমূল ভক্ষণ, সীতাৰ বাবে বিলাপ, পম্পাতীৰত হনুমানৰ লগত সাক্ষাৎ, ঋষ্যমূক পৰ্বতলৈ গমন, সুগ্ৰীৱৰ লগত সমাগম, ৰামৰ বীৰত্ব সম্বন্ধে সুগ্ৰীৱৰ প্ৰত্যয় উৎপাদন, সখ্যভাৱ স্থাপন, বালী-সুগ্ৰীৱৰ যুদ্ধ, বালীবধ, সুগ্ৰীৱক ৰাজ্যত স্থাপন, তাৰাৰ বিলাপ, সুগ্ৰীৱৰে সৈতে বৰ্ষাৰ পিচত শৰৎ কালৰ আগমন প্ৰতীক্ষা, ৰঘুকুলসিংহ ৰামৰ কোপ, সৈন্য সংগ্ৰহ, পৃথিৱীৰ যথাস্থানৰ বৰ্ণনা, চতুৰ্দিকে সৈন্য প্ৰেৰণ, হনুমানক আঙঠী প্ৰদান, ঋক্ষাধিপতিৰ গাঁত পৰ্য্যবেক্ষণ,

* এই ধনু প্ৰথমতে পৰশুৰামৰ পৰা লাভ কৰি বৰুণক দিয়ে। বৰুণৰ পৰা ইন্দ্ৰই নি ঋষি অগস্ত্যক দিয়ে ; তাৰে পৰায়ে এই ধনুৰ নাম হয় ঐন্দ্ৰধনু।—টীকাকাৰ।



বানৰসমূহৰ প্ৰায়োপবেশন, সম্পাতিদৰ্শন, পৰ্বতাৰোহণ, সমুদ্ৰ লঙ্ঘন, সমুদ্ৰৰ কথামতে মৈনাকৰ লগত দৰ্শন, ৰাক্ষসীৰ তৰ্জন-গৰ্জন, ছায়াগ্ৰহ দৰ্শন, সিংহিকাৰ নিধন, লঙ্কাৰ মলয়পৰ্বত দৰ্শন, ৰাত্ৰিকালত লঙ্কাত প্ৰবেশ, অকলে অকলে ৰামৰ কৰ্তব্যচিন্তা, ৰাৱণৰ মদ্যপান-ভূমি দৰ্শন, অন্তঃপুৰ দৰ্শন, ৰাৱণৰ লগত সাক্ষাৎ, পুষ্পক ৰথ দৰ্শন, অশোকবনলৈ গমন, সীতাৰ লগত সাক্ষাৎ, চিহ্নস্বৰূপ আঙঠী প্ৰদান, সীতাৰ উক্তি, ৰাক্ষসীৰ তৰ্জন, ত্ৰিজটাৰ স্বপ্নদৰ্শন, সীতাৰ মণিদান, বৃক্ষভঙ্গ, ৰাক্ষসীসকলৰ পলায়ন, ভৃত্যসমূহৰ বধ, বায়ুপুত্ৰ হনুমানৰ বন্ধন, লঙ্কাদাহন, কালত হনুমানৰ গৰ্জন, পুনঃ সমুদ্ৰ লঙ্ঘন, মধুহৰণ, ৰাঘৱৰ প্ৰতি আশ্বাসবাণী, সীতাপ্ৰদত্ত মণিদান, সমুদ্ৰৰ লগত সঙ্গম, নলকৰ্তৃক সেতুবন্ধন, সমুদ্ৰ অতিক্ৰম, ৰাত্ৰিকালত লঙ্কাৰ অৱৰোধ, বিভীষণৰ লগত মিলন, ৰাৱণবধৰ উপায় নিবেদন, কুম্ভকৰ্ণ বধ, মেঘনাদ বধ, ৰাৱণৰ নিধন, সীতাৰ উদ্ধাৰ, বিভীষণৰ অভিষেক, পুষ্পক দৰ্শন, অযোধ্যা গমন, ভৰদ্বাজৰ লগত সাক্ষাৎ, বায়ুপুত্ৰ হনুমানক ভৰতৰ ওচৰলৈ প্ৰেৰণ, ৰামৰ ৰাজ্যাভিষেক, সৈন্য-বিসৰ্জন, প্ৰজাৰঞ্জকৰূপে ৰাজ্য শাসন, সীতাৰ বিসৰ্জন—এই সকলো ঘটনা ৰামায়ণৰ ভিতৰত ভগবান মুনিয়ে বৰ্ণনা কৰিছে। ১৯-৩৮

ইয়াৰ উপৰিও ৰামৰ বিষয়ে নজনা যি কথা পৃথিৱীত প্ৰচলিত আছে সেই-বোৰো ভগবান বাল্মীকিয়ে এই কাব্যৰ অন্তৰ্গত উত্তৰাকাণ্ডত উল্লেখ কৰিছে। ৩৯

**ইতি তৃতীয় সৰ্গ সমাপ্ত**

## চতুৰ্থ সৰ্গ

### ৰামায়ণ প্ৰচাৰ

ৰাম ৰাজ্যত অধিষ্ঠিত হোৱাৰ পিচত ভগবান বাল্মীকিয়ে অৰ্থযুক্ত বিচিত্ৰ পদসমূহৰ দ্বাৰা সমগ্ৰ ৰাম-চৰিত্ৰ ৰচনা কৰিলে। এই উদ্দেশ্যে ঋষিৱৰে চৌব্বিশ হাজাৰ শ্লোক ৰচনা কৰি সেইবোৰ পাঁচশ সৰ্গ আৰু ছয়টা আৰু তাৰ পৰৱৰ্তী উত্তৰা—এই সাত কাণ্ডত বিভক্ত কৰিলে। এইদৰে উত্তৰাকাণ্ডে সৈতে ৰাম-চৰিত্ৰ ৰচনা কৰি মহাপ্ৰভু ঋষিয়ে চিন্তা কৰিব ধৰিলে, "এই ৰামায়ণ কথা প্ৰচাৰ কৰিব কোনে ?" ১-৩

শুদ্ধচিত্ত মহৰ্ষিয়ে এইদৰে চিন্তা কৰি থাকোঁতে মুনিবেশধাৰী কুশ আৰু লৱে মুনিবৰৰ চৰণ স্পৰ্শ কৰি অভিবাদন জনালে। মুনিয়ে আশ্ৰমবাসী যশস্বী ৰাজপুত্ৰ ভাই-ককাই দুজনক ধৰ্মজ্ঞ, সুললিত স্বৰসম্পন্ন, মেধাবী আৰু বেদতত্ত্বজ্ঞ দেখি বেদৰ তাৎপৰ্য্যগ্ৰাহী সীতাচৰিত্ৰ আৰু ৰাৱণ-বধ নামক ৰামায়ণকাব্য ৰচনা কৰি তেওঁলোকক শিকাই ললে। এই কাব্য এফালে যিদৰে তন্ত্ৰী-লয়-সমন্বিত আৰু শৃঙ্গাৰাদি নৱৰসবিশিষ্ট হৈ পাঠ আৰু গান উভয়তেই শ্ৰুতিমধুৰ হৈছিল, আনফালে সেইদৰে ভ্ৰাতৃযুগলো সুললিত স্বৰযুক্ত, সঙ্গীত-তত্ত্বজ্ঞ আৰু গন্ধৰ্ব সদৃশ অনিন্দ্য-সুন্দৰ আছিল; দেখোঁতে অনুমান হয় যেন উভয়েই ৰামৰ শৰীৰৰ পৰা উৎপন্ন তেওঁৰ প্ৰতিবিম্বহে। এনেহেন ৰূপৱান সৰ্বসুলক্ষণসম্পন্ন মহাভাগ, মহাত্মা ভ্ৰাতৃদ্বয়ে পৱিত্ৰ এই কাব্য আবৃত্তি কৰি দ্বিজ, ঋষি আৰু সাধুমণ্ডলীৰ আগত স্থিৰচিত্তে যথাযথভাৱে গাব ধৰিলে। কেতিয়াবা শুদ্ধচিত্ত ঋষিসমূহৰ মাজত, কেতিয়াবা আকৌ তেওঁলোকৰ ওচৰত গোৱা এই গান শুনি ঋষিসকল বিস্ময়ান্বিত হল আৰু সকলোৱে অশ্ৰুপূৰ্ণ নয়নে সাধুবাদ দিব ধৰিলে। ৪-১৬

এই ৰামায়ণ গান শুনি ধৰ্মবৎসল ঋষিকুল পৰম প্ৰীত হৈ গান গাই থকা অৱস্থাতে কুশীলৱক প্ৰশংসা কৰি কব ধৰিলে, "আহা গীতৰ কি মাধুৰ্য্য, বিশেষকৈ শ্লোকসমূহৰ! ঘটনাৱলী অতীত কালৰ হলেও যেন চকুৰ আগতেহে হব ধৰিছে এনে লাগিছে।" এইদৰে কুমাৰ দুজনে গানৰ ৰসত তন্ময়ত্ব লাভ কৰি ক্ৰমাৎ উচ্চৰ পৰা উচ্চতৰ সুৰত গাই গাই তপোনিধি মহৰ্ষিসকলৰ প্ৰশংসাভাজন হবলৈ ধৰিলে। সন্তুষ্ট হৈ কোনো ঋষিয়ে সভাস্থলতে তেওঁলোক দুজনক কলহ এটা দান কৰিলে, মহাযশস্বী আন কোনোৱে গছৰ বাকলি, কোনোৱে কৃষ্ণাজিন দিলে, এইদৰে মহামুনিসকলৰ কোনোৱে যজ্ঞসূত্ৰ, কোনোৱে মুঞ্জঘাঁহৰ টঙালি, কোনোৱে কুশাসন, কোনোৱে কৌপিন, কোনোৱে কুঠাৰ, কোনোৱে কষায় বস্ত্ৰ, কোনোৱে চীৰবস্ত্ৰ, কোনোৱে কাষ্ঠসংগ্ৰহৰ বাবে জৰী, কোনোৱে যজ্ঞভাণ্ড, কোনোৱে কাঠৰ ভাৰ আৰু কোনোৱে বা যজ্ঞডুমৰুৰ পীৰা কুমাৰ দুজনক দান কৰিলে। আনন্দতে মুগ্ধ হৈ কোনোজন ঋষিয়ে মাত্ৰ স্বস্তিবচন আৰু কোনোৱে বা 'দীৰ্ঘায়ু হোৱা' বুলি আশীৰ্বাদকে জনালে। ১৭-২৫

এইদৰে সত্যবাদী সকলো মুনিয়ে কুশীলৱক বৰ দান দি মুনিপ্ৰণীত এই আখ্যান প্ৰশংসা কৰি কলে যে এই আখ্যান অতি আশ্চৰ্য্যজনক আৰু কবিসকলৰ আধাৰস্বৰূপ। তাৰ পিচত ঋষিসকলে গায়ক দুজনক সম্বোধন কৰি কলে, "হে সৰ্বগীতপাৰগ বালকযুগল! তোমালোকে ক্ৰম অনুসৰি গাই যি গীত সমাপন কৰিলা সি আয়ুঃ আৰু শ্ৰীবৃদ্ধিকাৰক আৰু সৰ্বতোভাৱে শ্ৰুতিমনোহৰ।" ২৬-২৮



এইদৰে চাৰিও ফালৰ পৰা প্ৰশংসাভাজন হৈ গান গাই ফুৰি থাকোঁতে এদিন অযোধ্যা নগৰীৰ প্ৰশস্ত এক ৰাজপথত ভৰতাগ্ৰজ ৰামে কুমাৰ দুজনক দেখা পালে। শত্ৰুবিনাশক ৰামে কুশীলৱক ঘৰলৈ মতাই আনি আদৰ-অভ্যৰ্থনা জনালে। পিচত প্ৰভু ৰামে সুৱৰ্ণনিৰ্মিত দিব্য সিংহাসনত বহি চাৰিওফালে উপবিষ্ট মন্ত্ৰীমণ্ডলী আৰু ভ্ৰাতৃবৰ্গৰে সৈতে পৰিবেষ্টিত হৈ ৰূপলাৱণ্যযুক্ত, বিনীত ভাই-ককাই দুজনক লক্ষ্য কৰি ভৰত, লক্ষ্মণ আৰু শত্ৰুঘ্নক কলে, "দেৱদ্যুতিসম্পন্ন এই ভ্ৰাতৃযুগলৰ বিচিত্ৰ অৰ্থ অৰু পদযুক্ত আখ্যান ভালদৰে শুনা।" এই বুলি কৈ গায়ক দুজনক গাবলৈ আদেশ দিলে। তেতিয়া বালক দুজনে যথাশক্তি শ্ৰোতাসকলৰ চিত্ত আকৰ্ষণ কৰিব পৰাকৈ বীণাৰ সুৰত গান এনে সুমধুৰ ভাবে আৰম্ভ কৰিলে যে শুনা মাত্ৰকে শ্ৰোতৃবৰ্গৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হ'ল আৰু সকলোৰে হৃদয় আৰু মন আনন্দতে ভৰপুৰ কৰি ভ্ৰাতৃযুগলে সেই সভাৰ মাজত অপূৰ্ব এক শোভা ধাৰণ কৰিলে। ২৯-৩৪

তেতিয়া ৰজা ৰামচন্দ্ৰই ভ্ৰাতৃবৰ্গক উদ্দেশ্য কৰি কলে, "মুনিবেশধাৰী এই কুশ আৰু লৱ উভয়েই মহাতপস্বী আৰু পাৰ্থিৱ সৰ্বসুলক্ষণসম্পন্ন। তেওঁলোকে গোৱা মোৰ অভ্যুদয়-কাৰক এই আখ্যান শব্দাৰ্থ আৰু অলঙ্কাৰৰ দ্বাৰা বিভূষিত হৈ মহানুভৱ গুণসম্পন্ন হৈছে। এতেকে তোমালোকে ইয়াক মনোযোগেৰে শুনা।" ৩৫

তেতিয়া ৰামৰ আদেশ মতে পুনঃ দুয়োটি বালকে মাৰ্গবিধানমতে* লিখিত গান গাবলৈ প্ৰবৃত্ত হল আৰু ৰজা ৰামে সিংহাসনৰ পৰা সভাসদসকলৰ মাজলৈ নামি আহি গানৰ চিৰস্থায়িত্ব কামনা কৰি গান শুনাত আসক্ত হ'ল। ৩৬

## ইতি চতুৰ্থ সৰ্গ সমাপ্ত

* প্ৰাকৃতাদি ভাষাত ৰচিত গানৰ নাম দেশী আৰু সংস্কৃতত ৰচিত গানৰ নাম মাৰ্গ।

## পঞ্চম সৰ্গ

### অযোধ্যা-বৰ্ণন

সৰ্বপ্ৰথমতে প্ৰজাপতি বৈবস্বত মনুকে আৰম্ভ কৰি যিসকল জয়শালী নৰপতিয়ে এই বসুন্ধৰাত ৰাজত্ব স্থাপন কৰিছিল, যিসকলৰ ভিতৰত সগৰ নামে ৰজাই সাগৰ খনাইছিল আৰু ষাঠি হাজাৰ পুত্ৰই যাক বেঢ়ি ধৰি সৰ্বত্ৰ অনুগমন কৰিছিল, সেই ইক্ষ্বাকু-বংশীয় ৰজাসকলক লৈ বিৰাট এক আখ্যানৰ সৃষ্টি হল— যি পৃথিৱীত ৰামায়ণ নামে খ্যাত হ'ল। ধৰ্ম-অৰ্থ-কাম আৰু চতুৰ্থতে মোক্ষ ফলপ্ৰদায়িনী এই ৰামায়ণ-কথা গুৰিৰে পৰা ( কুশ আৰু লৱ ) আমি দুজনে গাম। আপোনাসকলে মনৰ পৰা অসূয়া-ভাৱ এৰি শ্ৰৱণ কৰক। ১-৪

সৰযূ নৈৰ তীৰত প্ৰভূত ধন-ধান্যৰে পৰিপূৰ্ণ অতিশয় সমৃদ্ধিশালী, আনন্দতে ভৰপূৰ কোসল নামে এখন দেশ আছিল। অযোধ্যা এই দেশৰ ৰাজধানী, মানৱ-শ্ৰেষ্ঠ স্বয়ং মনু এই নগৰীৰ নিৰ্মাণকৰ্তা। স্বৰ্গৰ দেৱপতি ইন্দ্ৰৰ নিচিনাকৈ ৰাষ্ট্ৰবিবৰ্দ্ধক ৰজা দশৰথে লোকসমূহৰ বসতি স্থাপন কৰি নিজে ইয়াত বসবাস কৰিছিল। ৫-৯

এই নগৰৰ ভিতৰখন চাৰিওফালে শাৰী-পতা দোকান-পোহাৰ, কপাট আৰু তোৰণৰ দ্বাৰাই সুবিভক্ত। ইয়াৰ কোনো ঠাইত যন্ত্ৰপাতি আৰু কোনো ঠাইত অস্ত্ৰাগাৰসমূহ অৱস্থাপিত; কোনো কোনো ভাগ আকৌ অকল শিল্পীসকলৰেই বাসস্থল। সূত আৰু মাগধসকলে ( স্তুতি আৰু বংশাৱলিপাঠক ) দলে দলে এই পুৰীকেই আশ্ৰয় কৰি বাস কৰিছিল। বতাহত উৰি-থকা পতাকা-সমূহেৰে ইয়াৰ অট্টালিকাসমূহ সুশোভিত আৰু প্ৰাচীৰস্থিত শত শত শতঘ্নী অস্ত্ৰেৰে ই সুৰক্ষিত। নগৰৰ চতুৰ্দিকে পুৰবধূসকলৰ নাট্যশালা, পুষ্পোদ্যান আৰু আম্ৰকানন। চাৰিওফালে ওখ প্ৰাচীৰ আৰু প্ৰাচীৰৰ বাহিৰ ফালে সুগভীৰ খাল এটাই ইয়াক বেঢ়ি থাকি সমগ্ৰ নগৰখনকে এটা দুৰ্গত পৰিণত কৰিছে। শত্ৰু কিয় মিত্ৰপক্ষৰো তাত প্ৰবেশ সহজসাধ্য নহয়। অসংখ্য গাধ, গৰু, ঘোঁৰা, উট আৰু হাতীৰে এই নগৰী ভৰপূৰ। এই নগৰীৰে কোনো কোনো অংশত সামন্ত-ৰাজন্যবৰ্গ নিজ নিজ কৰভাৰ শোধাবলৈ বৈ আছে, ক'তো বা আকৌ নানান দেশৰ পৰা অহা বণিকসমূহৰে সমাবেশ। ৰত্ন-নিৰ্মিত পৰ্বতপ্ৰমাণ প্ৰাসাদসমূহ আৰু ঠায়ে ঠায়ে স্ত্ৰীসমূহৰ বাবে সজা ক্ৰীড়াভৱনে সমগ্ৰ নগৰীখনকে এখন ইন্দ্ৰৰ



অমৰাৱতীত পৰিণত কৰিছে। এই নগৰী সুন্দৰী ৰমণীগণযুক্ত, নানা ৰত্ন-পৰিপূৰ্ণ আৰু সপ্ততলা পৰিমিত ওখ ঘৰসমূহৰ দ্বাৰা সুশোভিত হোৱাত অনুমান হয় যেন নগৰখন বিচিত্ৰ পাশাখেলৰ এখন ফলক হে। ইয়াৰ সমতল ভাগ নিজ নিজ পৰিয়ালবৰ্গৰে সৈতে থকা পুৰবাসীসকলৰ বসতিৰে পৰিপূৰ্ণ। সকলোৰে ঘৰ ধান-চাউলেৰে ভৰপূৰ আৰু ইয়াৰ পানী কুঁহিয়াৰৰ ৰসৰ নিচিনা স্বাদপূৰ্ণ। এই নগৰী দুন্দুভি, মৃদঙ্গ, বীণা, পণৱ আদি বাদ্যযন্ত্ৰৰ ধ্বনিৰে সদায় মুখৰিত। ইয়াৰ গৃহবহিৰ্ভাগ সুৰুচিপূৰ্ণ আৰু সদায় শ্ৰেষ্ঠ মানৱগণৰ দ্বাৰা সমাবৃত হোৱাত তপস্যালব্ধ সিদ্ধ পুৰুষৰ স্বৰ্গীয় বিমানৰ নিচিনা সমগ্ৰ নগৰখন পৃথিৱীৰ ভিতৰত এখন শ্ৰেষ্ঠ পুৰী বুলি গণ্য হৈছিল।

এই অযোধ্যা নগৰী ক্ষিপ্ৰহস্ত আৰু যুদ্ধবিদ্যাবিশাৰদ বীৰসকলৰ আবাসভূমি আছিল। তেওঁলোকে নিঃসহায় আৰু অকলে বিচৰণ কৰি থকা অথবা যুদ্ধত পলায়ন কৰা অথবা শব্দ শুনি ভেদ কৰিব পৰা প্ৰাণীত কেতিয়াও বাণ প্ৰয়োগ নকৰিছিল; আনপক্ষে যিবোৰ মত্ত সিংহ, ব্যাঘ্ৰ, বৰাহ আদি জন্তুৱে বীৰদৰ্পে বনত গৰজি থাকিছিল তেনে বিধৰ জন্তুক হে, হয় শৰ, নহয় মল্লযুদ্ধেৰে আক্ৰমণ কৰি বধ কৰিছিল। ১০-২২

এনেহেন সহস্ৰ সহস্ৰ মহাৰথী আৰু সাগ্নিক শম-দমাদিগুণপূৰ্ণ ষড়ঙ্গ বেদ-বিদ্, সত্যপৰায়ণ, দানৰ সহস্ৰগুণ অধিক ফল দিওঁতা মহৰ্ষি সদৃশ মহাত্মা ঋষি-সমূহৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰজা দশৰথে এই অযোধ্যাপুৰীত বাস কৰিছিল। ২৩

ইতি পঞ্চম সৰ্গ সমাপ্ত

## ষষ্ঠ সৰ্গ

### পুৰবাসীসকলৰ স্বভাব বৰ্ণন

( আগৰ অধ্যায়ত বৰ্ণনা কৰা ) এনেহেন সুপ্ৰসিদ্ধ অযোধ্যা নগৰীত বেদবিৎ চতুৰঙ্গবলসংগ্ৰাহক, দূৰদৰ্শী, মহাতেজা, পুৰ আৰু জনপদবাসীসকলৰ স্নেহাস্পদ, ইক্ষ্বাকুকুলৰ অতিৰথী ( দহ হেজাৰ মহাৰথীৰ সমকক্ষ যোদ্ধা ), মহৰ্ষি কল্প ৰাজৰ্ষি পৰমধাৰ্মিক যজ্ঞানুষ্ঠাতা ৰজা দশৰথে বাস কৰিছিল। তেওঁ বলশালী, শত্ৰু-বিনাশক, মিত্ৰৱান, জিতেন্দ্ৰিয়, ইন্দ্ৰ আৰু কুবেৰসদৃশ ধন-ধান্যৰ সঞ্চয়ক আছিল।

বৈৱস্বতমনুসদৃশ প্ৰজা-পৰিৰক্ষক, সত্যনিষ্ঠ, ত্ৰিবৰ্গসাধনৰত ৰজা দশৰথে ইন্দ্ৰই অমৰাৱতী ৰক্ষা কৰাদি নিজ পুৰী ৰক্ষা কৰি আছিল। ১-৫

পুৰশ্ৰেষ্ঠ এই নগৰত ধৰ্মাত্মা, বহুজ্ঞানসম্পন্ন সত্যবাদী নৰগণে আনন্দচিত্তে দিন নিয়াইছিল। তেওঁলোক অলোভী আৰু স্বোপাৰ্জিত ধনতে তুষ্ট আছিল; সদ্‌বস্তুৰ সংগ্ৰহত কোনোজন কম নাছিল। অযোধ্যা নগৰত এনে এটা পৰিয়াল নাছিল যাৰ ঐহিক বা পাৰত্ৰিক কোনো বিষয়তে মনোবাঞ্ছা পূৰণ নোহোৱাকৈ আছিল; অথবা গো, পশু বা ধন-ধান্য বিষয়ত হীন আছিল। অযোধ্যাবাসী কোনো মানুহেই কামোন্মত্ত, কদৰ্য্য, নিষ্ঠুৰ, বিদ্যাহীন অথবা নাস্তিক নাছিল। নৰনাৰী-সকলো ধৰ্মশীল, সুসংযত, সদাচাৰসম্পন্ন, চৰিত্ৰৱান আৰু মহৰ্ষিসদৃশ মলহীন আছিল। নগৰবাসীসকলৰ ভিতৰত এনে এজন নাছিল যি কাণত কুণ্ডল, মূৰত মুকুট আৰু কণ্ঠত মালা পৰিধান নকৰিছিল। আটায়ে পৰ্য্যাপ্ত ভোগশীল, পৰিচ্ছন্ন আৰু চন্দনাদি অনুলেপৰ দ্বাৰা সুগন্ধ শৰীৰ-বিশিষ্ট আছিল। কোনোৱে দূষিত অন্ন ভোজন নকৰিছিল আৰু দানকাৰ্য্যৰ পৰা বিৰত নহৈছিল। আটাইকে অঙ্গদ, নিষ্ক (বুকুত পিন্ধা আবৰণ) আৰু কৰাভৰণ পিন্ধা দেখা গৈছিল। পুৰবাসীসকল সংযতচিত্ত, সাগ্নিক আৰু সোমযাগপৰায়ণ আছিল। কোনোজন নীচমতি, চোৰ, দয়াহীন, আচাৰভ্ৰষ্ট কিম্বা বৰ্ণসঙ্কৰ নাছিল। ৬-১২

ব্ৰাহ্মণসকল জিতেন্দ্ৰিয়, স্বকৰ্মনিৰত, দানাধ্যয়নশীল আৰু দানগ্ৰহণত সংযত-চিত্ত আছিল। তেওঁলোকৰ কোনো নাস্তিক, মিথ্যাবাদী, অল্পজ্ঞ, অসূয়াযুক্ত নাইবা অবিদ্বান নাছিল। আটায়ে ষড়ঙ্গবেদবিদ্, ব্ৰতশীল আৰু বহুশ্ৰুত আছিল। ৰাজ্যত কোনো মানুহ দীন, উন্মাদ অথবা ব্যথিতচিত্ত নাছিল। পুৰুষ বা স্ত্ৰী কোনো কুশ্ৰী, কুৰূপ বা ৰজাৰ প্ৰতি অভক্তিমান নাছিল। প্ৰথম চাৰিবৰ্ণৰ ভিতৰত সকলোৱে দেৱাতিথিপূজক, কৃতজ্ঞ, বদান্য, শূৰ আৰু বিক্ৰমশীল আছিল। সকলোৱে দীৰ্ঘায়ু-সম্পন্ন, ধৰ্ম আৰু সত্যত প্ৰতিষ্ঠিত হৈ স্ত্ৰী-পুত্ৰ-পৌত্ৰৰে সৈতে বসবাস কৰি আছিল। ১৩-১৮

ক্ষত্ৰিয়, ব্ৰাহ্মণৰ আৰু বৈশ্য, ক্ষত্ৰিয়ৰ অনুবৰ্তী আছিল; শূদ্ৰই নিজ নিজ কৰ্ম্মত ৰত থাকি তিনিও জাতিৰ সেৱা কৰিছিল। ১৯

আগৰ দিনত মনুৱে ৰক্ষা কৰাদি ইক্ষ্বাকু-কুলনাথ ৰজা দশৰথে অগ্নিসদৃশ তেজস্বী, পৰাভৱাসহিষ্ণু, সবলমতি, সৰ্বাস্ত্ৰ-বিদ্যাপাৰ্গত যোদ্ধৃবৃন্দৰ সহায়ত সিংহই নিজগুহা ৰক্ষা কৰাৰ নিচিনা এই নগৰী ৰক্ষা কৰি আছিল। ২০-২১

কম্বোজ, বাহ্লীক, বনায়ু আৰু সিন্ধুনদীতটস্থ দেশজাত ইন্দ্ৰৰ উচ্চৈঃশ্ৰৱাসদৃশ অশ্বসমূহৰ দ্বাৰা এই পুৰী পৰিপূৰ্ণ আছিল। এই নগৰীৰ হস্তীসমূহ হিমালয়, বিন্ধ্য



আদি পৰ্বতজাত মদোন্মত্ত, অতিবলৱান আৰু পৰ্বতপ্ৰমাণ ওখ আছিল। সিহঁত ঐৰাবত, মহাপদ্ম, অঞ্জনা, বাসন আদি দিগ্‌গজসমূহৰ বংশধৰ আৰু ভদ্ৰ, মন্দ্ৰ, মৃগ অথবা তিনিওৰে সঙ্কৰ ভদ্ৰমন্দ্ৰ, ভদ্ৰমৃগ আৰু মৃগভদ্ৰ প্ৰকৃতিৰ আছিল। ২২-২৫

শত্ৰুপক্ষই প্ৰবেশ লাভ কৰি এই নগৰীৰ ভিতৰত যুঁজত প্ৰবৃত্ত হব নোৱাৰিছিল বুলিয়েই এই নগৰীৰ নাম অযোধ্যা আছিল। তিনি যোজন বিস্তৃত এই পুৰীৰ অন্ততঃ দুই যোজনৰ ভিতৰত যুদ্ধকাৰ্য্য তেনেই অসম্ভৱ হোৱাত পুৰীয়ে নামৰ সাৰ্থকতা যথাৰ্থতে ৰক্ষা কৰিব পাৰিছিল। ২৬

চন্দ্ৰই নক্ষত্ৰকুল শাসন কৰাৰ দৰে সুদৃঢ় কপাট, বহিৰ্দ্বাৰবিশিষ্ট বিচিত্ৰ গৃহসমূহেৰে সুশোভিত, হাজাৰ হাজাৰ নৰৰ বসতিস্থান, মঙ্গলময়, সাৰ্থকনামা এই অযোধ্যানগৰী ইন্দ্ৰসম মহাতেজস্বী শত্ৰুকুলবিনাশক মহান ৰজা দশৰথে শাসন কৰিছিল। ২৭-২৮

ইতি ষষ্ঠ সৰ্গ সমাপ্ত

## সপ্তম সৰ্গ

### ৰজা দশৰথৰ মন্ত্ৰী* আৰু অমাত্যবৰ্গ

ইক্ষ্বাকুকুলজাত যশস্বী সুমহাত্মা ৰজা দশৰথৰ অমাত্যবৰ্গ সৰ্বগুণসম্পন্ন, মন্ত্ৰণাপটু আৰু ইঙ্গিতজ্ঞ আছিল। তেওঁলোক সদায় ৰজাৰ হিত আৰু প্ৰিয়কাৰ্য্যত ৰত, শুচি আৰু ৰাজকাৰ্য্যত অনুৰক্ত আছিল। সংখ্যাত তেওঁলোক আঠজন, যেনে—ধৃষ্টি, জয়ন্ত, বিজয়, সুৰাষ্ট্ৰ, ৰাষ্ট্ৰবৰ্দ্ধন, অকোপ, ধৰ্মপাল আৰু অৰ্থনীতিজ্ঞ সুমন্ত্ৰ। মুনিশ্ৰেষ্ঠ বশিষ্ঠ আৰু বামদেৱ এই দুজনা ৰজাৰ প্ৰধান ঋত্বিক (পুৰোহিত) আছিল। আন আন ব্ৰাহ্মণসকল, যেনে—সুযজ্ঞ, জাবালি, কাশ্যপ, গৌতম, দীৰ্ঘজীৱী, মাৰ্কণ্ডেয় আৰু কাত্যায়ন পূৰ্ব্বোক্ত আঠজন অমাত্যৰ অতিৰিক্ত মন্ত্ৰী। ১-৫

---

* টীকাকাৰে মন্ত্ৰী আৰু অমাত্যৰ ভিতৰত এইদৰে পাৰ্থক্য কৰিছে:

যি সকলে ৰাজকাৰ্য্য আৰু ধৰ্মকাৰ্য্য আদি সকলো কামতে ৰজাক মন্ত্ৰণা দিয়ে তেওঁলোক মন্ত্ৰী আৰু যি সকলে ৰজাৰ লগত থাকি ৰাজকাৰ্য্য পৰিচালনা কৰে তেওঁলোক অমাত্য।

এই ব্ৰহ্মৰ্ষিসকলেৰে সৈতে পুৰুষানুক্ৰমে হৈ অহা ঋত্বিক আৰু অমাত্যগণে
সকলো ৰাজকাৰ্য্য নিৰ্বাহ কৰিছিল। তেওঁলোক বিদ্বান অতএব বিনীত, লজ্জাশীল,
কাৰ্য্যকুশল, নিয়তেন্দ্ৰিয়, শ্ৰীমান, মহাত্মা, অস্ত্ৰশস্ত্ৰত পাৰ্গত, পৰাক্ৰমী, কীৰ্তিমান,
সকলো কাৰ্য্যতে সাৱধান, ৰাজাজ্ঞাপালনকাৰী, তেজস্বী, ক্ষমাশীল আৰু যশস্বী
আছিল! তেওঁলোকে মিচিকিয়াই হাঁহি এটা মাৰি হে আনৰ লগত কথা-বতৰা
পাতিছিল আৰু কেতিয়াও ক্ৰোধ, লোভ বা ধনৰ আশাত মিছাৰ আশ্ৰয় নলৈছিল।
নিজ বা শত্ৰু পক্ষে কৰা, কৰিব ধৰা বা আগলৈ কৰিব বুলি ভবা বা অভিসন্ধি কৰা
কোনো কাম তেওঁলোকৰ অবিদিত নাছিল। গুপ্তচৰৰ সহায়ত সেইবোৰৰ সবিশেষ
বিবৰণ সদায় পাই আছিল। তেওঁলোক ৰাজকাৰ্য্য পৰিচালনাত সুনিপুণ আছিল
আৰু তেওঁলোকৰ অন্তৰৰ সৌহাৰ্দভাৱ সদায় ৰজাৰ দ্বাৰা পৰীক্ষিত হৈছিল। উপযুক্ত
বিবেচনা কৰিলে নিজ পুত্ৰৰ ওপৰতো সময় আৰু অৱস্থা অনুসৰি দণ্ড বিহিবলৈ
তেওঁলোকে পিচ হোহকা নাছিল। তেওঁলোক ৰাজকোষৰ বাবে ধনসংগ্ৰহ আৰু
চতুৰঙ্গসেনাবল বঢ়োৱাত সদায় তৎপৰ আছিল। অপৰাধী নহলে শত্ৰুজনকো
হিংসা নকৰিছিল। তেওঁলোক বীৰ, সততে উৎসাহৱান, ৰাজনীতিপৰায়ণ আৰু
সাধুজনৰ পৰিৰক্ষক আছিল। তেওঁলোকে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ প্ৰতি পৰস্পৰ
হিংসাশূন্যভাৱে ৰাজকোষৰ উন্নতি সাধন কৰিছিল আৰু দণ্ডাৰ্হজনৰ অপৰাধৰ
তাৰতম্য বুজি হে লঘু বা গুৰু শাস্তিৰ বিধান কৰিছিল। ৬-১৩

মন্ত্ৰীবৰ্গ শুদ্ধভাৱাপন্ন হৈ সকলো বিষয়তে একমত আছিল। নগৰ আৰু
ৰাষ্ট্ৰৰ সকলো বৃত্তান্ত তেওঁলোকৰ সুবিদিত হোৱাৰ কাৰণে কোনোৱে ক'তো মিথ্যাৰ
আশ্ৰয় নলৈছিল অথবা দুষ্ট ভাৱৰ বশবৰ্তী হৈ আনৰ স্ত্ৰীত আসক্ত নহৈছিল। নগৰ
আৰু ৰাষ্ট্ৰত সকলোৱে প্ৰশান্তচিত্তে বাস কৰিছিল। ১৪-১৫

মন্ত্ৰীসকল অন্তৰত যেনে শুচি আৰু শুদ্ধভাবাপন্ন আছিল বাহিৰৰ সাজপাৰতো
তেনে পৰিষ্কাৰ আৰু পৰিচ্ছন্ন আছিল। নীতিৰ চকুৰে সকলো বিষয়তে সজাগ
থাকি ৰজাৰ হিত সাধন কৰিছিল। তেওঁলোক ৰজা আৰু নিজ নিজ গুৰুজনৰ
গুণগ্ৰাহী, পৰাক্ৰমত খ্যাতনামা আৰু সকলো কাৰ্য্যতে স্থিৰবুদ্ধি আছিল। অতএব
বিদেশতো তেওঁলোকৰ নাম জনাজাত আছিল। তেওঁলোক সকলো গুণৰ আধাৰ
আছিল সঁচা, সেই বুলি সত্ত্ব, ৰজ, তম কোনো গুণৰ অভাৱ তেওঁলোকৰ নাছিল
( সত্ত্ব প্ৰজাপালন, তম দুৰ্বৃত্তশাসন, ৰজ ভোগ )। তেওঁলোক সন্ধি-বিগ্ৰহাদিৰ
তত্ত্বজ্ঞ, স্বভাৱতে সকলো সম্পদৰ অধিকাৰী, মন্ত্ৰসংৰক্ষণ আৰু সূক্ষ্মবিচাৰত সমৰ্থ,
নীতি-শাস্ত্ৰবিশেষজ্ঞ আৰু সদায় প্ৰিয়বাদী আছিল। ১৬-১৯

এনে গুণবিশিষ্ট ঋত্বিক আৰু অমাত্যবৰ্গৰে সৈতে পাপবিহীন ৰজা দশৰথে



পৃথিৱী শাসন কৰিছিল। গুপ্তচৰৰ সহায়ত নিজ আৰু পৰৰাষ্ট্ৰৰ সকলো বৃত্তান্ত জানি লৈ, অধৰ্ম্ম ত্যাগ কৰি তিনিও জগততে বদান্য আৰু সংগ্ৰামত সত্যপ্ৰতিজ্ঞ বুলি খ্যাতি লাভ কৰিছিল। কোনো শত্ৰুৱে তেওঁৰ বৈশিষ্ট্য বা সমকক্ষতা লাভ কৰিব নোৱাৰিছিল। ৰজা দশৰথ যিদৰে মিত্ৰৱান আছিল সেইদৰে সামন্ত ৰাজন্যবৰ্গয়ো তেওঁৰ ওচৰত অৱনত থকাৰ কাৰণে নিজ প্ৰতাপৰ বলত তেওঁ নিষ্কণ্টক আছিল। দেৱতাসকলৰ অধিপতি ইন্দ্ৰই যিদৰে ৰাজ্যশাসন কৰিছিল তেৱোঁ সেইদৰে এই জগৎ শাসন কৰিছিল। এনেহেন বিচাৰশক্তিসম্পন্ন কাৰ্য্যকুশল সমৰ্থৱান অনুৰক্ত মন্ত্ৰীবৰ্গৰে সৈতে পৃথিৱীপতি ৰজা দশৰথ, সমুজ্জ্বল কিৰণমালাৰে সুশোভিত উদিত সূৰ্য্যৰ দৰে দীপ্তিমান হৈ আছিল। ২০-২৪

ইতি সপ্তম সৰ্গ সমাপ্ত।

## অষ্টম সৰ্গ

### অশ্বমেধ যজ্ঞৰ বিষয়ে মন্ত্ৰণা

এনে প্ৰভাৱান্বিত ধৰ্ম্মপৰায়ণ মহাত্মা ৰজা দশৰথে পুত্ৰৰ কাৰণে তপস্যা কৰাতো বংশধৰ কোনো সন্তান নোপজাত চিন্তা কৰোঁতে কৰোঁতে তেওঁৰ মনত এটা বুদ্ধি খেলালে। "পুত্ৰৰ কাৰণে অশ্বমেধ যজ্ঞ নকৰোঁ কিয় ?" তেতিয়া সংযতেন্দ্ৰিয় কাৰ্য্যকুশল সকলোটি মন্ত্ৰীৰ লগত পৰামৰ্শ কৰি ধীৰমতি ৰজাই যজ্ঞ সম্পাদন কৰাটোকে স্থিৰ কৰি মন্ত্ৰী সুমন্ত্ৰক কলে, "মন্ত্ৰীবৰ! পুৰোহিতবৰ্গৰে সৈতে মোৰ গুৰুজনসকলক সোনকালে ইয়ালৈ মতাই আনা।" তেতিয়া দ্ৰুতগামী সুমন্ত্ৰই শীঘ্ৰে সুযজ্ঞ, বামদেৱ, জাবালি, কাশ্যপ, পুৰোহিত বশিষ্ঠ আৰু আন আন দ্বিজশ্ৰেষ্ঠ বেদজ্ঞ গুৰুজনসকলক ৰজাৰ ওচৰলৈ মতাই অনালে। ধৰ্ম্মপৰায়ণ ৰজা দশৰথে পূজা-অৰ্চনাৰে তেওঁলোকক অভ্যৰ্থনা জনাই ধৰ্মাৰ্থপূৰ্ণ মধুৰ কথাৰে সম্বোধন কৰি কলে, "পুত্ৰচিন্তাত ব্যাকুল হৈ থকাৰ কাৰণে মই একোতে সুখ নাপাওঁ। এতেকে মই শাস্ত্ৰনিৰ্দিষ্ট বিধিমতে অশ্বমেধ যজ্ঞ সম্পাদন কৰিবলৈ মন কৰিছোঁ ; কি উপায়ে মোৰ মনোবাঞ্ছা সিদ্ধ হব পাৰে আপোনালোকে তাৰ উপায় চিন্তা কৰক।" ১-৯

তেতিয়া বশিষ্ঠ প্ৰমুখ ব্ৰাহ্মণসকলে 'সাধু' 'সাধু' বুলি ৰজাৰ মুখৰপৰা ওলোৱা কথাখিনি শলাগি আনন্দচিত্তে ৰজা দশৰথক কলে, "হে ৰাজন! যজ্ঞৰ কাৰণে সম্ভাৰ আহৰণ কৰা হওক আৰু সেই উদ্দেশ্যে ঘোঁৰাও এৰি দিয়া হওক। সৰযূ নদীৰ উত্তৰপাৰে যজ্ঞভূমি নিৰূপিত হওক। হে মহীপতি! যিহেতু পুত্ৰৰ কাৰণে আপোনাৰ এনে সজ মতি হৈছে অতএব ইচ্ছা অনুসৰি আপোনাৰ পুত্ৰ লাভ হবই।" ব্ৰাহ্মণসকলৰ এই কথা শুনি ৰজা সন্তুষ্ট হৈ হৰ্ষোৎফুল্লনয়নে অমাত্যবৰ্গলৈ চাই কলে, "গুৰুজনসকলৰ কথা অনুসৰি যজ্ঞৰ সম্ভাৰ আহৰণ কৰা আৰু পুৰোহিত আৰু সমৰ্থৱান ৰক্ষীবৰ্গৰে সৈতে যজ্ঞৰ ঘোঁৰা এৰি দিয়া। সৰযূ নদীৰ উত্তৰ পাৰে যজ্ঞৰ বাবে ঠাই প্ৰস্তুত কৰা। ক্ৰম আৰু বিধি অনুসৰি শান্তিস্বস্ত্যয়নাদি কৰ্ম্ম আগবাঢ়ি গৈ থাকক যাতে কোনো প্ৰকাৰৰ বিঘিনিয়ে স্পৰ্শ কৰিব নোৱাৰে। ক্ৰিয়ালোপাদি কোনো প্ৰকাৰৰ অপৰাধৰ দ্বাৰা দূষিত নোহোৱাকৈ ৰাখিবপৰা হলে যি কোনো ৰজাই অশ্বমেধ যজ্ঞ সম্পন্ন কৰিব পাৰিলেহেঁতেন কিন্তু সেইটো কষ্টসাধ্য। এনেবিধৰ যজ্ঞত বিদ্বান ব্ৰহ্মৰাক্ষসসকলে সদায় ছিদ্ৰকে বিচাৰি থাকে। বিধিহীন যজ্ঞৰ কৰ্ত্তা ততালিকে বিনাশপ্ৰাপ্ত হয়। এতেকে যাতে মোৰ এই যজ্ঞ বিধিপূৰ্ব্বক সম্পাদিত হব পাৰে তাৰ বাবে যত্নৱান হোৱা। তোমালোক এই বিষয়ে সুদক্ষ।" ৰজাৰ দ্বাৰা অভ্যৰ্থিত হৈ মন্ত্ৰীবৰ্গৰ সকলোটিয়ে "তথাস্তু" বুলি কৈ ৰাজ-আদেশ মানি ললে আৰু গুৰিৰেপৰা ৰজাৰ কথাখিনি শুনি ধৰ্ম্মজ্ঞ ব্ৰাহ্মণসকলে ৰজাক আশীৰ্ব্বাদ কৰিলে। ১০-২০

ৰজাৰপৰা বিদায় লৈ ব্ৰাহ্মণসকল নিজ নিজ ঠাইলৈ গলত নৃপশ্ৰেষ্ঠ মহামতি দশৰথে তাত উপস্থিত থকা মন্ত্ৰীসকলক "পুৰোহিতসকলৰ নিৰ্দ্দেশমতে যথাবিধি যজ্ঞৰ কাৰ্য্য সম্পাদন কৰা" বুলি কৈ তেওঁলোককো বিদায় দি অন্তঃপুৰত প্ৰৱেশ কৰিলে। অভ্যন্তৰলৈ গৈ হৃদয়ানন্দকাৰিণী পত্নীসকলক লগ পাই কলে, "মই পুত্ৰলাভৰ কাৰণে যজ্ঞ সম্পাদন কৰিবলৈ দীক্ষিত হৈছোঁ। তোমালোকো সেইদৰে ব্ৰতপৰায়ণা হোৱা।"

ৰজাৰ এই মধুৰ বাক্য শুনি ৰূপলাৱণ্যযুক্তা ৰাজমহিষীসকলৰ মুখপদ্মই শীতকাল শেষ হোৱাৰ লগে লগে বসন্তৰ আগমনত প্ৰস্ফুটিত পদ্মশ্ৰীৰ নিচিনা কমনীয় কান্তি ধাৰণ কৰিলে। ২১-২৪

ইতি অষ্টম সৰ্গ সমাপ্ত

## নৱম সৰ্গ

### ৰজা আৰু সুমন্ত্ৰৰ আলাপ

ৰজাই পুত্ৰলাভৰ বাবে যজ্ঞ পাতিবলৈ স্থিৰ কৰা শুনি একেলগে সাৰথি আৰু মন্ত্ৰী উভয় পদতে প্ৰতিষ্ঠিত সুমন্ত্ৰই গোপনে ৰজাক কলে, "হে ৰাজন, আপোনাৰ পুত্ৰোৎপত্তিৰ বিষয়ে পুৰাণত যি এটা আখ্যানৰ কথা মোৰ শুনা আছে, কওঁ শুনক। ঋত্বিকসকলে যজ্ঞৰ বিষয়ে আপোনাক এইদৰে উপদেশ দিছে, আনপিনে ময়ো পুৰাণত এই বিষয়ে এনেদৰে পাইছোঁ। আদিতে ভগৱান সনৎকুমাৰে ঋষিসকলৰ আগত আখ্যানটো এইদৰে বৰ্ণনা কৰিছিল। 'কাশ্যপৰ বিভাণ্ডক নামে প্ৰসিদ্ধ এটা পুত্ৰ আছে। বিভাণ্ডকৰ ঋষ্যশৃঙ্গ নামে বিখ্যাত এটা পুত্ৰ উপজিব। বিপ্ৰশ্ৰেষ্ঠ মুনি ঋষ্যশৃঙ্গ বনতে ডাঙৰ হৈ বনচাৰী হিচাপে সদায় পিতাকৰ অনুগামী হৈ থাকি (সংসাৰৰ) আন একোকে নাজানিব আৰু দুয়োবিধ* ব্ৰহ্মচৰ্য্যই এই মহাত্মাৰ অক্ষুন্ন থাকিব। হে ৰাজন, নৰসমাজত এই বিষয়ে তেওঁৰ প্ৰসিদ্ধি থাকিব আৰু ব্ৰাহ্মণ সমাজতো এই বিষয়ে আলোচনা চলিব। এইদৰে অগ্নিপূজাৰত হৈ খ্যাতনামা পিতৃদেৱৰ পৰিচৰ্য্যা কৰি থাকোতে ঋষি ঋষ্যশৃঙ্গৰ সময় অতিবাহিত হব।

"এনে সময়ত অঙ্গদেশত প্ৰতাপৱান মহাবলশালী ৰোমপাদ নামে এজন প্ৰসিদ্ধ ৰজা হব। ৰাজকাৰ্য্যত ব্যতিক্ৰম ঘটাৰ বাবে সমগ্ৰ ৰাজ্যজুৰি প্ৰজাসমূহৰ মাজত আতঙ্ক সৃষ্টি কৰি দুৰ্ঘোৰ এক অনাবৃষ্টিয়ে দেখা দিব। ৰজাই মনত দুখ পাই বেদজ্ঞ ব্ৰাহ্মণসকলক মতাই আনি কব, 'বেদবিহিত কৰ্ম আৰু লোকাচাৰ সম্বন্ধে সকলো কথা আপোনালোকৰ জনা আছে। এতেকে যি উপায়ে ইয়াৰ প্ৰতিবিধান (প্ৰায়শ্চিত্ত) হব পাৰে তাক নিৰ্দেশ কৰক।' ৰজাই এইদৰে কোৱাত বেদজ্ঞ ব্ৰাহ্মণসকলে ৰজাক কব, 'হে ৰাজন, যি কোনো উপায়ে বিভাণ্ডকৰ পুত্ৰক ইয়ালৈ অনাওক। হে মহীপাল, বেদজ্ঞ বিভাণ্ডকৰ পুত্ৰ ব্ৰাহ্মণ ঋষ্যশৃঙ্গক সাদৰে বৰি আনি আপোনাৰ কন্যা শান্তাক বিধিমতে তেওঁৰ লগত বিবাহ দিয়ক।' ১-১৪

"ৰজাই স্থিৰচিত্তে ব্ৰাহ্মণসকলৰ এই কথা শুনি চিন্তা কৰিব, 'কি উপায়ে বীৰ্য্যৱান সেই মুনিক ইয়ালৈ অনা হব পাৰে।' তেতিয়া আত্মজ্ঞ ৰজাই মন্ত্ৰী-

* মেখলা, অজিন আদিৰ ধাৰণ মুখ্য আৰু নিজ স্ত্ৰীৰ লগত শাস্ত্ৰোক্ত নিয়মে ঋতুগমন, গৌণ—এই দুয়োবিধ ব্ৰহ্মচৰ্য্য।

সকলেৰে সৈতে পৰামৰ্শ কৰি পুৰোহিত আৰু অমাত্যবৰ্গক যথাবিহিত সংকাৰ কৰি এই কামৰ বাবে তালৈ যাবলৈ অনুৰোধ কৰিব। ৰজাৰ কথা শুনি অমাত্যগণে মনে মনে দুখ পাই অধোমুখে অনুনয়-বিনয় কৰি ৰজাক কব, 'হে ৰাজন, ঋষি বিভাণ্ডকৰ ভয়ত আমি তালৈ যাবলৈ অক্ষম।' পিচত উপযুক্ত উপায় বিচাৰি তেওঁলোকে পুনঃ ৰজাক কব, 'ৰাজন, আমি সেই বিপ্ৰক অনাব পাৰিম আৰু তাৰ বাবে আমি যি উপায় উদ্ভাৱন কৰিছোঁ তাত কোনো দোষ নহব।' ১৪-১৭

"এবম্প্ৰকাৰে অঙ্গাধিপতি ৰোমপাদে বেশ্যা কেইজনীমানৰ সহায়ত মুনিৰ পুতেকক অনাব আৰু তেতিয়া ইন্দ্ৰদেৱে ৰাজ্যত বৰষুণ ঢালি দিব আৰু ৰজায়ো শান্তাক তেওঁৰ লগত বিবাহ দিব। হে মহাৰাজ দশৰথ, আপোনাৰ এই জামাতা ঋষ্যশৃঙ্গই আপোনাৰ পুত্ৰোৎপত্তি বিষয়ত সহায়ক হব। ৰাজন, সনৎকুমাৰে কোৱা কথাখিনি এই। মই তাকে আপোনাৰ ওচৰত নিবেদন কৰিলোঁ।" ১৮-১৯

তেতিয়া ৰজা দশৰথে আনন্দিত হৈ সুমন্ত্ৰক কলে, "হে সূত, যি উপায় আৰু পদ্ধতিৰে ঋষ্যশৃঙ্গক অনা হল সেই কথাখিনিও মোক কোৱাঁ।" ২০

**ইতি নৱম সৰ্গ সমাপ্ত**

## দশম সৰ্গ

## ঋষ্যশৃঙ্গৰ কথা বৰ্ণনা

ৰজাৰ কথা শুনি সুমন্ত্ৰই কলে, "হে ৰাজন, ৰজা ৰোমপাদে তেওঁৰ মন্ত্ৰীবৰ্গৰ লগত পৰামৰ্শ কৰি যি উপায়ে ঋষি ঋষ্যশৃঙ্গক অনালে, মই কওঁ, আপুনি আপোনাৰ মন্ত্ৰীসকলে সৈতে শুনক। অমাত্যগণে সৈতে একমত হৈ পুৰোহিতে ৰজা ৰোমপাদক কলে, 'ৰাজন, কোনো প্ৰকাৰৰ অপায়-অমঙ্গল নোহোৱাকৈ কামটো সাধিব পৰা এটা উপায় আমি স্থিৰ কৰিছোঁ। ঋষি ঋষ্যশৃঙ্গ বনচাৰী, সদায় তপস্যা আৰু স্বাধ্যায়ৰত; স্ত্ৰী অথবা বিষয়-সুখ সম্বন্ধে সম্পূৰ্ণ অনভিজ্ঞ। এতেকে মানুহৰ চিত্ত ব্যাকুল কৰি ইন্দ্ৰিয়-সুখ চৰিতাৰ্থ কৰিব পৰা ৰমণীয় সম্ভাৰৰ দ্বাৰা প্ৰলোভন দেখুৱাই তেওঁক নগৰলৈ অনাম। তাৰ বাবে আপুনি যত্নপৰ হওক। সেই উদ্দেশ্যে নানা অলঙ্কাৰে বিভূষিতা ৰূপৱতী বাৰাঙ্গনাসকল বিচিত্ৰ আভৰণ আৰু



অন্নপানাদিৰে সজ্জিত হৈ তালৈ যাওক। তেওঁলোকে নানা উপায়ে প্ৰলোভন দেখুৱাই মুনিক ইয়ালৈ আনিব পাৰিব।" ১-৫

ৰজাই "তথাস্তু" বুলি সন্মতি দিয়াত পুৰোহিত* আৰু মন্ত্ৰীসকলে মিলি কামটো তেনেদৰে সম্পন্ন কৰিলে। এই কথা শুনি মুখ্য মুখ্য বেশ্যাগণে সেই মহৎ বনত প্ৰবেশ কৰিলে আৰু আশ্ৰমৰ পৰা অলপ দূৰত থাকি আশ্ৰমনিবাসী ধীৰমতি ঋষিপুত্ৰৰ দৰ্শন পাবলৈ চেষ্টা কৰিবলৈ ধৰিলে। ঋষিবৰৰ পুত্ৰই কিন্তু পিতাকৰ লালন-পালনতেই সন্তুষ্ট থাকি আশ্ৰম এৰি দূৰলৈ নগৈছিল আৰু ওপজাৰ দিনৰে পৰা তপস্বীপ্ৰবৰে নগৰ বা ৰাজ্যৰ পুৰুষ, স্ত্ৰী বা অন্য কোনো প্ৰাণী দেখা নাছিল। ৬-৯

পিচত এদিনাখন সেই ফাললৈ আহোঁতে বিভাণ্ডকসুত ঋষিয়ে সেই বাৰাঙ্গনা সমূহক দেখা পালে। তেতিয়া নানা বেশ-ভূষাৰে সজ্জিত হৈ প্ৰমদাসকলে মধুৰস্বৰে গান গাই ঋষিপুত্ৰৰ ওচৰ চাপি কথা-বতৰাৰ ভিতৰেদি তেওঁক সুধিলে, "হে ব্ৰাহ্মণ, আপুনি কোন আৰু ইয়াত কি কৰি আছে জানিবলৈ আমাৰ ইচ্ছা হৈছে। সুদূৰ এই বিজন বনত কিয়ই বা অকলে ঘূৰি ফুৰিছে আমাক কওক।" কমনীয় ৰূপ-লাৱণ্যযুক্তা তিৰোতাসকলক বনত দেখা পাই প্ৰীতিৰে পিতাকৰ কথা কবলৈ ইচ্ছা কৰি মুনিকুমাৰে কলে, "ঋষি বিভাণ্ডক মোৰ পিতা আৰু মই তেওঁৰ ঔৰস-জাত পুত্ৰ। মোৰ নাম ঋষ্যশৃঙ্গ, তপশ্চৰ্য্যাই মোৰ কাম—জগতত মই এই বুলিয়েই প্ৰসিদ্ধ। হে প্ৰিয়দৰ্শনসকল, ওচৰতে আমাৰ এই আশ্ৰম। তাতে আপোনালোক সকলোটিকে মই যথাবিধি পূজা-অৰ্চনা কৰিম।" ঋষিপুত্ৰৰ এই কথা শুনি সকলোটীৰে তালৈ যাবলৈ মন হল আৰু আশ্ৰম-স্থান চাবলৈ সকলোটি স্ত্ৰীয়ে তালৈ গল। আশ্ৰমত ঋষিকুমাৰে 'এই পাদ্য, এই অৰ্ঘ্য, এই ফল-মূল' এনেদৰে কৈ সম্ভাৰ আগবঢ়াই তেওঁলোকৰ সেৱা-পূজা কৰিলে। ঋষিপুত্ৰৰ অভ্যৰ্থনা গ্ৰহণ কৰাৰ পিচত† ঋষি বিভাণ্ডকলৈ ভয় কৰি আশ্ৰম এৰি যাবলৈ তেওঁলোক উৎকণ্ঠিত হল। তেতিয়া ৰমণীসকলে "হে দ্বিজ, আমালোকৰো অতি-মধুৰ ভাল ভাল এই ফল আপোনাক অৰ্পণ কৰিলোঁ। হে বিপ্ৰ, এইখিনি গ্ৰহণ কৰক আৰু খাওক। পলম নকৰিবক।"

* এইখিনিতে টীকাকাৰে পদ ফাকিৰ অৰ্থ এনেদৰে কৰিছে—পুৰোহিত ব্ৰাহ্মণে গণিকাৰ লগত সম্বন্ধ ৰখা উচিত নহয়। এতেকে মন্ত্ৰীসকলৰ ওপৰত কামৰ ভাৰ দি তেওঁলোকৰ সহায়ত কামটো সমাধা কৰালে।

† ঋষি বিভাণ্ডক অহাৰ আগতে খাওক এই অৰ্থ—টীকাকাৰ।

এই বুলি তেওঁলোক সকলোটীয়ে হৃষ্টচিত্তে ঋষিবৰক আলিঙ্গন কৰি মিঠাই আদি বিবিধ সুস্বাদু বস্তু দিলে। সেইবোৰ খাই তেজস্বী মুনিয়ে ভাবিলে, "অকল বনতেই বাস কৰা জনৰ পক্ষে এনে বস্তুৰ সোৱাদ পোৱাটো অসম্ভৱ।" তেতিয়া সেই তিৰোতাখিনিয়ে প্ৰকৃততে ঋষি বিভাণ্ডকৰ ভয়ত অথচ তেওঁলোকৰ কৰণীয় কিবা এটা ব্ৰতৰ কথা উল্লেখ কৰি ঋষিপুত্ৰৰ পৰা বিদায় লৈ উভতি আহিল। ৭-২২

তিৰোতাসকল গলত কাশ্যপসুতবিভাণ্ডকতনয়ে অন্তৰত এটা অস্বস্তিৰ ভাব অনুভব কৰি মনৰ দুখতে ঘূৰি ফুৰিব ধৰিলে। পিচ দিনা তেজস্বী শ্ৰীমান বিভাণ্ডকপুত্ৰই মনে মনে এই সকলো কথাকে ভাবি য'ত নানালঙ্কাৰ-বিভূষিতা সুন্দৰী বাৰবনিতাসকলক দেখা পাইছিল তালৈ গল। বিপ্ৰবৰক তালৈ অহা দেখি আনন্দচিত্তে তেওঁলোক আটাইকেইটীয়ে ওচৰ চাপি আহি কব ধৰিলে, "হে সৌম্য, আহক! এয়ে আমাৰ আশ্ৰম। বহুত বিচিত্ৰ ফলমূল তাত বৈ আছে। ইয়াতকৈও অধিক বিচিত্ৰ বস্তু আছে আমাৰ সেই ঠাইত (অঙ্গদেশত)। তাত সকলো বিষয়ে আপোনাৰ কাৰণে আৰু অধিক সুব্যৱস্থা হব পাৰিব।" ২৩-২৭

তিৰোতাসকলৰ হৃদয়গ্ৰাহী কথা শুনি ঋষিপুত্ৰই তালৈ যাবলৈ মন কৰাত তেওঁলোকে তেওঁক লৈ আহিল। মহাত্মা ব্ৰাহ্মণ আহি উপস্থিত হোৱা মাত্ৰকে জগৎবাসীৰ মনত আনন্দ ওপজাই ইন্দ্ৰদেৱে ততালিকে বৰষুণ ঢালি দিলে। নৰাধিপ ৰোমপাদে বৰষুণে সৈতে তাপস ব্ৰাহ্মণক অহা দেখি থিয় দি কৰযোৰে অৱনত শিৰে মাটি ছুই যথাবিধি অৰ্ঘ্য প্ৰদান কৰিলে আৰু ব্ৰাহ্মণৰ কোনো প্ৰকাৰৰ ক্ৰোধে স্পৰ্শ নকৰক বুলি সমাহিতচিত্তে বিপ্ৰশ্ৰেষ্ঠ ঋষ্যশৃঙ্গৰ প্ৰসাদ ভিক্ষা কৰিলে। ২৮-৩১

তাৰ পিচত তেওঁক অন্তঃপুৰলৈ নি কন্যা শান্তাক যথাবিধি তেওঁত সমৰ্পণ কৰিলে আৰু মনত সান্ত্বনা লভি আনন্দিত হল। এইদৰে সকলো কাম্য বস্তুৰে পূজিত হৈ মহাতেজস্বী ঋষ্যশৃঙ্গই ভাৰ্য্যা শান্তাৰে সৈতে বসবাস কৰি থাকিল। ৩২-৩৩

**ইতি দশম সৰ্গ সমাপ্ত**

## একাদশ সৰ্গ (১১)

### অযোধ্যালৈ ঋষ্যশৃঙ্গৰ আগমন

(আগৰ সৰ্গৰ সনৎকুমাৰৰ বৰ্ণিত কথাকে অনুধাৱন কৰি অনেক যুগৰ বৃদ্ধ) মন্ত্ৰী সুমন্ত্ৰই ৰাজা দশৰথক কব ধৰিলে "হে ৰাজেন্দ্ৰ, দেৱপ্ৰবৰ বুদ্ধিমান সনৎকুমাৰে হিতকৰ এই কথাটো (শেহলৈ) যিদৰে বৰ্ণনা কৰিছিল, মই কওঁ, শুনক":—১

"সনৎকুমাৰে কৈছিল—ইক্ষ্বাকুকুলত দশৰথ নামে এজন ৰজা হব। তেওঁ সুধাৰ্মিক, শ্ৰীমান আৰু সত্যপ্ৰতিজ্ঞ হব। অঙ্গৰাজৰ পুত্ৰ বিশ্ববিশ্ৰুত ৰোমপাদৰ লগত তেওঁৰ বন্ধুত্ব হব। শান্তা নামে ৰোমপাদৰ ভাগ্যৱতী এটা কন্যা হব (প্ৰকৃততে শান্তা দশৰথৰ ঔৰসজাত কন্যা; ৰোমপাদে তেওঁক পালিতা কন্যা হিচাপেহে গ্ৰহণ কৰে)। মহাযশস্বী ৰজা দশৰথ তেওঁৰ ওচৰলৈ গৈ কব, "হে ধৰ্ম্মাত্মন, মই অপুত্ৰক। আপোনাৰ অনুমতিক্ৰমে শান্তাৰ স্বামীয়ে মোৰ কুলৰক্ষাৰ অৰ্থে সন্তানৰ বাবে যজ্ঞকৰ্ম সম্পন্ন কৰক।" ২-৫

ৰজা দশৰথৰ কথা শুনি আত্মজ্ঞ* ৰজা ৰোমপাদে (ঋষিবৰক পঠিওৱাটো উচিত হব বুলি) মনে মনে বিবেচনা কৰি পুত্ৰৱান শান্তাৰ স্বামীক ৰজা দশৰথক দিব। ৰজা দশৰথে বিপ্ৰবৰক গ্ৰহণ কৰি মানসিক ক্লান্তিৰ পৰা মুক্ত হৈ আনন্দচিত্তে যজ্ঞ সম্পাদন কৰিব। তেতিয়া ধৰ্ম্মজ্ঞ ৰজা দশৰথে নিজ যশস্যা কামনা কৰি পুত্ৰপ্ৰাপ্তি আৰু তাৰপৰা উৎপন্ন হোৱা স্বৰ্গলাভ আকাংক্ষা কৰি কৰযোৰে যজ্ঞৰ কাৰণে দ্বিজশ্ৰেষ্ঠ ঋষিবৰ ঋষ্যশৃঙ্গক বৰণ কৰিব আৰু এইদৰে নৰপতি দশৰথে তেওঁৰ সহায়ত তেওঁৰ কাম্যবস্তু লাভ কৰি অমিতবলশালী বংশ-ৰক্ষক জগদ্বিখ্যাত চাৰিজন পুত্ৰ লাভ কৰিব। ৬-১০

"হে ৰাজন, তাহানিকালত সত্য যুগত দেৱশ্ৰেষ্ঠ প্ৰভু ভগৱান সনৎকুমাৰে কথাখিনি এইদৰে বৰ্ণনা কৰিছিল।" ১১

(ইয়াৰ পিচত সাৰথি সুমন্ত্ৰই ৰজাক সম্বোধন কৰি পুনঃ কলে) "হে পুৰুষশ্ৰেষ্ঠ মহাৰাজ, এতিয়া আপুনি সদলবলে গৈ যথাবিহিত সংকাৰপূৰ্বক সেই

---

* যি আত্মা আৰু পৰমাত্মাৰ বিষয়ে মুল তত্ত্ব বুজি পায়। ৰামায়ণত আত্মজ্ঞ, আত্মবান, আত্মনিষ্ঠ এনে বহু শব্দৰ ব্যৱহাৰ আছে।

ঋষিপুত্ৰক আনক গৈ।” সুমন্ত্ৰৰ কথা শুনি ৰজা দশৰথে আনন্দিত চিত্তে পুৰোহিত বশিষ্ঠৰ অনুমতিক্ৰমে অমাত্য আৰু অন্তঃপুৰবাসীসকলে সৈতে বিপ্ৰবৰ ঋষ্যশৃঙ্গ থকা ঠাইলৈ প্ৰস্থান কৰিলে। বাটত বহুত হাবি আৰু নৈ অতিক্ৰম কৰি শেহত সেই মুনিশ্ৰেষ্ঠ থকা দেশ পালেগৈ আৰু তাত ৰজা ৰোমপাদৰ ওচৰত প্ৰজ্বলিত অগ্নিসম ঋষিপুত্ৰক দেখা পালে। ১২-১৬

তেতিয়া ৰজা ৰোমপাদে ৰজা দশৰথৰ লগত সখ্যভাৱত বিশেষকৈ আবদ্ধ থকা বাবে যথাবিধি আদৰ অভ্যৰ্থনা জনাই হৃষ্টচিত্তে তেওঁৰ লগত থকা সখ্যভাৱ আৰু সম্বন্ধৰ কথা ধীমান ঋষিপুত্ৰৰ ওচৰত নিবেদন কৰিলে। ঋষি ঋষ্যশৃঙ্গয়ো (সকলো কথা জানি শুনি) ৰজা দশৰথক যথাবিধি পূজাৰ্চনা কৰিলে। এইদৰে অভ্যৰ্থিত হৈ নৰশ্ৰেষ্ঠ ৰজা দশৰথে সাত-আঠ দিন একেলগে তাতে থাকি ৰজা ৰোমপাদক কলে, “হে ৰাজন, মই এটা মহৎ কামৰ উদ্যোগ কৰিছোঁ; তাৰে আপোনাৰ কন্যা শান্তা তেওঁৰ স্বামীৰে সৈতে মোৰ নগৰলৈ যাব লাগে।” ‘তথাস্তু’ বুলি ৰজা ৰোমপাদে ধীমান ঋষ্যশৃঙ্গৰ যোৱা কথাত মত দি ঋষিপুত্ৰক কলে, “ভাৰ্য্যাৰে সৈতে তুমি তালৈ যোৱাগৈ।” এই কথা শুনি ঋষিপুত্ৰই “সেয়ে হক” বুলি কৈ যোৱা বিষয়ে সন্মতি দিলে আৰু ৰজা ৰোমপাদৰ অনুমতি লৈ ভাৰ্য্যাৰে সৈতে যাবলৈ ওলাল। তেতিয়া ৰজা ৰোমপাদ আৰু দশৰথ উভয়ে কৃতাঞ্জলি পুটে সস্নেহে বুকুত বুকু মিলাই আলিঙ্গন কৰি আনন্দ প্ৰকাশ কৰিলে। ১৭-২৩

তাৰ পিচত বন্ধুবৰ্গৰ পৰা বিদায় মাগি ৰঘুনন্দন দশৰথ যাবলৈ ওলাল। যোৱাৰ আগতে নিজপুৰী অযোধ্যালৈ শীঘ্ৰগামী দূত পঠিয়াই ঘোষণা কৰাই দিলে যে সমগ্ৰ নগৰখন যেন ধুই-পখালি ধূপধূনাৰে সুগন্ধযুক্ত আৰু পতাকাদিৰে সুশোভিত কৰি ৰখা হয়। ৰজাৰ আদেশ পাই পুৰবাসীসকলে ৰজা উভতি আহিব শুনি আনন্দতে অধীৰ হৈ ৰজাই যিদৰে কৈ পঠিয়াইছিল ঠিক তেনেদৰে কৰিলে। তাৰ পিচত শঙ্খ-দুন্দুভি আদিৰ ধ্বনিৰে দ্বিজবৰক আদৰি লৈ ৰজা দশৰথে সেই সুসজ্জিত নগৰত প্ৰবেশ কৰিলে। সহস্ৰলোচন ইন্দ্ৰই কশ্যপসুত বামনক আদৰি নি সৰগত প্ৰবেশ কৰোৱা কালত স্বৰ্গবাসী দেৱতাসকল যিদৰে আনন্দিত হৈছিল, ইন্দ্ৰসহায়ক ৰজা দশৰথেও পূজা-অৰ্চনাৰে সাদৰি নি দ্বিজশ্ৰেষ্ঠ ঋষ্যশৃঙ্গক নিজ নগৰীত প্ৰবেশ কৰোৱাৰ সময়ত প্ৰজাবৰ্গ তেনেদৰে আনন্দিত হৈছিল। ৰজাই মুনিবৰক অন্তঃপুৰত প্ৰবেশ কৰাই, শাস্ত্ৰোক্তনিয়মমতে তেওঁক পূজা-অৰ্চ্চনা জনোৱাৰ পিচত তেওঁক ওচৰতে ৰাখিবলৈ পাই নিজক কৃতাৰ্থ হোৱা যেন জ্ঞান কৰিলে। ইপিনে অন্তঃপুৰৰ প্ৰাণীবৰ্গ ইয়ো বিশালাক্ষী শান্তাই তেওঁৰ স্বামীৰে সৈতে এইদৰে



আহি উপস্থিত হোৱা দেখি মনত বৰ আনন্দ পালে। শান্তা দেবীয়ে অন্তঃপুৰ-বাসিনী মহিষীসকলৰ আৰু বিশেষকৈ ৰজাৰপৰা আদৰআভ্যৰ্থনা পাই পৰমসুখে তেওঁৰ পুত্ৰ আৰু স্বামীৰে সৈতে কিছুকাল তাত বাস কৰি থাকিল। ২৩-৩১

**ইতি একাদশ সৰ্গ সমাপ্ত**

## দ্বাদশ সৰ্গ (১২)

### যজ্ঞানুষ্ঠানৰ আয়োজন

এইদৰে বহুদিন অতীত হৈ যোৱাৰ পিচত এবাৰ শাস্ত্ৰোক্ত দোষ-ৰহিত মধুৰ বসন্তকাল উপস্থিত হোৱাত যজ্ঞ পাতিবলৈ ৰজাৰ মন হল। তেতিয়া ৰজাই দেৱদ্যুতিসম্পন্ন সেই বিপ্ৰবৰক অৱনতশিৰে প্ৰণাম জনাই নিজ আৰু কুলৰ বংশবৃদ্ধিৰ অৰ্থে সন্তান কামনা কৰি যজ্ঞৰ বাবে তেওঁক বৰণ কৰিলে। বৰণ গ্ৰহণ কৰি ঋষিবৰে ৰজাক কলে, “যজ্ঞৰ কাৰণে সকলো সম্ভাৰ যোগাৰ কৰক আৰু ঘোঁৰাও এৰি দিয়ক। সৰযূ নৈৰ উত্তৰ তীৰত যজ্ঞভূমি নিৰ্মিত হওক।” ঋষিবৰৰ কথামতে ৰজাই বেদজ্ঞ ব্ৰাহ্মণসকলক সেইদৰে জনাই সুমন্ত্ৰক উদ্দেশ্য কৰি কলে, “সুমন্ত্ৰ, সোনকালে সুযজ্ঞ, বামদেৱ, জাবালি, কাশ্যপ আদি বেদজ্ঞ ঋত্বিকসকলক মতাই আনা। পুৰোহিত বশিষ্ঠদেৱ আৰু আন আন প্ৰধান ব্ৰাহ্মণসকলকো নিমন্ত্ৰণ জনোৱা।” ১-৬

এই কথা শুনি শীঘ্ৰগামী সুমন্ত্ৰই সোনকালে বেদজ্ঞ ব্ৰাহ্মণসকলক ৰজাৰ ওচৰলৈ মতাই অনালে। তেতিয়া ধৰ্মাত্মা ৰজা দশৰথে ব্ৰাহ্মণবৰ্গক যথাবিধি পূজা-অৰ্চনা জনাই ধৰ্মাৰ্থপূৰ্ণ মধুৰ বাক্যেৰে কব ধৰিলে, “পুত্ৰ নোহোৱাৰ কাৰণে মই পৰিতপ্ত; একোতে মনত সুখ নাপাওঁ। এতেকে পুত্ৰৰ কাৰণে অশ্বমেধ যজ্ঞ কৰোঁ, এয়ে মোৰ মনৰ ইচ্ছা; ঋষিপুত্ৰৰ প্ৰভাৱত মোৰ কামনাৰূপ ফল লাভ হব।” ৬-১০

ব্ৰাহ্মণসকলে ৰজাৰ কথাটো উত্তম হৈছে বুলি মানি লৈ সাদৰে তাক গ্ৰহণ কৰিলে আৰু বশিষ্ঠপ্ৰমুখ সকলোৱে ঋষ্যশৃঙ্গক আগত লৈ ৰজাক কলে, “ৰাজন্, যজ্ঞৰ সম্ভাৰ আহৰণ কৰক আৰু ঘোঁৰাও এৰি দিয়ক। সৰযূ নৈৰ উত্তৰ তীৰতে

যজ্ঞৰ ভূমি নিৰ্মিত হওক। হে ৰাজন্, যি হেতু ধৰ্মভাৱাপন্ন হৈ আপুনি পুত্ৰৰ কাৰণে এনেদৰে কামনা কৰিছে এতেকে যেনে হলেও অমিতবলশালী চাৰিজন পুত্ৰ আপোনাৰ উপজিব"। ৰজাই ব্ৰাহ্মণসকলৰ এই উক্তি শুনি আনন্দিত চিত্তে মধুৰ স্বৰে অমাত্যবৰ্গক কলে, "গুৰুজনসকলৰ নিৰ্দেশমতে যজ্ঞৰ সকলো সম্ভাৰ যোগাৰ কৰা; ৰক্ষীদলৰ তত্ত্বাৱধানত উপাধ্যায়ে সৈতে শক্তিশালী ঘোঁৰা এৰি দিয়া আৰু সৰযূৰ উত্তৰ তীৰত যজ্ঞভূমি নিৰ্মাণ কৰা। যাতে যজ্ঞ নিৰ্বিঘ্নে সম্পন্ন হয় তাৰ বাবে শাস্ত্ৰোক্ত ক্ৰম আৰু বিধি অনুসৰি সকলো শান্তিকৰ্ম আগ বাঢ়ক। কোনো প্ৰকাৰৰ অপৰাধে স্পৰ্শ নকৰাকৈ এনে বিধৰ শ্ৰেষ্ঠ যজ্ঞ সম্পন্ন কৰা অতি কঠিন; নহলে যেই সেই ৰজাই ইয়াক অনুষ্ঠান কৰিব পাৰিলেহেঁতেন। বিদ্বান্ত ব্ৰহ্মৰাক্ষস সকলে এনে যজ্ঞত ছিদ্ৰ বিচাৰিয়ে ফুৰে। বিধিহীন যজ্ঞৰ কৰ্তা তৎক্ষণাতে নাশপ্ৰাপ্ত হয়। এতেকে মোৰ এই যজ্ঞ যাতে যথাবিধি সম্পাদিত হয় তোমালোকে তেনে কৰা। (মই জানো) তোমালোক তেনে বিধৰ কামৰ বাবে সমৰ্থ।" ১০-১৯

তেতিয়া মন্ত্ৰীবৰ্গই 'সেয়ে হব' বুলি ৰাজবাক্য সাদৰি লৈ যিদৰে নিৰ্দেশ দিয়া হৈছিল, তেনেদৰে যজ্ঞ সম্পন্ন কৰিবলৈ উদ্যত হল। ব্ৰাহ্মণসকলে নৃপশ্ৰেষ্ঠ ধৰ্মজ্ঞ ৰজাক প্ৰশংসা কৰি তেওঁৰ অনুমতি লৈ যিদৰে আহিছিল সেইদৰে ঠায়ে ঠায়ে গুচি গ'ল। ব্ৰাহ্মণসকল গলত মহামতি ৰজাই মন্ত্ৰীসকলক বিদায় দি নিজ ঘৰত প্ৰবেশ কৰিলে। ২০-২২

ইতি দ্বাদশ সৰ্গ সমাপ্ত

## ত্ৰয়োদশ সৰ্গ (১৩)

### অশ্বমেধ যজ্ঞৰ আয়োজন

পুনঃ বসন্তকাল উপস্থিত হোৱাৰ লগে লগে পূৰ্ণ এবছৰ কাল উকলি যোৱাত বীৰ্য্যশালী ৰজা দশৰথে সন্তান কামনা কৰি অশ্বমেধ যজ্ঞ সমাপন কৰিবলৈ সাজু হল। দ্বিজশ্ৰেষ্ঠ বশিষ্ঠক বিধিমতে পূজা-অৰ্চনাৰে অভিবাদন জনাই বিনীতভাৱে সন্তানৰ অৰ্থে পাতিব খোজা যজ্ঞক উদ্দেশ্য কৰি তেওঁ কলে, "হে মুনিপুঙ্গৱ, হে ব্ৰহ্মণ, শাস্ত্ৰোক্ত বিধি অনুসৰি আপুনি এই যজ্ঞ সম্পন্ন কৰক আৰু যজ্ঞস্থলত যাতে



কোনো প্ৰকাৰৰ বিঘিনি নঘটে তাৰ ব্যৱস্থা কৰক। আপুনি মোৰ পৰম সুহৃদ আৰু শ্ৰেষ্ঠ গুৰু, এতেকে প্ৰস্তাবিত এই যজ্ঞৰ ভাৰ আপুনিয়েই বহন কৰিব লাগিব।" ৰজাৰ কথা শুনি দ্বিজোত্তম বশিষ্ঠই ক'লে, "হে ৰাজন, আপুনি যিদৰে ইচ্ছা কৰিছে, সকলো কাম তেনেদৰেই নিষ্পন্ন কৰা হব"। এই বুলি কৈ ঋষি বশিষ্ঠই যজ্ঞকৰ্ম-কুশল, অভিজ্ঞ ব্ৰাহ্মণ, পৰম ধাৰ্মিক আৰু প্ৰাচীন স্থাপত্য কৰ্মবিদ, কৰ্মান্তিক, শিল্পকাৰ, সূত্ৰধৰ, খনক, জ্যোতিৰ্বিদ পণ্ডিত, চৰ্মকাৰাদি শিল্পী, নট, নৰ্তক, শুদ্ধচিত্ত শাস্ত্ৰবিদ্ আৰু খ্যাতনামা পুৰুষ সকলক উদ্দেশ্য কৰি কলে :—১-৭

"ৰজাৰ আদেশমতে তোমালোক সকলোৱে যজ্ঞানুষ্ঠানৰ বাবে যত্নপৰ হোৱা। সোনকালে হাজাৰ হাজাৰ ইটা যজ্ঞস্থললৈ আনা; আগন্তুক ৰজাসকলৰ উপযোগী গৃহসমূহ বয়বস্তুৰে সৈতে সুসজ্জিত কৰি তৈয়াৰ কৰা। ব্ৰাহ্মণসকলৰ বাবে শই শই পবিত্ৰ আবাসভূমি সাজা। ঘৰসমূহ যাতে বতাহ বৰষুণৰ পৰা সুৰক্ষিত হয় আৰু খাদ্যপানাদি দ্ৰব্য-সামগ্ৰীৰে পৰিপূৰ্ণ থাকে তালৈ লক্ষ্য ৰাখিবা। পুৰবাসীসকলৰ কাৰণেও বিস্তৃতভাৱে সকলো সম্ভাৰ যুগুত ৰাখিবা। যিসকল ৰজা-মহাৰজা দূৰ-দূৰান্তৰৰ পৰা আহিব তেওঁবিলাকৰ কাৰণে ঘোঁৰাশাল, হাতীশাল, শয়নাগাৰে সৈতে পৃথক পৃথক বাসস্থান নিৰ্মান কৰা। স্বদেশ আৰু বিদেশৰ পৰা উপস্থিত হোৱা যোদ্ধা আৰু নীতিবিদ পণ্ডিতসকলৰ বাবে বৃহৎ বৃহৎ আবাসভূমিৰ আৱশ্যক হব; সেই সকলো গৃহ আৰু বাসভূমি নানাবিধ ভক্ষ্য আৰু উপভোগৰ বস্তুৰে সুসজ্জিত থাকিব। এইদৰে পুৰবাসী আৰু সাধাৰণ জনসমূহৰ কাৰণেও সকলো সম্ভাৰ সুন্দৰ আৰু মনত লগা হব লাগিব। খাবলৈ যাক যি দিয়া হয় তাক যেন শ্ৰদ্ধাৰে সৈতে বিধিমতে দিয়া হয়, কেতিয়াও যেন অৱহেলাপূৰ্বক দিয়া নহয় তালৈ লক্ষ্য ৰাখিবা। চাবা যেন সকলো বৰ্ণৰ মানুহে যথাযথভাৱে শ্ৰদ্ধাৰে সৈতে অভ্যৰ্থিত হয়। কাৰো প্ৰতি কোনো কাৰণত, আনকি কামক্ৰোধৰ বশবৰ্তী হৈও অৱজ্ঞা দেখুৱা হব নোৱাৰিব। বিশেষকৈ যিসকল শিল্পী বা আন মানুহ ধীৰচিত্তে যজ্ঞকৰ্মত নিযুক্ত থাকিব তেওঁলোকে যেন যথাক্ৰমে উপযুক্ত আদৰ অভ্যৰ্থনা পায় তালৈ লক্ষ্য ৰাখিবা। তেওঁলোকৰ প্ৰাপ্য ধন আৰু খাদ্যবস্তু উপযুক্ত পৰিমাণে দিবা। মুঠতে সকলো ক্ষেত্ৰতে প্ৰফুল্লচিত্তে কাম এনেদৰে কৰিবা যাতে সকলো কাম সুসম্পন্ন হয় আৰু কোনো বিষয়ে ত্ৰুটি নহয়।" ৮-১৭

তেতিয়া সকলোৱে বশিষ্ঠদেৱৰ ওচৰ চাপি কলে, "আপোনাৰ ইচ্ছা অনুসৰি কাম সুন্দৰভাৱে সমাধা কৰা হ'ব, কতো অলপো ত্ৰুটি নহব। আপুনি যিদৰে কৈছে আমিও সেইদৰেই কৰিম, তাত কোনো প্ৰকাৰৰ হীন-ডেঢ়ি নঘটিব।" তেতিয়া ঋষি বশিষ্ঠই সুমন্ত্ৰক মাতি আনি কলে "পৃথিৱীত যিসকল ধাৰ্মিক ৰজা আছে, সেই

সকলোকে আৰু ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চাৰি বৰ্ণৰ হাজাৰ হাজাৰ লোকক
নিমন্ত্ৰণ কৰা আৰু সেইদৰে সকলো দেশৰ মানুহক, চাৰিবৰ্ণৰ বাহিৰেও আন যিসকল
আছে তেওঁলোককো শ্ৰদ্ধাৰে সৈতে নিমন্ত্ৰণ জনোৱা। প্ৰথমতে মিথিলাধিপতি সত্য-
বাদী বীৰ ৰজা জনকক নিমন্ত্ৰণ জনোৱা ; মহাভাগ তেখেতক তুমি নিজে গৈ শ্ৰদ্ধাৰে
সৈতে আদৰি আনিবা। তেখেত আমাৰ পূৰ্ব-সম্বন্ধীয়, সেই কাৰণেহে তেখেতক
প্ৰথমতে নিমন্ত্ৰণ কৰাৰ কথা কৈছোঁ। সেইদৰে মধুৰ আৰু প্ৰিয়ভাষী কাশীপতিকো
নিমন্ত্ৰণ কৰিবা। তেখেত সচ্চৰিত্ৰবান আৰু দেৱতাসদৃশ। তেখেতকো তুমি নিজে
গৈ সাদৰি আনিবা। পৰম ধাৰ্মিক বৃদ্ধ কেকয়ৰাজ, আমাৰ নৃপশ্ৰেষ্ঠ ৰজা দশৰথৰ
শহুৰেক, তেখেতকো সপুত্ৰে সাদৰি আনিবা। অঙ্গদেশৰ ৰজা মহাধনুৰ্দ্ধৰ ৰোমপাদ,
আমাৰ ৰজাৰ বয়স্য, তেখেতকো সপুত্ৰে ইয়ালৈ আনিবা। সেইদৰে কোশলৰাজ
ভানুমান, সৰ্বশাস্ত্ৰ বিশাৰদ পৰমোদাৰ প্ৰসিদ্ধ নৰশ্ৰেষ্ঠ মগধাধিপতি—এওঁলোককো
সসম্মানে নিজে নিমন্ত্ৰণ জনাবা। ইয়াৰ উপৰিও পূৰ্বদেশৰ যিসকল ৰজা, সেইদৰে
সিন্ধু, সৌবীৰ, সৌৰাষ্ট্ৰ আৰু দাক্ষিণাত্য দেশসমূহৰ যি সকল শ্ৰেষ্ঠ ৰজা আছে তেওঁ–
লোকক নিমন্ত্ৰণ জনোৱা। অধিক কি, এই পৃথিৱীত মাৰ্জিত ৰুচিসম্পন্ন যিসকল
ৰজা আছে, সেই সকলোকে তেওঁলোকৰ অনুচৰবৰ্গ আৰু বন্ধু-বান্ধৱে সৈতে নিমন্ত্ৰণ
জনাই সোনকালে ইয়ালৈ অনোৱা। ৰজাৰ আদেশমতে এই নৃপতিবৃন্দৰ গুৰিলৈ
উদাৰমনা শ্ৰেষ্ঠ দূতসমূহক পঠিয়াই নিমন্ত্ৰণ কৰি ইয়ালৈ আনিবা।" ১৮-২৯
বশিষ্ঠৰ কথা শুনি ধৰ্মাত্মা সুমন্ত্ৰই লৰালৰিকৈ ৰজাসকলক অনাবলৈ শুদ্ধচিত্ত
দূতসমূহক পঠালে আৰু মুনিবৰৰ নিৰ্দেশমতে যিসকল ৰজাক নিজে নিমন্ত্ৰণ জনাব
লগা আছিল তেওঁলোকৰ গুৰিলৈ নিজে গল। যজ্ঞৰ যাবতীয় কাম সম্পন্ন কৰিবলৈ
নিযুক্ত কৰা কৰ্মান্তিকসকলে কামত যিদৰে আগ বঢ়া হৈছিল তাৰ বিবৰণ ঋষি
বশিষ্ঠক নিবেদন কৰিলে। ৩০-৩২
কামত সন্তুষ্ট হৈ দ্বিজশ্ৰেষ্ঠ মুনিবৰে কৰ্মান্তিকসকলক কলে, "চাবা, যেন
কেতিয়াও কোনো বস্তু অৱজ্ঞা বা অৱহেলাৰে সৈতে দিয়া নহয়। নিশ্চয়কৈ জানিবা,
অবজ্ঞাৰে সৈতে কৰা দানৰ পৰা দাতা সোনকালে বিনষ্ট হয়।" ৩৩-৩৪
কেইদিনমান যোৱাৰ পিচত ভিন ভিন দেশৰ মহীপতিসকলে ৰজা দশৰথৰ
বাবে উপঢৌকন স্বৰূপ নানান ৰত্ন-সম্ভাৰ লৈ যজ্ঞস্থলত উপস্থিত হলহি। তেতিয়া
মুনিবৰ বশিষ্ঠই পৰমপ্ৰীত হৈ ৰজাক কলে, "হে ৰাজন, আপোনাৰ আদেশমতে
নৃপতিবৃন্দ যজ্ঞস্থলত উপস্থিত হৈছেহি ; আৰু মই নিজে যথাযোগ্যভাৱে তেখেত–
সকলক আদৰ অভ্যৰ্থনা জনাছোঁ। কৰ্মান্তিকসকলে সমাহিতচিত্তে যাবতীয় যজ্ঞীয়
কৰ্ম সম্পন্ন কৰিছে। এতিয়া দীক্ষিত হোৱাৰ কাৰণে আপুনি যজ্ঞস্থললৈ আহক।



হে ৰাজেন্দ্ৰ, সকলো কাম্যবস্তু আৰু খাদ্যদ্ৰব্যাদিৰ সংগ্ৰহৰ দ্বাৰা যজ্ঞভূমি পৰিপূৰ্ণ, আপুনি নিজ চকুৰে সেইবোৰ চাই লোৱা উচিত হব। দেখিলে আপোনাৰ অনুমান হব যেন সকলো কাম মানসিক চিত্ৰপটত অঙ্কিত হোৱাৰ দৰেহে হৈ আছে।" ৩৪-৩৮

তেতিয়া বশিষ্ঠ আৰু ঋষ্যশৃঙ্গ উভয়ৰে কথামতে ৰজা দশৰথ শুভ নক্ষত্ৰমিলিত দিনত ওলাই আহি যজ্ঞভূমিত উপস্থিত হলহি। বশিষ্ঠ প্ৰমুখ শ্ৰেষ্ঠ দ্বিজসকলে ঋষ্যশৃঙ্গক আগত লৈ শাস্ত্ৰানুসাৰে যজ্ঞ কৰ্ম আৰম্ভ কৰিবলৈ যজ্ঞস্থললৈ গ'ল আৰু শ্ৰীমান ৰজা দশৰথো পত্নীবৰ্গৰে সৈতে যজ্ঞৰ কাৰণে দীক্ষিত হ'ল। ৩৯-৪১

**ইতি ত্ৰয়োদশ সৰ্গ সমাপ্ত**

## চতুৰ্দ্দশ সৰ্গ (১৪)

### যজ্ঞ-আৰম্ভ

যজ্ঞঘোঁৰা উচৰ্গা কৰি এৰি দিয়া দিনৰ পৰা পূৰ্ণ এবছৰকাল উত্তীৰ্ণ হোৱাৰ পিচত ঘোঁৰা উভতি আহি পোৱাত সৰযূ নৈৰ উত্তৰ পাৰত ৰজাৰ যজ্ঞকাৰ্য্য আৰম্ভ হৈছিল। মহাত্মা ৰজা দশৰথৰ এই মহা অশ্বমেধ যজ্ঞত শ্ৰেষ্ঠ দ্বিজগণে ঋষ্যশৃঙ্গক আগত লৈ কামত প্ৰবৃত্ত হৈছিল। বেদজ্ঞ পুৰোহিতসকলে বিধিমতে কাম কৰি গৈছিল আৰু শাস্ত্ৰোক্ত বিধি আৰু ন্যায় অনুসৰি যজ্ঞৰ কাম যথাক্ৰমে আগবাঢ়ি গৈছিল। প্ৰবৰ্গ্য (ওচৰতে কৰিব লগা আনুষঙ্গিক ক্ৰিয়া) আৰু উপসদ ক্ৰিয়া (মূল যজ্ঞৰ অংশীভূত যজ্ঞ বিশেষ) শেষ কৰি ব্ৰাহ্মণসকলে তদধিক যিবোৰ কাম শাস্ত্ৰত উল্লেখ কৰা আছে বিধিমতে সেইবোৰো সম্পন্ন কৰিছিল। তাৰ পিচত শ্ৰেষ্ঠ মুনিসকলে হৃষ্টচিত্তে ভাগ ভাগমতে যথাবিধি দেৱতাসকলৰ পূজা শেষ কৰি প্ৰাতঃ সৱন* প্ৰভৃতি কৰিব লগা কাম আৰম্ভ কৰিছিল। ইন্দ্ৰ দেৱতাৰ উদ্দেশ্যে দিবলগা ঘৃতাহুতি দান কৰি ৰসনিষ্পেষক শিলাখণ্ডৰ দ্বাৰা পাপবিনাশক সোমলতা ৰস উলিয়াই লৈছিল। পিচত যথাক্ৰমে

* প্ৰাতঃ সৱন, মধ্যাহ্ন সৱন আৰু তৃতীয় সৱন এই তিনি প্ৰকাৰ স্নানৰূপ সোমৰস পানৰ অঙ্গীভূত কাৰ্য্য।

মাধ্যন্দিন সবন ক্ৰিয়া সমাপন কৰি ব্ৰাহ্মণসকলে শাস্ত্ৰমতে মহাত্মা ৰজাৰ তৃতীয় সবন কাৰ্য্যও শেষ কৰিছিল। তেতিয়া ঋষ্যশৃঙ্গাদি মুনিসকলে স্বৰ আৰু মাত্ৰা অক্ষুণ্ণ ৰাখি মধুৰ সামগান আৰু মন্ত্ৰৰ দ্বাৰা ইন্দ্ৰাদি শ্ৰেষ্ঠ দেৱতাসকলক আহ্বান কৰাত হোতাসকলে ভাগ অনুসৰি তেওঁলোকৰ নামত ঘৃতাহুতি সমৰ্পণ কৰিছিল। এই হবন কাৰ্য্যত কোনো প্ৰকাৰৰ অযথা আহুতি বা অজ্ঞানতা হেতু কোনো অংশ বিলুপ্ত নোহোৱাত সকলো কাম মন্ত্ৰপুত হৈ মঙ্গলময় হৈ উঠিছিল। ১-১০

যিসকল ব্ৰাহ্মণ যজ্ঞকৰ্মত নিযুক্ত আছিল তেওঁলোকৰ কোনোজনেই অবিদ্বান নাছিল আৰু শ শ অনুচৰে তেওঁলোকৰ যোগান ধৰিছিল। যজ্ঞ চলি থকা কালত কোনোজনেই কামত ভাগৰা নাছিল আৰু ক্ষুধাবোধো নকৰিছিল। ১১

ব্ৰাহ্মণ, ভৃত্য, তাপস, শ্ৰমণা, সেইদৰে বৃদ্ধ, ৰোগগ্ৰস্ত, স্ত্ৰী অথবা বালক সকলোৱে সদায় ইচ্ছামতে ভোজন কৰিছিল। খাওঁতে খাওঁতে পেট ওফন্দি গলেও খাদ্যবস্তু সুস্বাদু হোৱাৰ কাৰণে কোনোজনৰে হেঁপাহৰ ওৰ নপৰিছিল। 'ভাত দিয়া', 'কাপোৰ দিয়া' ইত্যাদি কথা যিমানেই শুনা গৈছিল, কৰ্মীসকলেও সেইদৰে বাৰে বাৰে প্ৰাৰ্থীসকলৰ যোগান ধৰিয়ে আছিল। পাকশাস্ত্ৰৰ নিয়মমতে সিদ্ধ অন্ন পৰ্বতপ্ৰমাণ কৰি ৰখা হৈছিল আৰু তাৰে মহাত্মা দশৰথৰ সেই যজ্ঞলৈ নানা দেশৰ পৰা অহা পুৰুষ আৰু স্ত্ৰী সকলোৰে তৃপ্তি সাধিত হৈছিল। ৰঘুনন্দন ৰজা দশৰথে শ্ৰেষ্ঠ শ্ৰেষ্ঠ দ্বিজসকলে কোৱা শুনিছিল "আঃ খাদ্য কি সুস্বাদু; আমি আটায়ে পৰম তৃপ্ত; ৰাজন, আপোনাৰ মঙ্গল হওক।" যিসকল পুৰুষে ব্ৰাহ্মণ-সকলৰ পৰিবেশন কৰিছিল তেওঁলোক প্ৰত্যেকেই বিশেষ বিশেষ অলঙ্কাৰৰ দ্বাৰা বিভূষিত আছিল আৰু যিসকলে এওঁলোকৰ পৰিবেশনত সহায় কৰিছিল তেওঁলোকো মণি, মাণিক্য, কুণ্ডল আদিৰে সুশোভিত আছিল। যজ্ঞস্থলত থকা ব্ৰাহ্মণসকল বাগ্মী আৰু ধীৰমতি আছিল। আজৰি সময়ত তেওঁলোকে নানা হেতুবাদত আবদ্ধ হৈ ইজনে সিজনৰ ওপৰত তৰ্কত জয় লাভ কৰিবৰ চেষ্টা কৰিছিল। এইদৰে কৰ্মকুশল দ্বিজসকলে নিতৌ শাস্ত্ৰোক্ত সাঙ্কেতিক শব্দৰ দ্বাৰা অনুপ্ৰেৰিত হৈ যজ্ঞৰ সকলো কাম নিৰ্বাহ কৰিছিল। ৰজা দশৰথে যিসকল ব্ৰাহ্মণক যজ্ঞকাৰ্য্যত নিযুক্ত কৰিছিল তেওঁলোকৰ ভিতৰত এনে এজন নাছিল যি ষড়ঙ্গবেদত পাৰ্গত নাছিল অথবা ব্ৰতপৰায়ণ, বহুশ্ৰুত নাইবা শাস্ত্ৰবিচাৰত কুশল নাছিল। ১২-২১

যজ্ঞৰ কাম আগবঢ়াৰ লগে লগে যূপস্থাপনৰ সময় উপস্থিত হোৱাত ছয়টা বেলগছৰ, ছয়টা খদিৰৰ, ছয়টা পলাশৰ, এটা শ্লেষ্মাতকৰ আৰু দুটা শাখাৰে সৈতে বিস্তৃত দেৱদাৰু গছৰ খুঁটি স্থাপন কৰা হৈছিল। খুঁটিবোৰ যজ্ঞ বিষয়ত



পাৰ্গত আৰু শাস্ত্ৰজ্ঞ মানুহে হে তৈয়াৰ কৰিছিল আৰু প্ৰত্যেকটোকে যজ্ঞস্থলৰ শোভা বঢ়াবলৈ সুবৰ্ণ অলঙ্কাৰেৰে বিভূষিত কৰা হৈছিল। একৈশটি যূপৰ প্ৰত্যেকটো একুশ অৰত্নি (চৌবিশ আঙ্গুল, কিলাকুটিৰ পৰা কনিষ্ঠ আঙুলিৰ মূৰলৈ এই পৰিমাণে) পৰিমাণে দীঘল আৰু সেই পৰিমাণ কাপোৰেৰে পৰিবেষ্টিত আৰু নানান অলঙ্কাৰেৰে বিভূষিত আছিল। প্ৰত্যেকটো খুঁটি আঠ-কুণীয়া নিমজ আৰু শিল্পীসকলৰ দ্বাৰা সুদৃঢ়ভাৱে বিধিমতে স্থাপিত হৈছিল। সকলোটি খুঁটি বস্ত্ৰেৰে আবৃত আৰু গন্ধ-পুষ্পৰে অৰ্চিত হৈ সৰগৰ সপ্তৰ্ষিমণ্ডলৰ নিচিনা দীপ্তিময় হৈ শোভা কৰিছিল। ২২-২৭

যজ্ঞত ব্যৱহৃত ইটাবোৰ শাস্ত্ৰমতে জোখ লৈহে তৈয়াৰ কৰা হৈছিল। শিল্পনিপুণ ব্ৰাহ্মণসকলে তেনে ইটাৰে অগ্নিকুণ্ড নিৰ্মাণ কৰি তাত অগ্নি স্থাপন কৰিছিল। ৰাজসিংহ দশৰথৰ যজ্ঞস্থলত এইদৰে স্থাপিত অগ্নিয়ে সুবৰ্ণপক্ষযুক্ত গৰুড়ৰ নিচিনা শোভা ধাৰণ কৰিছিল। অগ্নিকুণ্ড বহলে তিনিগুণ আৰু ভিতৰত ওঠৰগুণ পৰিমাণৰ কৰি তৈয়াৰ কৰা হৈছিল। ২৮-২৯

ভিন ভিন দেৱতাসকলৰ উদ্দেশ্যে শাস্ত্ৰোক্ত বিধিমতে উৰগ, পক্ষী, পশু আদি জীৱসমূহ যজ্ঞস্থলত বান্ধি ৰখা হৈছিল। সেইদৰে ঘোঁৰা আৰু জলচৰ জীৱো বধৰ বাবে ৰখা হৈছিল। এই সকলো প্ৰাণী শাস্ত্ৰোক্ত বিধিমতে ঋষি-সকলে যজ্ঞস্থলত আবদ্ধ কৰি ৰাখিছিল। যূপসমূহত তিনিশ পশু আৰু মহাৰাজ দশৰথৰ যিটো আটাইতকৈ উৎকৃষ্ট অশ্ব তাকো বান্ধি ৰখা হৈছিল। ৰাজমহিষী কৌশল্যাই সৰ্বতোভাৱে পৰিচৰ্য্যা কৰাৰ পিচত তিনিখন তৰোৱালেৰে তিনি খড়্গাঘাতত পৰম আনন্দে সেই ঘোঁৰাটো ছেদন কৰিছিল। তাৰ পিচত মহিষীয়ে ধৰ্মলাভৰ ইচ্ছা কৰি ধীৰচিত্তে ঘোঁৰাৰে সৈতে ৰাত্ৰিকালটো কটাইছিল। হোতা, অধ্বৰ্যু আৰু উদ্‌গাতা ঋত্বিকসকলে* ৰাজমহিষী আৰু পৰিবৃত্তিৰে সৈতে বাবাতাক ঘোঁৰাৰ লগত সংযোগ কৰিছিল। তাৰ পিচত সংযতেন্দ্ৰিয় শ্ৰেষ্ঠ শ্ৰৌত-কাৰ্য্যবিদ্ ঋত্বিক এজনে সেই পক্ষযুক্ত অশ্বৰ বপা (চন্দ্ৰ নামক মেদ) গ্ৰহণ কৰি শাস্ত্ৰোক্ত বিধিমতে পাক কৰিছিল। যথাসময়তে নৰাধিপ দশৰথে নিজ পাপ স্খালনৰ বাবে যথাবিধি সেই বপাৰ ধূমগন্ধ ঘ্ৰাণ কৰিছিল। তাৰ পিচত ষোলজন ঋত্বিকে ঘোঁৰাটোৰ আন আন অঙ্গ বিধি অনুসৰি অগ্নিত আহুতি দিছিল। আন আন যজ্ঞৰ বেলিকা যজ্ঞডিমৰুৰ শাখাৰে আহুতি দিয়াৰ নিয়ম, কিন্তু অশ্বমেধ

* ৰজাৰ তিনি প্ৰকাৰৰ স্ত্ৰী থকাটো প্ৰসিদ্ধি আছে—উত্তমা, মধ্যমা আৰু অধমা। ক্ষত্ৰিয় জাতৰ স্ত্ৰী উত্তমা আৰু তেৱেঁই ৰাজমহিষী; বৈশ্যজাতৰ স্ত্ৰী মধ্যমা—তেওঁক বাবাতা বোলে; শূদ্ৰজাতৰ স্ত্ৰী অধমা, তেওঁক পৰিবৃত্তি বোলে।

যজ্ঞত প্ৰধান পশু অশ্বৰ মেদভাগ বেঁতৰ কোটোৰাত ঢালি লৈহে আহুতি দিয়া হয়। কল্পসূত্ৰ আৰু ব্ৰাহ্মণৰ মতে অশ্বমেধ যজ্ঞৰ সবনীয় তিন দিনৰ প্ৰথম দিনত অগ্নিষ্টোম, দ্বিতীয় দিনত উক্থ্য আৰু তৃতীয় দিনত অতিৰাত্ৰ অনুষ্ঠান। এই তিন অনুষ্ঠানৰ পিচত শাস্ত্ৰৰ নিৰ্দেশমতে জ্যোতিষ্টোম, আয়ুষ্টোম, অতিৰাত্ৰ, অভিজিৎ, বিশ্বজিৎ, আপ্তোৰ্বাম এইসকল মহাযজ্ঞ সম্পাদিত হৈছিল। পুৰণিকালত স্বয়ম্ভুই যিদৰে অশ্বমেধ যজ্ঞ সম্পন্ন কৰিছিল এই যজ্ঞতো স্বকুলবৰ্দ্ধনকাৰী ৰজা দশৰথে হোতাক পূৰ্বদিক, অধ্বৰ্যুক পশ্চিমদিক, ব্ৰহ্মাক দক্ষিণ দিক, উদ্‌গাতাক উত্তৰ দিক দক্ষিণা স্বৰূপে দান কৰিছিল। ৩০-৪৪

পুৰুষশ্ৰেষ্ঠ কুলবৰ্দ্ধন শ্ৰীমান ইক্ষ্বাকু-কুলনন্দন দশৰথে যথাবিধি যজ্ঞ সমাপন কৰি ঋত্বিকসকলক পৃথিৱী দান কৰি পৰম আনন্দ লাভ কৰিছিল। তেতিয়া ঋত্বিকসকলে পাপমুক্ত ৰজাক কৈছিল, "হে ৰাজন, আপুনিয়েহে এই সমগ্ৰ পৃথিৱীক ৰক্ষা কৰিব পাৰে। ভূমিদানৰ পৰা আমাৰ কোনো কাম নহব যিহেতু আমি তাক পালন কৰিবলৈ অক্ষম। হে ভূমিপ, আমালোক সদায় বেদাধ্যয়নৰত, অতএব এই ভূমিদানৰ প্ৰতিমূল্য স্বৰূপ মণিৰত্ন, সুবৰ্ণ অথবা ধেনু, অথবা আন যি কোনো বস্তু যৎকিঞ্চিৎ পৰিমাণে দান কৰিব পাৰে। হে নৃপশ্ৰেষ্ঠ, ভূমিদানত আমাৰ কোনো প্ৰয়োজন নাই।" ৪৫-৪৭

বেদজ্ঞ ব্ৰাহ্মণসকলে ৰজাক এইদৰে কোৱাত তেওঁ দহলক্ষ ধেনু, দহ কোটি সুবৰ্ণ আৰু তাৰ চতুৰ্গুণ ৰূপ ব্ৰাহ্মণসকলক দান দিছিল। তেতিয়া ব্ৰাহ্মণসকলে দক্ষিণা স্বৰূপ ৰজাৰ পৰা পোৱা সকলো ধন মুনি ঋষ্যশৃঙ্গ আৰু ধীমান বশিষ্ঠৰ হাতত সমৰ্পণ কৰিছিল। তাৰ পিচত মুনি দুজনে ভাগ কৰি দিয়া মতে ধনখিনি দ্বিজশ্ৰেষ্ঠসকলে গ্ৰহণ কৰি প্ৰীতমনে ৰজাক কলে, "আপোনাৰ এই দক্ষিণাত আমি সকলোৱে পৰম প্ৰীত হৈছোঁ।" তাৰ পিচত ৰজাই সমাহিত চিত্তে আন যিসকল ব্ৰাহ্মণ অভ্যাগত হিচাপে উপস্থিত হৈছিল তেওঁলোককো নিজ ভঁৰাল আৰু জম্বু নদীৰ পৰা সংগৃহীত অসংখ্য সোণ দান কৰিছিল। সৰশেহত দৰিদ্ৰ ব্ৰাহ্মণ এজন আহি ৰজাৰ ওচৰত ভিক্ষা মাগিলত ৰঘুনন্দন ৰজা দশৰথে তেওঁৰ হাতত উৎকৃষ্ট অলঙ্কাৰ এপাতকে তেওঁৰ দান কৰিছিল। তাৰ পিচত দ্বিজবৎসল ৰজাই আনন্দতে অধীৰ হৈ প্ৰীত ব্ৰাহ্মণসকলক প্ৰণাম জনোৱাত ব্ৰাহ্মণসকলে উদাৰ চিত্তে নৃপতিক মাটিত পৰি থকা অৱস্থাতে বিবিধ প্ৰকাৰে আশীৰ্বাদ কৰিছিল। এইদৰে আনন্দিত মনেৰে ৰজা দশৰথে পাপ-বিনাশক স্বৰ্গপ্ৰাপক, আন শ্ৰেষ্ঠ নৃপতিবৰ্গৰ সাধাৰণতে অসাধ্য এই মহান যজ্ঞ সমাপন কৰি ঋষি ঋষ্যশৃঙ্গক কলে, "হে মুনিবৰ, যি কাৰ্যৰ দ্বাৰা কুল বৃদ্ধি হব পাৰে এতিয়া আপুনি তাকে কৰক।" তেতিয়া



দ্বিজশ্ৰেষ্ঠ ঋষিয়ে 'তথাস্তু' বুলি ৰজাক কলে, "হে ৰাজন, কুলৰক্ষাকাৰী চাৰিটি পুত্ৰ আপোনাৰ উপজিব।" ৪৮-৫৯

তেতিয়া সংযতাত্মা নৃপেন্দ্ৰই ঋষিবৰৰ সেই মধুৰ বাক্য শুনি তেওঁক প্ৰণাম জনাই পৰম আনন্দিত হৈ ঋষি ঋষ্যশৃঙ্গক পুনৰাই সেইদৰে অনুৰোধ জনালে। ৬০

ইতি চতুৰ্দ্দশ সৰ্গ সমাপ্ত

## পঞ্চদশ সৰ্গ (১৫)

### পুত্ৰ লাভৰ অৰ্থে মূল যজ্ঞৰ অন্তৰ্ভুক্ত আন আন যজ্ঞৰ অনুষ্ঠান।

বেদতত্ত্বজ্ঞ মেধাবী ঋষি ঋষ্যশৃঙ্গই (আগৰ অধ্যায়ত) ৰজাক যি উত্তৰ দিলে সেই বিষয়ে চিন্তা কৰি অলপ সময় ধ্যানস্থ হৈ ৰ'ল। পিচত সমাধি ভঙ্গ হোৱাত তেওঁ নৃপতিক কলে, "ৰাজন, আপোনাৰ পুত্ৰপ্ৰাপ্তিৰ কাৰণে যথাবিধি অথৰ্ববেদোক্ত মন্ত্ৰমতে সিদ্ধ হোৱা পুত্ৰেষ্টি কাৰ্য্য মই সম্পন্ন কৰিম।" তেজস্বী ঋষিবৰে সেইমতে যজ্ঞকাম আৰম্ভ কৰি মন্ত্ৰনিৰ্দিষ্ট কৰ্ম-পদ্ধতিৰে অগ্নিত আহুতি দিলে। তেতিয়া দেৱতা, গন্ধৰ্ব আৰু সিদ্ধ ঋষিসকলে যজ্ঞৰ নিজ নিজ ভাগ গ্ৰহণৰ বাবে বিধি অনুসাৰে তাত সমবেত হ'ল। ১-৪

যজ্ঞস্থলত দেৱতাসকল এইদৰে মিলিত হৈ লোককৰ্ত্তা ব্ৰহ্মাক কলে, "হে ভগবন, আপোনাৰ প্ৰসাদলব্ধ বীৰ্য্যে বীৰ্য্যৱান ৰাৱণ নামে এক ৰাক্ষসে আমাক অশেষ দুখ দিব ধৰিছে। আমি তাক শাসন কৰিবলৈ অক্ষম। হে ভগবন, তাহানি কালত আপুনি তাৰ ওপৰত সন্তুষ্ট হৈ বৰ দান দিছিল। আপোনাৰ প্ৰদত্ত সেই বৰৰ প্ৰতি সন্মান দেখুৱাই, সকলোপ্ৰকাৰৰ উৎপীড়ন কৰা সত্বেও আমি তাক ক্ষমা কৰি আছোঁ। দুৰ্মতি ৰাৱণে তিনিও জগতকে উদ্বিগ্ন কৰি তুলিছে; কোনোজনে সৌভাগ্যক্ৰমে মূৰ তুলি উঠিলেই সি তেওঁক হিংসা কৰিব ধৰে। আনকি দেৱতাসকলৰ ৰজা শক্ৰকো দমন কৰিবলৈ সি ইচ্ছা কৰিছে। আপোনাৰ বৰতে মোহান্ধ হৈ দুৰ্দ্ধৰ্ষ ৰাৱণে ঋষিকুল, যক্ষ, গন্ধৰ্ব, ব্ৰাহ্মণ, আনকি ৰাহু প্ৰমুখ অসুৰ-কুলকো উৎপীড়ন কৰিব ধৰিছে। সূৰ্য্যই তাৰ ওচৰত অতিমাত্ৰাই তাপ দিব নোৱাৰে, বায়ুদেৱতাই প্ৰবলবেগে বতাহ বোৱাব নোৱাৰে; উৰ্মিমালী সমুদ্ৰয়ো

তাক দেখি ঢৌ সামৰি লৈ নিশ্চল হৈ থাকে। হে ভগৱন, ঘোৰমূৰ্ত্তি সেই ৰাক্ষসৰ পৰা আমাৰ মহৎ ভয় উপস্থিত হৈছে। এতিয়া তাৰ বধৰ বাবে উপায় স্থিৰ কৰক।" ৫-১১

দেৱতাসকলে এইদৰে কোৱাত অলপ সময় চিন্তা কৰি ব্ৰহ্মাই কলে, "দেৱগণ, সেই দুৰাত্মাৰ বধৰ এটা উপায় আছে। বৰ মাগোঁতে সি কৈছিল "গন্ধৰ্ব, যক্ষ, দেৱতা, ৰাক্ষস এই সকলৰ ভিতৰত কেৱে যেন মোক বধ কৰিব নোৱাৰে।" উত্তৰত "তথাস্তু" বুলি ময়ো তাতেই সম্মতি দিছিলোঁ। ৰাক্ষসে অৱজ্ঞা কৰিয়ে মানুহৰ নাম তাৰ ভিতৰত উল্লেখ নকৰিলে। এতেকে সি মানুহৰ দ্বাৰাহে নিহত হব, আন কাৰো হাতত তাৰ মৃত্যু নাই।"

ব্ৰহ্মাৰ মুখৰ পৰা মধুৰ এই বাক্য শুনি দেৱতা আৰু মহৰ্ষিসকল পৰম সন্তুষ্ট হ'ল। এনেতে পীতবসনধাৰী অতুল প্ৰভাৱশালী জগৎপতি বিষ্ণু শঙ্খ, চক্ৰ, আৰু গদা হাতত লৈ তপ্ত সুবৰ্ণ-নিৰ্মিত কেয়ূৰ পিন্ধি বিনতাপুত্ৰ গৰুড়ত আৰোহণ কৰি প্ৰভান্বিত সূৰ্যই মেঘত আৰোহণ কৰা দি আহি তাত উপস্থিত হ'ল। উপস্থিত হোৱা মাত্ৰকে ব্ৰহ্মাৰে সৈতে দেৱগণে স্তুতি কৰি তেওঁৰ ওচৰত থিয় দিলে। তেতিয়া সুৰগণে প্ৰণত হৈ স্তুতিবাক্যে কব ধৰিলে, "হে বিষ্ণু, লোকসমূহৰ হিতাৰ্থে কোনো এটা কামৰ উপলক্ষে আমি আপোনাক নিয়োগ কৰিবলৈ ইচ্ছা কৰিছোঁ। আপুনি, ধৰ্মজ্ঞ, বদান্য আৰু মহৰ্ষিসম তেজঃশালী অযোধ্যাধিপতি দশৰথৰ হ্ৰী, শ্ৰী আৰু কীৰ্তিসদৃশ তিনিগৰাকী ভাৰ্যাত চাৰি অংশত বিভক্ত হৈ পুত্ৰত্ব গ্ৰহণ কৰক। এইদৰে মনুষ্যজন্ম গ্ৰহণ কৰি লোককণ্টকস্বৰূপ প্ৰবৃদ্ধ আৰু দেৱতাগণৰ অবধ্য ৰাৱণক যুঁজত বধ কৰক। সেই মূৰ্খ ৰাক্ষস ৰাৱণে অতিশয় বীৰ্য্যশালী হৈ দেৱতা, গন্ধৰ্ব আৰু সিদ্ধ-ঋষিসকলক উৎপীড়ন কৰি ফুৰিছে। এদিনাখন নন্দন কাননত ঋষিসকলে, গন্ধৰ্বগণ আৰু অপ্সৰাসকলে সৈতে ক্ৰীড়া কৰি থাকোঁতে ৰুদ্ৰমূৰ্তি সেই ৰাৱণে তেওঁলোকক নিপাতিত কৰে। এই সকলো কাৰণৰ নমিত্তে মুনিসকলে সৈতে আমি আপোনাৰ ওচৰলৈ আহিছো! সিদ্ধ, গন্ধৰ্ব আৰু যক্ষগণে আপোনাত শৰণ লৈছে। হে পৰন্তপ! আপুনি আমাৰ সকলোৰে পৰম গতি। জগতত দেৱতা আৰু নৰগণৰ শত্ৰু ৰাক্ষসকুলক বধ কৰিবলৈ আপুনি কৃতসঙ্কল্প হওক।" ১২-২৬

দেৱতাসকলে এইদৰে স্তুতি কৰাত সৰ্বলোক-নমস্য দেৱতাসকলৰ অধিপতি দেৱপ্ৰৱৰ বিষ্ণুৱে পিতামহ প্ৰমুখ্যে ধৰ্মিষ্ঠ দেৱতাসকল কলে, "হে দেৱগণ, তোমালোকে ভয় এৰা। তোমালোকৰ মঙ্গল হওক। সকলোৰে হিতাৰ্থে যুঁজত দেৱতা আৰু ঋষিসকলৰ ভয়ৰ কাৰণ ক্ৰূৰমতি ৰাৱণক তাৰ পুত্ৰ, পৌত্ৰ, অমাত্য, মন্ত্ৰী, জ্ঞাতি-কুটুম্বে সৈতে বধ কৰিম আৰু দহ হাজাৰ দহশ বছৰ পৃথিবী পালন কৰি মনুষ্য সমাজত বাস কৰি থাকিম।" ২৭-৩০



আত্মজ্ঞ বিষ্ণুৱে দেৱতাসকলক বৰ দান দি মনুষ্য সমাজত তেওঁৰ জন্মস্থান সম্বন্ধে চিন্তা কৰিব ধৰিলে। শেহত পদ্মপলাশলোচন বিষ্ণুৱে নিজক চাৰিভাগত বিভক্ত কৰি ৰজা দশৰথকে পিতৃ পদত বৰণ কৰিবলৈ ইচ্ছা কৰিলে। তেতিয়া দেৱৰ্ষি, ৰুদ্ৰ আৰু অপ্সৰাগণে সৈতে গন্ধৰ্বসকলে দিব্য স্তুতিৰে মধুসূদন বিষ্ণুক স্তৱ কৰি এইদৰে কব ধৰিলে, "হে ভগৱন, আপুনি উদ্ধত, উগ্ৰতেজা, অতিদৰ্পশালী, দেৱৰাজ-শত্ৰু, ত্ৰিজগতৰ বিলাপৰ হেতু, তপস্বীসকলৰ ভয়াবহ কণ্টকস্বৰূপ সেই ৰাৱণক সমূলে নিপাত কৰক। হে উপেন্দ্ৰ, সদলবলে বন্ধুবৰ্গে সৈতে ত্ৰিজগতৰ শোকৰ কাৰণ উগ্ৰবীৰ্য্যশালী ৰাৱণক বধ কৰি জগতক সকলো তাপৰ পৰা উদ্ধাৰ কৰক আৰু তাৰ পিচত সুৰক্ষিত পাপাদি সৰ্বদোষশূন্য আপোনাৰ বৈকুণ্ঠধামলৈ আগমন কৰক।" ৩১-৩৪

ইতি পঞ্চদশ সৰ্গ সমাপ্ত।

## ষোড়শ সৰ্গ (১৬)

## বিষ্ণুৰ পুত্ৰত্ব গ্ৰহণ

দেৱতাসকলে নাৰায়ণ বিষ্ণুক এইদৰে প্ৰাৰ্থনা জনালত তেওঁ নিজে সকলো কথা জানিও মধুৰ স্বৰে দেৱতাসকলক সুধিলে, "হে সুৰগণ, সেই ৰাক্ষসাধিপতিৰ বধৰ উপায় কি? কি উপায়ে ঋষিকুল-কণ্টক ৰাৱণক মই বধ কৰিম পাৰিম?" উত্তৰত দেৱতাসকলে অব্যয় বিষ্ণুক কলে, "ভগৱন, আপুনি মনুষ্যৰূপ ধাৰণ কৰি যুঁজত ৰাৱণক বধ কৰক। হে অৰিন্দম, সি দীৰ্ঘকালব্যাপি তীব্ৰ এক তপস্যা কৰিছিল। প্ৰভু, লোককৰ্তা, সৰ্বাগ্ৰজ ব্ৰহ্মাই তপস্যাত তুষ্ট হৈ ৰাক্ষসক এই বুলি বৰ দিছিল যে "মনুষ্যত বাহিৰে আন কোনো বিধৰ প্ৰাণীৰ পৰা তোমাৰ ভয় নাই।" হে ভগৱন, বৰদানৰ সময়ত সি মানুহৰ প্ৰতি অৱজ্ঞা দেখুৱাই এইদৰে কৈছিল। এতিয়া পিতামহৰ বৰত গৰ্বিত হৈ সি তিনিও জগতক উচ্ছন্ন কৰিব ধৰিছে আৰু তিৰোতাসকলক বলপূৰ্বক হৰণ কৰিব ধৰিছে। এতেক হে পৰন্তপ, অকল মানুহৰ পৰাহে তাৰ বধ সুনিশ্চিত।" ১-৭

তেতিয়া আত্মজ্ঞ বিষ্ণুই দেৱতাসকলৰ এই কথা শুনি ৰজা দশৰথকে পিতৃত্বত বৰণ কৰিবলৈ ইচ্ছা কৰিলে। এইদৰে স্থিৰ কৰি বিষ্ণুৱে পিতামহৰ পৰা বিদায় ললে আৰু দেৱতা আৰু ঋষিসকলৰ দ্বাৰা পূজিত হৈ অন্তৰ্দ্ধান কৰিলে। ৮-১০

এনেতে যজ্ঞ-নিৰত ৰজা দশৰথৰ অগ্নিকুণ্ডৰ পৰা অতুল প্ৰভান্বিত বীৰ্যবান মহা পৰাক্ৰমশালী এক মহান পুৰুষ হঠাতে উদ্ভূত হ'ল। তেওঁ দেখাঁতে কৃষ্ণবৰ্ণ, ৰক্তবস্ত্ৰ পৰিহিত, আৰক্তবদন আৰু দুন্দুভিস্বৰ সদৃশ স্বৰযুক্ত। তেওঁৰ কেশ আৰু শ্মশ্ৰু কেশৰীৰ স্নিগ্ধ কেশৰসদৃশ। তেওঁ সৰ্বসুলক্ষণ-সম্পন্ন আৰু দিব্যাভৰণভূষিত, পৰ্বত-শৃঙ্গ সদৃশ ওখ আৰু গমনত দৃপ্তশাৰ্দূলসম। তেওঁ সূৰ্য্যসম সমুজ্জ্বল আৰু প্ৰদীপ্ত বহ্নিশিখা সম তেজস্বী। এনেহেন দিব্য পুৰুষজনে ৰূপৰ ঢাকনীৰে আবৃত নিজ পত্নীসমপ্ৰিয় সাক্ষাৎ মায়াশক্তিসদৃশ স্বৰ্গীয় পায়সপূৰ্ণ সুবৰ্ণ পাত্ৰ এটা দুয়োখন হাতেৰে ধৰি লৈ ৰজা দশৰথৰ পিনে লক্ষ্য কৰি কব ধৰিলে, "ৰাজন, অভ্যাগত মোক প্ৰজাপতি-সম্ভূত এজন পুৰুষ বুলি জানিব।" ১১-১৬

এই কথা শুনি ৰজাই হাত যোৰ কৰি কব ধৰিলে, "ভগৱন, আপোনাৰ আগমন শুভ হওক। বৰ্তমানে আপোনাৰ প্ৰতি কৰিব লগা মোৰ কি আছে আদেশ কৰক।" ১৭

ৰজাৰ কথা শুনি প্ৰজাপতি-সম্ভূত পুৰুষজনে তেওঁক কলে, "হে ৰাজন, আপুনি দেৱতাসকলক আৰাধনা কৰি যি পাব বিচাৰিছে সেইটো এই—হে নৃপশ্ৰেষ্ঠ, এই পায়স দেৱতাসকলৰ দ্বাৰা প্ৰস্তুত। ই সন্তান-উৎপাদক, প্ৰশস্ত আৰু আৰোগ্য-বৰ্দ্ধক। এই পায়স গ্ৰহণ কৰি আপুনি আপোনাৰ অনুৰূপ ভাৰ্য্যাসকলক এই পায়স দান কৰিব। হে নৃপ, যি পুত্ৰৰ কাৰণে আপুনি এই যজ্ঞানুষ্ঠান পাতিছে সেই সকল ভাৰ্য্যাৰ পৰা আপোনাৰ তেনে পুত্ৰই জন্মগ্ৰহণ কৰিব।" ১৮-২০

'তথাস্তু' বুলি ৰজাই প্ৰীতমনে দেৱদত্ত দিব্য পায়সপূৰ্ণ সুবৰ্ণনিৰ্মিত পাত্ৰটো মূৰ পাতি লৈ পৰম আনন্দ চিত্তে প্ৰিয়দৰ্শন অদ্ভুত সেই পুৰুষক অভিবাদন কৰি তেওঁক প্ৰদক্ষিণ কৰিলে। নিৰ্ধনে ধন পালে যিদৰে আনন্দিত হয় ৰজা দশৰথেও দেৱতাসকলৰ দ্বাৰা প্ৰস্তুত সেই পায়স লাভ কৰি তেনে আনন্দিত হ'ল। তাৰ পিচত পৰম জ্যোতিৰ্ময় অদ্ভুত আকৃতিবিশিষ্ট সেই প্ৰাণীজনে নিজ কাম সমাপন কৰি তাতেই অন্তৰ্হিত হ'ল। ২১-২৪

শৰৎ কালত ৰমণীয় চন্দ্ৰৰ কিৰণত আকাশ যিদৰে মনোৰম শোভাৰে শোভান্বিত হয় এই কাৰ্য্যৰ দ্বাৰা ৰজাৰ অন্তঃপুৰো তাৰ অধিবাসীসকলৰ আনন্দপূৰ্ণ মুখশ্ৰীৰে তেনেদৰে সুশোভিত হৈ উঠিল। তেতিয়া ৰজাই অন্তঃপুৰত প্ৰৱেশ কৰি মহিষী কৌশল্যাক কলে, "পুত্ৰোৎপাদিকা শক্তি সম্পন্ন এই পায়স গ্ৰহণ কৰা"।



সন্তান-উৎপাদক পায়স-পাত্ৰ দান

এই বুলি কৈ নৰপতিয়ে পায়সৰ আধাভাগ কৌশল্যাক দিলে। বাকী আধাৰ আধা ( অৰ্থাৎ এক চতুৰ্থাংশ ) ৰাণী সুমিত্ৰাক দিলে। সুমিত্ৰাক দি উঠি যি আধাভাগ বল তাৰে আধা ( অৰ্থাৎ এক অষ্টমাংশ ) পুত্ৰলাভৰ কাৰণে কৈকেয়ীক দিলে। দি এতাই বাকী যি অংশ ৰ'ল মহামতি ৰজাই ভাবিচিন্তি সেইখিনি পুনঃ সুমিত্ৰাকে দিলে। এইদৰে ৰজাই বেলেগ বেলেগ ভাগ কৰি পায়স খিনি তেওঁলোকৰ মাজত ভগাই দিলে। ২৫-২৯

ৰজাৰ শ্ৰেষ্ঠা মহিষীসকলে এইদৰে পায়সৰ ভাগ পাই আনন্দতে উৎফুল্লা হ'ল আৰু সকলোটিয়ে নিজক বিশেষভাৱে সন্মানিতা হোৱা বুলি ভাবিলে। তাৰ পিচত ৰাজমহিষীসকলে দিব্য পায়স পৃথক পৃথকভাৱে ভক্ষণ কৰি অতিশীঘ্ৰে বহ্নি আৰু আদিত্যসম তেজঃপূৰ্ণ গৰ্ভধাৰণ কৰিলে। গৰ্ভধাৰণ কৰাৰ পিচত ক্ৰমাৎ তেওঁলোকৰ গৰ্ভ বৃদ্ধি লাভ কৰা দেখি ৰজাৰ মনোবাঞ্ছা পূৰ্ণ হ'ল আৰু তেতিয়া সৰগত সুৰেন্দ্ৰ আৰু সিদ্ধ ঋষিসমূহৰ দ্বাৰা পূজিত হৈ ভগৱান হৰি যিদৰে হৰ্ষান্বিত হৈছিল ৰজা দশৰথো সেইদৰে হৰ্ষান্বিত হ'ল। ৩০-৩২

ইতি ষোড়শ সৰ্গ সমাপ্ত

## সপ্তদশ সৰ্গ ( ১৭ )

### বান্দৰ সৈন্যৰ উৎপত্তি

ভগৱান বিষ্ণুৱে মহাত্মা ৰজা দশৰথৰ পুত্ৰত্ব স্বীকাৰ কৰিলত ভগৱান স্বয়ম্ভুই দেৱতাসকলক কলে, "তোমালোক সত্যপ্ৰতিজ্ঞ বীৰ বিষ্ণুৰ সহায় স্বৰূপ কামৰূপী, বলশালী আৰু আমাৰ হিতৈষী বীৰসকল উৎপন্ন কৰা। এই সকল বীৰ হব লাগিব মায়াবী, শূৰ, বায়ুসম বেগৱান, নীতিবিদ্, বুদ্ধিসম্পন্ন, বিষ্ণুসম-পৰাক্ৰমী, শত্ৰুপক্ষৰ অবধ্য, সঙ্কট সময়ত উপায়জ্ঞ, দিব্য-শৰীৰসম্পন্ন, সৰ্বাস্ত্ৰ-প্ৰতিবোধক্ষম আৰু অমৃত-ভোজী ( দেৱতা ) সকলৰ নিচিনা অমৰ। সেই হেতুকে তোমালোকে মুখ্য মুখ্য অপ্সৰা, গন্ধৰ্ব, যক্ষ, পন্নগ, ঋক্ষ, বিদ্যাধৰ, কিন্নৰ আৰু বান্দৰ কন্যাসমূহত তোমালোকৰ নিচিনা তুল্য পৰাক্ৰমশালী বান্দৰকুল সৃষ্টি কৰা। পূৰ্বতে মই ঋক্ষশ্ৰেষ্ঠ জাম্বৱানক সৃষ্টি কৰিছোঁ। হাঁচি মাৰোঁতে মোৰ মুখৰ পৰা হঠাতে তেওঁৰ জন্ম হৈছিল।" ভগৱান ব্ৰহ্মাই এইদৰে কোৱাত তেওঁৰ আদেশ শুনি দেৱতাসকলে

বান্দৰৰূপী পুত্ৰসকল জন্ম দিলে। সিদ্ধ, বিদ্যাধৰ, উৰগ আৰু চাৰণসকলেও বলশালী বীৰ পুত্ৰসকলক জন্ম দিলে। ১-৯

ইন্দ্ৰসম তেজস্বী বানৰশ্ৰেষ্ঠ বালীক জন্ম দিলে ইন্দ্ৰই, তপনৰাজ সূৰ্য্যই জন্ম দিলে সুগ্ৰীৱক। বৃহস্পতিয়ে জন্ম দিলে মহাকপি তাৰকক; তেওঁ সৰ্ব বানৰ কুলৰ মুখ্য আৰু অতিশয় বুদ্ধিমান। শ্ৰীমান বান্দৰ গন্ধমাদনৰ উৎপত্তি হল কুবেৰৰ পৰা। কপিশ্ৰেষ্ঠ নলক জন্ম দিলে বিশ্বকৰ্মাই। অগ্নিসম জ্যোতিষ্মান শ্ৰীমান নীলৰ জন্ম হল অগ্নিৰ পৰা। তেওঁ বল, বীৰ্য্য, তেজ আৰু যশস্যাত জনক অগ্নিকো চেৰ পেলাইছিল। সৰ্বজন-স্বীকৃত অতিশয় ৰূপসম্পন্ন অশ্বিনীকুমাৰ দুজনে জন্ম দিলে মৈন্দ আৰু দ্বিবিদক। বৰুণে জন্ম দিলে সুষেণ নামে বানৰক। মেঘৰ পৰা উৎপন্ন হল মহাবলশালী শৰভ। বায়ুৰ ঔৰসজাত পুত্ৰ হল শ্ৰীমান হনুমান। তেওঁৰ শৰীৰ বজ্ৰসম কঠিন আৰু বেগত তেওঁ বিনতাপুত্ৰ গৰুড়ৰ সমান। সকলো শ্ৰেষ্ঠ বানৰ সমূহৰ ভিতৰত তেওঁ অধিক বলৱান আৰু বুদ্ধিশালী। ১০-১৭

এইদৰে দশগ্ৰীৱ ৰাৱণৰ বধৰ অৰ্থে হাজাৰে হাজাৰে বহুত বান্দৰৰ জন্ম হ'ল। তেওঁলোক আটায়ে অমিত বলশালী, প্ৰচণ্ড বেগৱান আৰু কামৰূপী, গজ আৰু পৰ্বতসদৃশ বপুষ্মান আৰু মহাবলী। এই প্ৰকাৰে ঋক্ষ, বান্দৰ আৰু গোপুচ্ছ ( বান্দৰ বিশেষ ) কুলৰ জন্ম হ'ল। যি যি দেৱতাৰ যেনে ৰূপ, বেশ বা পৰাক্ৰম, তেওঁলোকৰ সন্ততিবোৰেও তেনে ৰূপ, বেশ বা পৰাক্ৰম লাভ কৰিলে। ইয়াৰ ভিতৰত যিসকল গোলাঙ্গুল কুলত উৎপন্ন হৈছিল তেওঁবিলাকে নিজ নিজ জনকতকৈ আৰু অধিক বিক্ৰমশালী আছিল। এইদৰে ঋক্ষপত্নী আৰু কিন্নৰীসমূহত বহুত বান্দৰে জন্মগ্ৰহণ কৰিলে। দেৱতা, মহৰ্ষি, গন্ধৰ্ব, তাৰ্ক্ষ্য, যক্ষ, নাগ, কিম্পুৰুষ, সিদ্ধ, বিদ্যাধৰ, উৰগ আৰু চাৰণসমূহেও আনন্দিতচিত্তে হাজাৰ হাজাৰ বীৰ, বান্দৰী, অপ্সৰী, বিদ্যাধৰী আৰু নাগকন্যাত জন্ম দিলে। এই সকলো বান্দৰ অতিশয় বৃহৎ শৰীৰ বিশিষ্ট আৰু বনচাৰী। তেওঁলোক যথেচ্ছ বলধাৰণক্ষম আৰু বিচৰণশালী। দৰ্প আৰু পৰাক্ৰমত সিংহ-শাৰ্দূলসম; শিল, পৰ্বত, নখ আৰু দাঁতেই তেওঁলোকৰ যুদ্ধাস্ত্ৰ, আৰু সকলো প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰতেই তেওঁলোক পাৰ্গত। তেওঁলোকে শাৰীৰিক শক্তিৰে পৰ্বত উভাৰি পেলাব পাৰিছিল আৰু বৃহৎ গছসমূহ চূৰ্ণাকৃতি কৰিব পাৰিছিল। নদীসমূহৰ অধিপতি সমুদ্ৰকো শোষণ কৰিব পাৰিছিল, গোৰ মাৰি ধৰাতল ফটাব পাৰিছিল আৰু সাঁতুৰি মহাসমুদ্ৰ পাৰ হব পাৰিছিল। নভস্থলত প্ৰৱেশ কৰি মেঘমালাক হাতৰ মুঠিৰ ভিতৰত লব পাৰিছিল আৰু বনবিহাৰী মত্তমাতঙ্গকো বশলৈ আনিব পাৰিছিল। গগনবিহাৰী শব্দায়মান বিহঙ্গক নিজ সিংহনাদ সদৃশ নাদেৰে ভূপাতিত কৰিব পাৰিছিল। ১৭-২৯



এনেহেন কামৰূপী মহাত্মা বান্দৰৰ দলপতি শই শই, হাজাৰে হাজাৰে সৃষ্ট হৈ তেওঁলোকেই আকৌ আন আন বহুত যূথপতি সৃষ্টি কৰি ললে। এই বীৰসকলৰ হাজাৰে হাজাৰে ঋক্ষবাণ পৰ্বতৰ শৃঙ্গত বসতি কৰিলে। আন কিছুমানে আকৌ নানান পৰ্বত আৰু বনত বাস কৰি থাকিল। বানৰ যূথপতিসকলৰ কিছুমানে স্ব-ইচ্ছাত সূৰ্য্যপুত্ৰ সুগ্ৰীৱক, কিছুমানে ইন্দ্ৰপুত্ৰ বালীক, কিছুমানে আকৌ নল, নীল, হনুমানক আশ্ৰয় কৰি দলভুক্ত হৈ বাস কৰি থাকিল। গৰুড়সম বলসম্পন্ন যুদ্ধবিদ্যাবিশাৰদ এই বানৰকুল বনে বনে বিচৰণ কৰি সিংহ, ব্যাঘ্ৰ আৰু বৃহৎ বৃহৎ উৰগসমূহক বিনাশ কৰি ফুৰিছিল। বিপুল বিক্ৰমশালী মহাবলবান বালীয়ে নিজ ভুজবলে ঋক্ষ আৰু গোপুচ্ছ বানৰ সমূহক ৰক্ষা কৰি আছিল।

এইদৰে ভিন ভিন দলভুক্ত বীৰপুৰুষসকলে নিজ নিজ চিহ্ন অক্ষুণ্ণ ৰাখি পৰ্বত, বন আৰু সসাগৰা পৃথিৱীৰ যথাস্থানত অৱস্থিত হৈ ৰামৰ সহায়ক স্বৰূপে মেঘমালা আৰু পৰ্বতশৃঙ্গসম ভীমাকৃতি মহাবলশালী যূথপতিসকলে সৈতে গোটেই পৃথিৱীতে বিয়পি পৰিছিল। ২৯-৩৭

**ইতি সপ্তদশ সৰ্গ সমাপ্ত**

## অষ্টাদশ সৰ্গ ( ১৮ )

### ৰাম লক্ষ্মণ ভৰত আৰু শত্ৰুঘ্নৰ জন্ম

মহাত্মা ৰজা দশৰথৰ অশ্বমেধ যজ্ঞ সমাপ্ত হলত দেৱতাসকলে নিজ নিজ ভাগ গ্ৰহণ কৰি যিদৰে আহিছিল সেইদৰে বিদায় ললে। তাৰ পিচত ৰজাই ব্ৰত আৰু নিয়ম সমাপন কৰি পত্নী আৰু ভৃত্যগণে সৈতে সদলবলে অন্তঃপুৰত প্ৰবেশ কৰিবলৈ উদ্যত হ'ল। আন আন পৃথিৱীপতিসকলে ৰজাৰ দ্বাৰা যথাযোগ্যভাৱে পূজিত হৈ সন্তুষ্টচিত্তে মুনিশ্ৰেষ্ঠ বশিষ্ঠ আৰু ঋষ্যশৃঙ্গক প্ৰণাম জনাই নিজ দেশলৈ প্ৰস্থান কৰিলে। নগৰৰ পৰা শ্ৰীমন্ত ৰাজন্যবৰ্গ নিজ নিজ স্থানলৈ যোৱাৰ সময়ত তেওঁলোকৰ সৈন্যসামন্তাদি ৰাজদণ্ড শুভ্ৰ আৰু সমুজ্জ্বল বস্ত্ৰাভৰণৰ দ্বাৰা বিশেষভাৱে শোভান্বিত হৈছিল। এইদৰে পৃথিৱীপতিসকল গলত শ্ৰেষ্ঠ দ্বিজসকলক আগত লৈ ৰজাই পুনঃ পুৰীত প্ৰবেশ কৰিলে। তাৰ পিচত ঋষি ঋষ্যশৃঙ্গয়ো ৰজা দশৰথৰ দ্বাৰা

সৰ্বতোভাৱে পূজিত হৈ ভাৰ্য্যা শান্তাৰে সৈতে তেওঁৰ পৰা বিদায় লোৱাত ধীমান ৰজা দশৰথে ভৃত্যবৰ্গৰে সৈতে তেওঁক কিছুদূৰ আগবঢ়াই থৈ আহিল গৈ। ৰজা দশৰথে তেওঁৰ মনোৰথ পূৰ্ণ হোৱাত সকলোকে বিদায় দি পুত্ৰোৎপত্তিৰ বিষয়ে চিন্তা কৰি পৰমসুখে অযোধ্যা নগৰীত থাকিবলৈ লাগিল। ১-৭

যজ্ঞসমাপ্তিৰ পিচত ছটা ঋতুকাল উত্তীৰ্ণ হোৱাত দ্বাদশ মাহ চ'ত মাহৰ নৱমী তিথিত পুনৰ্বসু নক্ষত্ৰত ৰবি, ভৌম শনি, গুৰু আৰু শুক্ৰ যথাক্ৰমে মেষ, মকৰ, তুলা, কৰ্কট আৰু মীনৰ সু-উচ্চ স্থানত থকা কালত চন্দ্ৰ আৰু গুৰুযুক্ত কৰ্কট লগ্নত দিব্য লক্ষণযুক্ত সৰ্বলোক-নমস্কৃত জগন্নাথ ৰামক কৌশল্যাই জন্ম দিলে। ইক্ষ্বাকু-কুলনন্দন কৌশল্যাসুত মহাভাগ ৰাম বিষ্ণুৰ অৰ্দ্ধাংশত জন্ম। তেওঁৰ চকু আৰু ওঁঠ ৰক্তবৰ্ণবিশিষ্ট আৰু স্বৰ দুন্দুভি শব্দ সদৃশ। অদিতিয়ে দেৱতাসকলৰ শ্ৰেষ্ঠ বজ্ৰপাণি ইন্দ্ৰক কোলত লৈ যি শোভা ধাৰণ কৰিছিল কৌশল্যায়ো অমিত তেজ-শালী ৰামক পুত্ৰৰূপে পাই তেনে শোভা ধাৰণ কৰিলে। ৮-১২

তাৰ পিছত কৈকেয়ীৰ গৰ্ভত ভৰতৰ জন্ম হয়। তেওঁ সত্যপৰাক্ৰম, সাক্ষাৎ বিষ্ণুৰ এক চতুৰ্থাংশত জন্ম আৰু সৰ্বগুণাধাৰ। তাৰ পিচতে সুমিত্ৰাৰ গৰ্ভত উপজিল লক্ষ্মণ আৰু শত্ৰুঘ্ন—উভয়েই বীৰ সৰ্বাস্ত্ৰপাৰ্গত আৰু উভয়ৰে জন্ম বিষ্ণুৰ অংশত। পুষ্যা নক্ষত্ৰত মীন লগ্নত প্ৰসন্ন ধী-শক্তিসম্পন্ন ভৰতৰ জন্ম; সুমিত্ৰানন্দন লক্ষ্মণ আৰু শত্ৰুঘ্ন উভয়ৰে জন্ম অশ্লেষা নক্ষত্ৰত—ৰবি কৰ্কটৰ উচ্চাংশত অৱস্থিতি কৰা কালত। এইদৰে ৰজাৰ চাৰিজন মহাত্মা পুত্ৰই পৃথক পৃথকভাৱে জন্ম গ্ৰহণ কৰিলে। তেওঁলোক গুণৱান আৰু অতুল প্ৰভাসম্পন্ন আৰু পূৰ্ব আৰু উত্তৰ ভাদ্ৰপদ নক্ষত্ৰৰে সৈতে থকা চতুঃসংখ্যাবিশিষ্ট তাৰকা সমষ্টিৰ নিচিনা উজ্জ্বল কান্তিযুক্ত। ১৩-১৬

তেওঁলোকৰ জন্মত গন্ধৰ্বসকলে মধুৰ স্বৰে গীত গালে, অপ্সৰাসকলে নৃত্য কৰিলে; আকাশত দেৱদুন্দুভি বাজি উঠিল আৰু লগতে পুষ্পবৃষ্টি হ'ল। জনসমা-গমত অযোধ্যা নগৰত মহান এক উৎসৱ অনুষ্ঠিত হ'ল, পথ-ঘাট নট, নৰ্তকী আৰু জনসংঘৰে ভৰপূৰ হ'ল; সমগ্ৰ নগৰী গায়ন-বায়ন আদিৰ গীতধ্বনিত মুখৰিত হৈ ৰাজদত্ত ধনৰত্নৰে বিপুল শোভা ধাৰণ কৰিলে। ৰজাই সুত (পুৰাণ-পাঠক), মাগধ (বংশাৱলী পাঠক) আৰু বন্দীসকলৰ (স্তুতিপাঠক) যাক যি জোখে দিব লাগে সেই জোখে দান দিলে আৰু ব্ৰাহ্মণসকলক ধন-ৰত্ন আৰু হাজাৰে হাজাৰে ধেনু দান দিলে। ১৭-২০

ওপজাৰ পৰা এঘাৰ দিন উকলি যোৱাত চাৰিওটি ল'ৰাৰ নামকৰণ কৰা হ'ল। ঋষি বশিষ্ঠই মহাত্মা জ্যেষ্ঠজনৰ নাম থলে ৰাম, কৈকেয়ী-পুত্ৰৰ নাম



ৰাখিলে ভৰত আৰু সুমিত্ৰা-নন্দন দুজনৰ নাম ৰাখিলে লক্ষ্মণ আৰু শত্ৰুঘ্ন। তাৰ পিচত ৰজাই ব্ৰাহ্মণ, নাগৰিক আৰু ৰাষ্ট্ৰবাসীসকলক ভোজন কৰালে আৰু সসম্মানে ব্ৰাহ্মণসকলক ধন-ৰত্নাদি দান কৰিলে। এইদৰে সকলোটি সন্তানৰে জাত-কৰ্ম্মাদি কৰা হ'ল। তেওঁলোকৰ ভিতৰত জ্যেষ্ঠ ৰাম ইক্ষ্বাকুকুলৰ কীৰ্তি-ধ্বজসদৃশ, পিতাকৰ স্নেহৰ পাত্ৰ, আৰু জনসমূহৰ মানত স্বয়ং স্বয়ম্ভুসদৃশ প্ৰিয়। ভায়েক-ককায়েক সকলোটি বেদজ্ঞ, বীৰ, লোকহিতাকাংক্ষী, সৰ্বজ্ঞানসম্পন্ন আৰু সৰ্বগুণাধাৰ। তেওঁলোকৰ ভিতৰতে আকৌ ৰাম মহাতেজস্বী, সত্যপৰাক্ৰম, চন্দ্ৰসম নিৰ্মল আৰু ৰথ পৰিচালনাত সিদ্ধহস্ত, ধনুৰ্বেদত পাৰদৰ্শী আৰু পিতৃসেৱাপৰায়ণ। লক্ষ্মীবৰ্ধন লক্ষ্মণ সৰুৰে পৰা বিনয়ী, সদাচাৰৱান আৰু ককায়েক লোকৰাম (লোকসমাজৰ আনন্দবৰ্দ্ধক) ৰাম তেওঁৰ নিজ শৰীৰতকৈও প্ৰিয় আছিল আৰু সদায় ৰামৰ প্ৰিয়কাৰ্য্যত ৰত আছিল। আনপক্ষে লক্ষ্মীমন্ত লক্ষ্মণো ৰামৰ বহিশ্চৰ আন এটা মূৰ্তিমান প্ৰাণস্বৰূপ আছিল। লক্ষ্মণ নহলে পুৰুষোত্তম ৰামৰ টোপনি নাহিছিল; কিবা এটা সুখাদ্য হাতত পৰিলে লক্ষ্মণ নহলে তেওঁ খাব নোৱাৰিছিল। ৰাম ঘোঁৰাত উঠি মৃগয়ালৈ গলে লক্ষ্মণেও হাতত ধেনু লৈ তেওঁৰ শৰীৰ ৰক্ষা কৰি পিচে পিচে গৈছিল। ২১-৩২

লক্ষ্মণ যিদৰে ৰামৰ প্ৰিয়, তেওঁৰ অনুজ শত্ৰুঘ্নও সেইদৰে ভৰতৰ প্ৰাণতকৈও তেওঁৰ পক্ষে অধিক প্ৰিয় আছিল। এনেদৰে অশেষ গুণসম্পন্ন প্ৰিয় চাৰিজন পুত্ৰক লগত লৈ দেৱতাসমূহৰ দ্বাৰা পৰিবৃত পিতামহসদৃশ ৰজা দশৰথে পৰম প্ৰীতি অনুভৱ কৰিব ধৰিলে। তেওঁলোক সকলোটিয়ে যেতিয়া জ্ঞান লাভ কৰি সৰ্ব-গুণান্বিত হ'ল আৰু প্ৰত্যেকটিয়ে লজ্জাশীল, কীৰ্তিমন্ত, দূৰদৰ্শী আৰু প্ৰভাৱান্বিত হৈ তেজস্বী আৰু দীপ্তিমান হ'ল, তেতিয়া ৰজা দশৰথে লোকাধিপ ব্ৰহ্মাৰ নিচিনা পৰম আনন্দিত হ'ল। নৰশ্ৰেষ্ঠ এই চাৰিওটি পুত্ৰক বেদাধ্যয়নৰত, পিতৃশুশ্ৰূষা-পৰায়ণ আৰু ধনুৰ্বিদ্যাত সুপ্ৰতিষ্ঠিত হোৱা দেখি ধৰ্মাত্মা ৰজা দশৰথে উপাধ্যায় আৰু বন্ধুবান্ধৱৰ সৈতে তেওঁলোকৰ বিবাহ সম্বন্ধে চিন্তা কৰিব ধৰিলে। ৩২-৩৮

মন্ত্ৰীসকলে সৈতে এইদৰে চিন্তা কৰি থাকোঁতে মহাতেজস্বী মুনিপ্ৰৱৰ বিশ্বামিত্ৰ তাত উপস্থিত হৈ ৰাজদৰ্শন ইচ্ছা কৰি দ্বাৰপালক কলে, "তোমালোকে বেগেতে গৈ ৰজাক জনোৱা যে কুশিকগোত্ৰসম্ভৱ গাধিৰ পুত্ৰ মই ৰাজদৰ্শন ইচ্ছা কৰি ইয়াত উপস্থিত হৈছোঁ।" কথা শুনা মাত্ৰকে দ্বাৰপালসকলে ৰাজ-অন্তঃপুৰলৈ লৰ দিলে। ঋষি-বাক্যৰ দ্বাৰা অনুপ্ৰেৰিত হৈ ব্যাকুলচিত্তে তেওঁলোকে গৈ ইক্ষ্বাকুকুলৰ বংশধৰ ৰজা দশৰথক ঋষি বিশ্বামিত্ৰ উপস্থিত হোৱা সম্বাদ জনালত ৰজাই একাগ্ৰচিত্তে পুৰোহিতক লগত লৈ দেৱৰাজ ইন্দ্ৰই দেৱব্ৰহ্মা বৃহস্পতিক বৰি

অনা দি সাদৰি আনিবলৈ প্ৰহৃষ্টচিত্তে ঋষিৰ ওচৰ পালেগৈ। ৰজাই কঠোৰ ব্ৰতশীল তাপস বিশ্বামিত্ৰক নিজৰ দীপ্তিতে দীপ্তিমান হৈ থকা দেখি আনন্দচিত্তে অৰ্ঘ্য নিবেদন কৰিলে। ধৰ্মজ্ঞ ঋষিয়ে শাস্ত্ৰোক্ত বিধিমতে ৰাজদত্ত অৰ্ঘ্য গ্ৰহণ কৰি ৰজাক সুধিলে, "হে নৰাধিপ, আপোনাৰ কুশল নে? ৰাষ্ট্ৰ, নগৰ, বন্ধুবান্ধৱ আৰু সুহৃদবৰ্গ সকলোৰে মঙ্গল নে? সামন্ত ৰজাগণ আৰু শত্ৰুবৰ্গই আপোনাৰ বশ মানি চলি আছে নে? দেৱতা আৰু মনুষ্য সমাজৰ প্ৰতি আপোনাৰ কৰ্তব্য সমূহ যথাযথভাৱে অনুষ্ঠিত হৈ আছে নে?" ইয়াৰ পিচত বশিষ্ঠ আৰু আন আন ঋষিসমূহৰ লগত মিলিত হৈ সকলোৰে কুশল বাতৰি সুধি আটায়ে আনন্দিতমনে ৰাজভৱনত প্ৰৱেশ কৰিলে, আৰু তাত ৰজাৰ দ্বাৰা পূজিত হৈ প্ৰত্যেকে নিজ নিজ আসনত উপবিষ্ট হ'ল। ৩৯-৪৯

তাৰ পিচত উদাৰমনা ৰজা দশৰথে হৃষ্টচিত্তে পূজা-অৰ্চনা জনাই মহামুনি বিশ্বামিত্ৰক কলে, "হে মহামুনি, আপোনাৰ এই আগমন মোৰ পক্ষে অমৃত লাভৰ নিচিনা, নিৰ্জল দেশত বৃষ্টিপাতৰ নিচিনা, অপুত্ৰকৰ উপযুক্ত ভাৰ্য্যাত পুত্ৰলাভৰ নিচিনা, নষ্টসম্পত্তিৰ পুনৰুদ্ধাৰৰ নিচিনা আৰু মহোৎসৱৰ সময়ত মানুহৰ মনত হোৱা উল্লাসৰ নিচিনা বুলি অনুমান হৈছে! হে মুনি, 'স্বাগতম' বাণীৰে মই আপোনাক সম্ভাষণ জনালোঁ। আপোনাৰ অভীষ্ট কি কাম মই আনন্দচিত্তে সমাধা কৰিব লাগিব, কওঁক। হে ব্ৰাহ্মণ! আপুনি সকলো প্ৰকাৰে মোৰ সেৱাৰ পাত্ৰ। হে মানদ, মোৰ সৌভাগ্যক্ৰমে আপুনি আজি ইয়াত উপস্থিত। আজি মোৰ জন্ম সফল হৈছে আৰু মোৰ জীৱনো সৌভাগ্যময় হ'ল যিহেতু ভবাদৃশ বিপ্ৰবৰক মই দেখা পালোঁ এতেকে মোৰ পক্ষে আজি নিশা সুপ্ৰভাত বুলি অনুমান হৈছে। পূৰ্বতে আপুনি ৰাজৰ্ষি শব্দৰে অভিহিত হৈ তপস্যাৰ বলত পিচত মহৰ্ষিত্ব প্ৰাপ্ত হৈছে। অতএব আপুনি বহুপ্ৰকাৰে মোৰ পূজ্য। হে বিপ্ৰ, আপোনাৰ এই আগমন মোৰ পক্ষে অতি পৱিত্ৰ আৰু আশ্চৰ্য্যজনক। হে প্ৰভু, আপোনাক দেখি পাই মোৰ শৰীৰ পৱিত্ৰ হৈছে। এতিয়া আপোনাৰ আগমন হেতু মোৰ কৰিব লগা কি আছে আপুনি কওঁক—এয়ে মোৰ প্ৰাৰ্থনা। হে সুব্ৰত, আপোনাৰ আগমনত মই অনুগৃহীত হৈছোঁ। এতিয়া আপোনাৰ প্ৰয়োজন সিদ্ধিৰ কামনা কৰিলোঁ। আপুনি এই বিষয়ে সন্দেহ কৰিবৰ একো নাই। হে দ্বিজ, আপোনাৰ আগমন হেতু মোৰ যি ধৰ্ম হৈছে সেয়ে মোৰ পক্ষে মহান সৌভাগ্য।"

স্বাধীনচেতা ৰজা দশৰথৰ বিনীত, শ্ৰুতিমধুৰ অতএব হৃদয়গ্ৰাহী এই বাক্য শুনি প্ৰখ্যাত যশস্বী সৰ্বগুণাধাৰ শ্ৰেষ্ঠ ঋষি বিশ্বামিত্ৰ পৰম আনন্দিত হ'ল। ৪৯-৫

ইতি অষ্টাদশ সৰ্গ সমাপ্ত

## একোনবিংশ সৰ্গ (১৯)

## বিশ্বামিত্ৰ আৰু দশৰথৰ ভিতৰত কথা-বতৰা

ৰাজসিংহ দশৰথৰ হৃদয়গ্ৰাহী কথা শুনি মহাতেজস্বী বিশ্বামিত্ৰই আনন্দতে ৰোমাঞ্চিত হৈ কব ধৰিলে, "হে ৰাজশাৰ্দূল, আপুনি যি কথা কলে, সি আপোনাৰ নিচিনা মহাবংশপ্ৰসূত আৰু বশিষ্ঠৰ নিচিনা মহামুনি এজনৰ দ্বাৰা উপদিষ্ট জনতেই সম্ভৱ হয়, আনত নহয়। আপুনি প্ৰতিজ্ঞা কৰক যে যি কথা মই মনতে আলচি আছোঁ আপুনি সেইমতে কাম কৰি যথাৰ্থতে আপোনাৰ প্ৰতিজ্ঞা পালন কৰিব। হে পুৰুষশ্ৰেষ্ঠ, মই বিশেষ এটা যজ্ঞৰ বাবে (নিয়ম মানি) দীক্ষিত হৈ আছোঁ, কিন্তু দুজন কামৰূপী ৰাক্ষসে তাত বহুত বিঘিনি ঘটাব ধৰিছে। যজ্ঞৰ কাম প্ৰায় শেষ হওঁ হওঁ অৱস্থাত; এনেতে বলশালী আৰু যুদ্ধবিদ্যাত সুনিপুণ মাৰীচ আৰু সুবাহু নামে দুটা ৰাক্ষসে মাংস আৰু তেজেৰে যজ্ঞৰ বেদী বোৱাই দিলে। সংকল্পিত যজ্ঞ এইদৰে নষ্ট কৰি দিয়াত মোৰ শ্ৰম পণ্ড হল আৰু নিৰুৎসাহ হৈ সেই ঠাইৰ পৰা ওলাই আহিছোঁ। হে পাৰ্থিৱ, এনে ক্ষেত্ৰত ক্ৰোধ দেখুৱাবলৈ মোৰ ইচ্ছা হোৱা নাই, কিয়নো মোৰ সংকল্পিত যজ্ঞত অভিশাপ প্ৰদানৰ ঠাই নাই। এতেকে হে ৰাজসিংহ, আপোনাৰ জ্যেষ্ঠপুত্ৰ সত্যপৰাক্ৰম কাকপক্ষধাৰী* বীৰ ৰামচন্দ্ৰক মোক দিয়ক। মোৰ দিব্য অস্ত্ৰৰ দ্বাৰা সুৰক্ষিত হৈ তেওঁ নিজ শক্তিৰ বলত যজ্ঞ-বিঘাতক ৰাক্ষসবিলাকক বিনাশ কৰিব পাৰিব। হে ৰাজন, ইয়াৰ প্ৰতিদান স্বৰূপে বহু প্ৰকাৰ মঙ্গলবিধায়ক দান তেওঁ মোৰ পৰা পাব যিবোৰৰ সহায়ত তিনিও জগতত তেওঁ খ্যাতি লাভ কৰিব পাৰিব। আপুনি নিশ্চয়কৈ জানিব সেই দুই ৰাক্ষস ৰামৰ আগত তিষ্ঠিব নোৱাৰিব। আনপক্ষে ৰামৰ বাহিৰে আন কোনোৱে সিহঁতক বধ কৰিবলৈও সাহস কৰিব নোৱাৰে। নিজ বীৰ্য্যগুণে উদ্ধত হলেও সেই পাপদ্বয় এতিয়া কালৰ বশীভূত আৰু কোনো প্ৰকাৰে ৰামৰ সমকক্ষ নহয়। ১-১২

"হে ৰাজন, এনে স্থলত পুত্ৰস্নেহ প্ৰকাশ কৰাটো শোভনীয় নহব। মই দঢ়াই কৈছোঁ সেই দুই ৰাক্ষস নিহত হৈছে বুলি জানিব। সত্য-পৰাক্ৰম মহাত্মা ৰামৰ কথা মই জানো, মহাতেজস্বী বশিষ্ঠ আৰু আন যিসকল তাপস ইয়াত আছে

* কাকপক্ষ=চূড়াকৰণৰ সময়ত বিশেষকৈ ক্ষত্ৰিয় লৰাৰ মুণ্ডন কৰোঁতে মূৰৰ দুয়োফালে ৰখা তিনি বা পাঁচ কোছা চুলি। তাৰপৰা অনুমান হয় ৰামচন্দ্ৰই ৰাক্ষসৰ লগত যুঁজিবলৈ সমৰ্থবান হৈছে।

তেওঁলোকেও ৰামৰ বিষয়ে জানে। হে ৰাজেন্দ্ৰ, যদি পৃথিৱীত আপোনাৰ ধৰ্মলাভ আৰু সুযশ চিৰস্থায়ী কৰিব বিচাৰে আপুনি ৰামক মোক দিয়ক। হে কাকুৎস্থ, যদি বশিষ্ঠ প্ৰমুখ ঋষিসকলেও মোৰ এই কথাত সম্মতি দিয়ে তেনেহলে মোৰ ইচ্ছা অনুসৰি অনাসক্তভাৱে আপোনাৰ পুত্ৰক এৰি দিয়ক। যজ্ঞৰ কাৰণে মাত্ৰ দহৰাত্ৰি কাললৈকেহে ৰাজীবলোচন ৰামৰ প্ৰয়োজন আছে। হে ৰাঘৱ, যাতে যজ্ঞৰ সময় উকলি নাযায় আপুনি তেনে কৰক। আপোনাৰ মঙ্গল হওক। শোকভাবক মনত স্থান নিদিব।” ১৩-১৯

ধৰ্মাত্মা মহাতেজস্বী উদাৰমতি বিশ্বামিত্ৰই ধৰ্মাৰ্থযুক্ত এই কথা কৈ মনে মনে থাকিল। তেতিয়া ৰাজেন্দ্ৰ দশৰথে বিশ্বামিত্ৰৰ মঙ্গলময় বাণী শুনি শোকাভিভূত হৈ কঁপি কঁপি মূৰ্চ্ছিত হল; তাৰ পিচত সংজ্ঞা লাভ কৰি বিষণ্ণমনে বহি পৰিল। ক্ৰমে মহাত্মা ৰজা দশৰথে মুনিবৰৰ হৃদয় আৰু মনবিদাৰক কথা শুনি ব্যথিতচিত্তে আসনৰ পৰা ঢলি পৰিল। ১৯-২২

ইতি একোনবিংশ সৰ্গ সমাপ্ত

## বিংশ সৰ্গ (২০)

### ৰজাৰ অসম্মতিত বিশ্বামিত্ৰৰ ক্ৰোধ

ৰাজশাৰ্দুল দশৰথে বিশ্বামিত্ৰৰ এই উক্তি শুনি মুহূৰ্তকাল সংজ্ঞাহীন হল, পিচত পুনঃ সংজ্ঞা লাভ কৰি কব ধৰিলে, “হে মুনি, ৰাজীবলোচন মোৰ ৰামচন্দ্ৰৰ বয়স এতিয়া ষোলতকৈ কম; ৰাক্ষসবোৰৰ লগত যুঁজকৰাৰ ক্ষমতা তেওঁৰ এতিয়াও হোৱা যেন নেদেখো। এক অক্ষৌহিণী সেনা মোৰ আছে আৰু ময়ে তেওঁলোকৰ অধিপতি। এই সৈন্যদল লগত লৈ সেই পিশাচবোৰৰ লগত মই যুঁজ কৰিম। মোৰ এই সৈন্যদল শূৰ, বিক্ৰমশীল, মোৰ একান্ত অনুগত আৰু অস্ত্ৰবিদ্যাত পাৰ্গত। এওঁলোক ৰাক্ষসকুলৰ লগত যুদ্ধ কৰিবলৈ সক্ষম, অতএৱ আপুনি ৰামক নিয়াটো উচিত নহব। ধনুহাতে সমৰক্ষেত্ৰত থিয় হৈ ময়ে আপোনাৰ যজ্ঞ ৰক্ষা কৰিম আৰু প্ৰাণ থাকে মানে নিশাচৰহঁতৰ লগত যুঁজ কৰিম। মোৰ দ্বাৰা সুৰক্ষিত হৈ আপোনাৰ ব্ৰতাচৰণ নিৰ্বিঘ্নে সম্পাদিত হব। মই তালৈ যাম, ৰামক নিব নালাগে। ১-৬।



“মোৰ এই ৰামচন্দ্ৰ এতিয়াও বালক, পৰিমিত জোখে বিদ্যালাভ কৰা নাই, শত্ৰুপক্ষৰ বলাবলৰ কথা নাজানে; অস্ত্ৰবল সম্পূৰ্ণ আয়ত্ব হোৱা নাই আৰু যুদ্ধ-বিশাৰদো নহয়। ৰাক্ষসবোৰ কূটযুদ্ধকাৰী, গতিকে ৰাম সিহঁতৰ সমকক্ষ নহয়। হে মুনিশ্ৰেষ্ঠ, ৰামক এৰি মুহূৰ্তকালো মই জীয়াই থাকিব নোৱাৰোঁ। তথাপি হে সুব্ৰত, যদিহে আপুনি ৰামক তালৈ নিব খোজে তেনেহলে হে ব্ৰাহ্মণ, চতুৰঙ্গ সেনাদলে সৈতে মোকো তালৈ লৈ বলক। হে কৌশিক, মোৰ এতিয়া ষাঠি হাজাৰ বয়স উত্তীৰ্ণ হৈছে, অতিকষ্টে ৰামৰ সদৃশ পুত্ৰ লাভ কৰিছোঁ। আপুনি ৰামক নিব নালাগে। মোৰ এই চাৰিটি ল'ৰাৰ ভিতৰত ৰাম জ্যেষ্ঠ আৰু ধৰ্মসংৰক্ষণবিষয়ত প্ৰধান; ৰামতেই মোৰ অত্যধিক স্নেহ। এতেকে ৰামক আপুনি নিনিব।

“হে মুনিপুঙ্গৱ, এই ৰাক্ষসবোৰৰ কি শক্তি, ইহঁত কাৰ পুত্ৰ আৰু কোন, ইহঁতৰ শাৰীৰিক গঠন কেনে ধৰণৰ; কোনে ইহঁতক ৰক্ষা কৰি থাকে; আন পক্ষে ৰাম অথবা মোৰ সৈন্যদল বা মই, কূট যুদ্ধবিদ্যাত পাৰ্গত ইহঁতক কিদৰে প্ৰতিৰোধ কৰিব পাৰিম, হে ভগবন, এই সকলো কথা মোক কওক। এই ৰাক্ষসকুল নিজ শক্তিৰ বলত উদ্দীপ্ত আৰু ইহঁত দুষ্ট প্ৰকৃতিৰ, অতএৱ কিদৰে যুদ্ধত মই ইহঁতৰ সন্মুখত তিষ্ঠিব পাৰিম তাকো কওক।” ৭-১৫

ৰজা দশৰথৰ কথা শুনি বিশ্বামিত্ৰই কব ধৰিলে, “ৰাজন, ৰাৱণ নামে ৰাক্ষস, পৌলস্ত্যবংশত জাত। সি ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি ত্ৰিলোকত উৎপীড়ন কৰি ফুৰিছে। হে মহাৰাজ, শুনিব পাইছোঁ সি ৰাক্ষসকুলৰ অধিপতি, মহাবীৰ্য্যশালী আৰু শক্তিমন্ত; বহুত ৰাক্ষসে তাক আগুৰি থাকে। সি বৈশ্ৰবণৰ ( কুবেৰৰ ) ভায়েক আৰু মুনি বিশ্ৰৱণৰ পুত্ৰ। মহাবলশালী সেই ৰাৱণে নিজে যজ্ঞত ব্যাঘাত নকৰিলেও তাৰ উদগনিত মহাবলী মাৰীচ আৰু সুবাহু এই দুই ৰাক্ষসে যজ্ঞৰ বিঘিনি কৰি ফুৰিছে।” ১৫-১৯

মুনিবৰৰ কথা শুনি ৰজাই কলে, “হে মুনি! তেনেহলে ময়োতো সেই দুৰাত্মাৰ সন্মুখত যুদ্ধক্ষেত্ৰত টিকিব নোৱাৰিম। এতেকে হে ধৰ্মজ্ঞ, আপুনি মোৰ ল'ৰাকণৰ প্ৰতি দয়া-পৰবশ হওক। মাদৃশ অল্পভাগ্যজনৰ পক্ষে আপুনি দেৱতাসম পৰমগুৰু। দেৱ, দানব, গন্ধৰ্ব, যক্ষ, পতগ, পন্নগ আদিয়ে যি ৰাৱণৰ পৰাক্ৰম সহ্য কৰিব নোৱাৰে তাৰ লগত মানুহে যুঁজ কৰাৰ কথাই উঠিব নোৱাৰে। ৰাৱণে যুদ্ধক্ষেত্ৰত বীৰ্য্যশালীসকলৰো বীৰ্য্য হৰণ কৰে। গতিকে ৰাৱণ অথবা তাৰ সৈন্যৰ লগত যুঁজিবলৈ মই অক্ষম। হে মুনিশ্ৰেষ্ঠ, সম্ভৱতঃ সসৈন্যে অথবা মোৰ ল'ৰাকেইটিক লৈ হলেও আপুনিও সিহঁতক নোৱাৰিব। এতেকে কোনোপধ্যে দেৱতাসদৃশ ৰূপবান যুদ্ধবিদ্যাত অপৈণত এই অকণমান ল'ৰাকণক মই দিব নোৱাৰিম। সেই

দুই বীৰ মাৰীচ আৰু সুবাহু, সুন্দ আৰু উপসুন্দৰ পুত্ৰ, যুদ্ধত কালসদৃশ ; উভয়ে বীৰ্য্যৱান আৰু সুশিক্ষিত। ইহঁতেই আপোনাৰ যজ্ঞবিঘাতক। এতেকে কেতিয়াও মই মোৰ ল'ৰাক নিদিম। সিহঁতৰ এজনৰ লগত যুঁজিবলৈ সুহৃদ্‌বৰ্গে সৈতে মই যাম। বন্ধুবান্ধৱগণে সৈতে মই অনুনয় কৰিছোঁ, ৰামক দিব নোৱাৰাৰ বাবে ক্ষমা কৰিব।" ২০-২৭

ৰজাই এইদৰে কলত কুশিকপুত্ৰ দ্বিজশ্ৰেষ্ঠ বিশ্বামিত্ৰ খঙতে জ্বলি উঠিল। তেওঁৰ ক্ৰোধাগ্নিয়ে, আহুতিপূৰ্ণ যজ্ঞকুণ্ডস্থ অগ্নিত কলহে কলহে ঘিঁউ ঢালি দিলে যেনে ৰূপ ধাৰণ কৰে, তেনে ৰূপ ধাৰণ কৰিলে। ২৮

**ইতি বিংশ সৰ্গ সমাপ্ত**

## একবিংশ সৰ্গ (২১)

### বিশ্বামিত্ৰৰঃহাতত ৰাম আৰু লক্ষ্মণক সমৰ্পণ

ৰজাই পুত্ৰস্নেহত পৰিপূৰ্ণ হৈ গদ্‌গদ্‌ স্বৰে এইদৰে কোৱা শুনি কুশিকপুত্ৰ বিশ্বামিত্ৰই খঙতে জ্বলি উঠি ৰজাক কব ধৰিলে, "ৰাজন, পূৰ্বতে কাৰ্য্য সাধিম বুলি প্ৰতিজ্ঞা কৰি এতিয়া আপুনি তাক প্ৰত্যাহাৰ কৰিব বিচাৰিছে। ৰঘুবংশোদ্ভব ৰজাসকলৰ পক্ষে এইটো অযুক্তিকৰ আৰু কুলনাশক কথা। ৰাজন, যদি আপুনি ইয়াকেই ভাল বুলি ভাবিছে তেন্তে উত্তম, মই যেনি আহিছিলোঁ তেনি গুচি যাওঁগৈ। কাকুৎস্থ কুলত জন্ম গ্ৰহণ কৰি মিথ্যা প্ৰতিজ্ঞাকাৰী নাম লৈ সুহৃদ্বৰ্গে সৈতে সুখী হৈ থাকক।" ১-৩

ধীমান বিশ্বামিত্ৰ এইদৰে ক্ৰুদ্ধ হোৱাত সমগ্ৰ পৃথিৱী কঁপি উঠিল আৰু দেৱতাসকলো সন্ত্ৰস্ত হল। তেতিয়া সুব্ৰত, ধীৰ আৰু মহান ঋষি বশিষ্ঠই জগৎ সন্ত্ৰস্ত হৈছে বুলি গম পাই ৰজাক এইদৰে কব ধৰিলে, "ৰাজন, ইক্ষ্বাকুকুলত জন্ম লাভ কৰাৰ ফলত আপুনি বৰ্তমানে স্বয়ং দ্বিতীয় ধৰ্মৰাজ তুল্য ; আপুনি ধৃতিমান, সুব্ৰত আৰু শ্ৰীমান, এতেকে ধৰ্ম পৰিত্যাগ কৰাটো আপোনাৰ পক্ষে যুক্তিযুক্ত নহব। তিনিও জগতে জনাজাত যে ৰঘুকুলজাত ৰজা ধৰ্মাত্মা। অতএব আপুনি নিজে ধৰ্ম পালন কৰক, অধৰ্মৰ ভাৰ বহন কৰিবলৈ ইচ্ছা নকৰিব। পূৰ্বতে 'কৰিম'



বুলি প্ৰতিশ্ৰুতি দি এতিয়া সেইমতে কাম নকৰিলে আপুনি ইষ্ট (অশ্বমেধাদি যাগক্ৰিয়াৰ ফল) আৰু পূৰ্ত্ত (কুঁৱা, পুষ্কৰিণী আদি খন্দা হেতু পুণ্য) উভয়ৰে বিনাশ কৰিব। গতিকে ৰামক যাবলৈ দিয়ক। অস্ত্ৰবিদ্যা আয়ত্ত কৰক বা নকৰক, অগ্নিৰে আবৃত অমৃতৰ নিচিনা কুশিক-পুত্ৰৰ দ্বাৰা সুৰক্ষিত ৰামক ৰাক্ষসসকলে নোৱাৰিব। এই ঋষি বিশ্বামিত্ৰ স্বয়ং মূৰ্তিমান ধৰ্মসদৃশ আৰু বীৰ্য্যৱানসকলৰ অগ্ৰগণ্য ; পৃথিৱীত এওঁৰ সমান বিদ্বান আন কোনো নাই ; এওঁ শ্ৰেষ্ঠ তপস্যাপৰায়ণ। চৰাচৰ তিনিও লোকতে অশেষপ্ৰকাৰ অস্ত্ৰ এওঁৰ সুবিদিত। কোনো মানুহেই এওঁক চিনি নাপায় আৰু নাপাবও। দেৱতা, ঋষি, ৰাক্ষস, গন্ধৰ্ব, যক্ষ, কিন্নৰ, মহোৰগ প্ৰভৃতিৰ ভিতৰতো কেৱে এওঁৰ প্ৰকৃত সামৰ্থ্যৰ কথা নাজানে। পুৰণিকালত এই কুশিকপুত্ৰই যেতিয়া ৰাজ্য শাসন কৰিছিল তেতিয়া মহাদেৱে প্ৰজাপতি কৃশাশ্বৰ পুত্ৰ হিচাপে ওপজা পুণ্যপ্ৰভাযুক্ত অস্ত্ৰসমূহ এওঁক দান কৰিছিল। প্ৰজাপতি কৃশাশ্বৰ পুত্ৰ—এই অস্ত্ৰসমূহ, দক্ষকন্যা জয়া আৰু সুপ্ৰভাৰ গৰ্ভজাত। এই অস্ত্ৰসমূহ বহু প্ৰকাৰে মহাবীৰ্য্যশালী, দীপ্তিমান আৰু জয়শীল। সুলক্ষণসম্পন্না দক্ষকন্যা জয়া আৰু সুপ্ৰভা উভয়ে অতিশয় দীপ্তিমন্ত এশ অস্ত্ৰ প্ৰসব কৰে। ইহঁতৰ পঞ্চাশবিধ অসুৰ সৈন্যসমূহৰ বিনাশৰ অৰ্থে জয়াই জন্ম দিয়ে। এই অস্ত্ৰবোৰ অতুলনীয় আৰু ৰূপবিহীন। এইদৰে সুপ্ৰভায়ো সংহাৰ নামে আন পঞ্চাশবিধ অস্ত্ৰ জন্ম দিয়ে। এই অস্ত্ৰবোৰ দুৰ্দ্ধৰ্ষ, অমোঘ আৰু অতিশয় বলশালী। এই সকলো অস্ত্ৰৰ ব্যৱহাৰ কুশিকাত্মজ বিশ্বামিত্ৰই যথাযথভাৱে আয়ত্ত কৰিছে। ইয়াৰ উপৰিও আগেয়ে নোহোৱা নোপজা আন আন বহুত অস্ত্ৰ ধৰ্মবিৎ কুশিকপুত্ৰই সৃষ্টি কৰিব পাৰে। হে ৰঘুকুলনন্দন, ধৰ্মজ্ঞ মহাত্মা এই মুনিবৰৰ ভূত-ভবিষ্যৎ একো নজনা নাই। হে ৰাজন, ঋষি বিশ্বামিত্ৰ এতাদৃশ বীৰ্য্যৱান, মহা তেজস্বী আৰু যশস্বী ; এতেকে ৰামৰ যোৱা সম্বন্ধে আপুনি কোনো প্ৰকাৰৰ আশঙ্কা কৰা উচিত নহব। কুশিকাত্মজ বিশ্বামিত্ৰই নিজে সেই ৰাক্ষসকুলক বিনাশ কৰিবলৈ সমৰ্থ। কেৱল আপোনাৰ ল'ৰাৰ হিতৰ অৰ্থে হে তেওঁ আপোনাৰ ওচৰলৈ আহি ৰামক ভিক্ষা কৰিছে।" ৪-২১

ঋষি বশিষ্ঠৰ কথা শুনি ৰঘুকুলশ্ৰেষ্ঠ খ্যাতনামা ৰজা দশৰথে প্ৰসন্নচিত্তে ৰামক বিশ্বামিত্ৰৰ লগত পঠাবলৈ তেওঁৰ আগত সন্মতি জনালে। ২২

**ইতি একবিংশ সৰ্গ সমাপ্ত**

## দ্বাবিংশ সৰ্গ ( ২২ )

### বিশ্বামিত্ৰৰ লগত ৰাম আৰু লক্ষ্মণৰ গমন আৰু বলা আৰু অতিবলা বিদ্যালাভ

বশিষ্ঠই এইদৰে কোৱাত ৰজা দশৰথে নিজে প্ৰফুল্লবদনে লক্ষ্মণে সৈতে ৰামক মাতি পঠালে। জননী আৰু জনক দশৰথ উভয়ে মঙ্গলাচৰণ কৰাৰ পিচত পুৰো-হিত বশিষ্ঠই মাঙ্গলিক মন্ত্ৰৰ দ্বাৰা তেওঁলোকক অভিমন্ত্ৰিত কৰিলে। তাৰ পিচত ৰজা দশৰথে পুত্ৰৰ শিৰোভাগ ঘ্ৰাণ কৰি আন্তৰিক প্ৰীতিৰে সৈতে কুশিক-পুত্ৰৰ হাতত ৰামক সমৰ্পণ কৰিলে। ১-৩

ৰাজীবলোচন ৰাম বিশ্বামিত্ৰৰ লগ লগা দেখি ধূলিৰ কণাটি পৰ্য্যন্ত নথকা নিৰ্মল সুশীতল বতাহ বৰ ধৰিলে। মহাত্মা ৰাম যাব ওলোৱাত শঙ্খ-দুন্দুভি বাজি উঠিল আৰু সেই শব্দৰ লগে লগে প্ৰচুৰ পৰিমাণে পুষ্পবৃষ্টি হব ধৰিলে। যাত্ৰাৰ সময়ত সকলোৰে আগত হল বিশ্বামিত্ৰ, তেওঁৰ পিচত কাকপক্ষধৰ ধনুৰ্ধাৰী অতুল যশস্বী ৰাম আৰু সকলোৰে পিচত সুমিত্ৰানন্দন লক্ষ্মণ। উভয়ে হাতত ধনু পিঠিত তূণে সৈতে দশোদিক উদ্ভাসিত কৰি ত্ৰিশীৰ্ষ পন্নগ-সদৃশ পিতামহ ব্ৰহ্মাৰ অনুগামী অশ্বিনীকুমাৰ দুজনৰ নিচিনা মহাত্মা বিশ্বামিত্ৰৰ পিচে পিচে যাব ধৰিলে। অনিন্দ্যসুন্দৰ কুমাৰ দুজনা ৰাম আৰু লক্ষ্মণে নিজ সৌন্দৰ্য্যতে দীপ্তিমান হৈ হাতত ধনু আৰ খড়্গ লৈ আঙ্গুলিত্ৰাণ পৰিধান কৰি সুন্দৰ শৰীৰেৰে শোভমান হৈ কুশিকপুত্ৰৰ শোভা বৰ্দ্ধন কৰি যেতিয়া তেওঁৰ পিচে পিচে খোজ ললে, অনুমান হল, যেন স্কন্দ আৰু বিশাখদেৱে অচিন্ত্যপ্ৰভাৱ ৰুদ্ৰকহে অনুসৰণ কৰিছে। ৪-১১

এইদৰে অৰ্ধযোজন পথ গৈ সৰযূ নৈৰ দক্ষিণপাৰে বিশ্বামিত্ৰই মধুৰস্বৰে 'ৰাম' বুলি সম্বোধন কৰি কব ধৰিলে, "বৎস, পানী লৈ হাতমুখ ধোৱা, সময় অতিবাহিত হব নিদিবা ; বলা আৰু অতিবলা এই মন্ত্ৰসমূহ গ্ৰহণ কৰা। এই মন্ত্ৰৰ বলত শ্ৰম অথবা জ্বৰ আদি ক্লান্তি অনুভৱ নকৰিবা আৰু শৰীৰৰ কান্তিৰো কোনো হানি-বিঘিনি নহব। সুপ্ত অথবা প্ৰমত্ত ( আচমনাদি আচাৰবিচ্যুত ) অৱস্থাতো ৰাক্ষসসকলে কোনোপ্ৰকাৰে তোমাক অভিভূত কৰিব নোৱাৰিব আৰু এই পৃথিৱীৰ ভিতৰত তোমাৰ বাহুবলৰ সমকক্ষ বীৰ কোনো নাথাকিব। বৎস ৰাঘৱ, বলা আৰু অতিবলা আবৃত্তি কৰিলে আনকি তিনিও জগততে তোমাৰ সমান বীৰ কোনো হব নোৱাৰিব। হে অনঘ, অকল এয়ে নহয়, সৌভাগ্য, দাক্ষিণ্য,



জ্ঞান, বুদ্ধি অথবা যি কোনো প্ৰশ্নৰ সমাধানত তোমাৰ সমকক্ষ কোনো নহব। এই বলা আৰু অতিবলা সকলো জ্ঞানৰে মাতৃস্বৰূপা, গতিকে এই দুই বিদ্যা লাভ কৰি তুমি সকলোৰে ওপৰত হবা। হে নৰশ্ৰেষ্ঠ ৰাম, এই দুই মন্ত্ৰ আবৃত্তিৰ ফলত তোমাৰ ভোক-পিয়াহো নাথাকিব। মহাতেজস্বিনী এই দুই বিদ্যাক পিতামহ ব্ৰহ্মাৰ কন্যা বুলি জানিবা। এই দুই বিদ্যা লাভ কৰিলে পৃথিৱীত তোমাৰ যশোৰাশি অপৰিসীম হব। হে কাকুৎস্থ, এই দুই বিদ্যা মই তোমাক দিব খুজিছোঁ, কাৰণ তুমিয়েই ইয়াৰ উপযুক্ত পাত্ৰ। তোমাৰ গাত বহুত গুণ বিদ্যমান আছে, ইয়াত কোনো সন্দেহ নাই। তপস্যালব্ধ এই দুই বিদ্যাৰ পৰা নানাৰূপ ফল উৎপন্ন হব।" ১১-২১

মুনিবৰৰ সকলো কথা শুনি ৰামে জল স্পৰ্শ কৰি শুদ্ধ হৈ আনন্দচিত্তে মহাত্মা ঋষিৰ দুই মহাবিদ্যা গ্ৰহণ কৰিলে। এই দুই মহাবিদ্যাৰ বলত ভীমপৰাক্ৰম ৰামচন্দ্ৰই শৰৎকালৰ সহস্ৰ ৰশ্মিযুক্ত ( অতএৱ স্নিগ্ধ অথচ প্ৰখৰ ) ভগৱান সূৰ্য্যৰ নিচিনা শোভা ধাৰণ কৰিলে। তেতিয়া কুশিকাত্মজ বিশ্বামিত্ৰই গুৰুৰে শিষ্যৰ প্ৰতি দিবলগীয়া সকলো উপদেশ দিয়াৰ পিচত তিনিওজনে সৰযূ নৈৰ পাৰত সুখে ৰাতিটো কটালে। ২১-২৩

ৰাম-লক্ষ্মণ, ৰজা দশৰথৰ পুত্ৰ সকলোটিৰে ভিতৰত উত্তম, এতেকে তৃণশয্যা তেওঁলোকৰ পক্ষে অশোভনীয় হলেও কুশিকপুত্ৰ বিশ্বামিত্ৰৰ কথাৰ লালিত্যত ৰাতিটো তেওঁলোকৰ পক্ষে সুখময়ে হৈছিল। ২৪

**ইতি দ্বাবিংশ সৰ্গ সমাপ্ত**

## ত্ৰয়োবিংশ সৰ্গ ( ২৩ )

### ৰাম-বিশ্বামিত্ৰ সম্বাদ ; অঙ্গদেশৰ উৎপত্তি

ৰাতি পুৱালত মহামুনি বিশ্বামিত্ৰই তৃণশয্যাশায়ী কাকুৎস্থকুলনন্দন ৰাম আৰু লক্ষ্মণক কলে, "ৰাম, তোমাৰ নিচিনা পুত্ৰ লাভ কৰি কৌশল্যা পৰম ভাগ্যৱতী ( অতএৱ তোমাৰ নিচিনা সুপুত্ৰৰ পক্ষে এই সময়ত নিদ্ৰাই শোভা নাপায় ) ; প্ৰাতঃ সন্ধ্যাৰ কাল সম্মুখত। এতেকে হে নৰশ্ৰেষ্ঠ উঠা, আহ্নিক কাৰ্য্য সমাপন কৰি ইষ্টদেৱতাৰ ধ্যান কৰা।" ঋষিৰ পৰম উদাৰ এই কথা শুনি নৰোত্তম

ৰাম আৰু লক্ষ্মণে গা-পা ধুই আচমনাদি কাৰ্য্য সমাপন কৰি পৰম মন্ত্ৰ ( সাৱিত্ৰী ) জপ কৰিলে। আহ্নিক কৰা হ'লত মহাবীৰ্য্যশালী কুমাৰ দুজনে হৃষ্টচিত্তে তপোধন বিশ্বামিত্ৰক অভিবাদন কৰি গমনৰ বাবে সাজু হৈ তেওঁৰ ওচৰত থিয় হ'ল। ১-৪

তাৰ পৰা গৈ থাকোঁতে মহাবলী ৰামলক্ষ্মণে দিব্য ত্ৰিপথগামিনী গঙ্গা নৈ দেখা পালে। এই নৈৰ লগত সৰযূ নদীৰ পৱিত্ৰ সঙ্গমস্থলত আত্মতত্ত্বজ্ঞ ঋষিসকলৰ পুণ্য এখন আশ্ৰম তেওঁলোকৰ চকুত পৰিলে। সেই আশ্ৰমস্থলত মুনিসকলে হাজাৰ হাজাৰ বছৰ ধৰি তপস্যা কৰি আছিল। পৱিত্ৰ আশ্ৰমস্থানখন দেখা পাই ৰঘুকুলনন্দন দুজনে পৰম প্ৰীত হৈ মহাত্মা বিশ্বামিত্ৰক সুধিলে, "ভগৱন, এই পুণ্যাশ্ৰমখন কাৰ আৰু ইয়াত বাস কৰি থকা পুৰুষজনেই বা কোন ? এই বিষয়ে শুনিবলৈ আমাৰ দুজনৰ বৰ কৌতূহল হৈছে।" কুমাৰ দুজনৰ কথা শুনি হাঁহি এটি মাৰি মুনিবৰে কলে, "ৰাম, এই আশ্ৰম পূৰ্বতে যাৰ আছিল তেওঁৰ কথা কওঁ, শুনা। পণ্ডিতসকলে যাক কামদেৱ বোলে, তেওঁ সশৰীৰে থকা কালত কন্দৰ্প নামে অভিহিত হৈছিল। এসময়ত ভগৱান মহাদেৱে সমাহিতচিত্তে নিয়ম পালন কৰি ইয়াতে তপস্যা কৰি আছিল। সমাধি ভঙ্গ হোৱাৰ পিচত পাৰ্বতীক বিবাহ কৰি দেৱতাসকলেৰে সৈতে বিলাসক্ষেত্ৰলৈ যোৱাৰ কালত, দুৰ্মতি কন্দৰ্পই তেওঁৰ ভিতৰত চিত্তবিকৃতি ঘটাই তেওঁক অভিভূত কৰিব বিচাৰে। হে ৰঘুনন্দন, তেতিয়া মহাত্মা শিৱে হুঙ্কাৰ মাৰি চকুৰে কন্দৰ্পৰ প্ৰতি দৃষ্টিপাত কৰাৰ লগে লগে দুৰ্মতিৰ শৰীৰৰ পৰা অঙ্গপ্ৰত্যঙ্গবোৰ ছিৰাছিৰ হৈ পৰি যাবলৈ ধৰিলে। এইদৰে দেৱেশ্বৰৰ ক্ৰোধত শৰীৰ নষ্ট আৰু দগ্ধ হোৱাত কামদেৱ শৰীৰহীন হয়। হে ৰাঘৱ, এই হেতুকে সিদিনাৰ পৰা কন্দৰ্পৰ নাম হ'ল অনঙ্গ আৰু যি ঠাইত তেওঁৰ অঙ্গ স্খলিত হৈছিল সেই ঠাইখন অঙ্গদেশ নামে খ্যাত হ'ল। ৫-১৪

"এই পুণ্যাশ্ৰম সেই মহাদেৱৰেই; তেওঁৰে শিষ্য পৰম্পৰা ধৰ্মপৰায়ণ মুনিসকলে ইয়াত তপস্যা কৰি আছে; হে বীৰ, এই মুনিসকল নিষ্পাপ। শুভদৰ্শন ৰাম, পৱিত্ৰ গঙ্গা আৰু সৰযূ দুই নৈৰ মাজৰ এই আশ্ৰমত আজি ৰাতিটো কটাই কাইলৈ আমি নদী পাৰ হৈ সিপাৰলৈ যাম। এতিয়া আমি স্নানাদি কাৰ্য্য সমাপন কৰি এই পুণ্যাশ্ৰমলৈ যাওঁ আহা। আমি ইয়াতে বাস কৰাই শ্ৰেয়ঃ, কিয়নো ৰাতিটো সুখে কটাব পাৰিম।" এই বুলি কৈ তেওঁলোকে স্নানাদি কৰি জপ আৰু হোম শেষ কৰিলে। তেতিয়া আশ্ৰমস্থ মুনিসকলে তেওঁলোকৰ তপস্যালব্ধ দীৰ্ঘদৃষ্টিৰে তেওঁলোকক চিনি পাই আনন্দেৰে প্ৰথমতে কুশিকাত্মজ বিশ্বামিত্ৰক পাদ্য, অৰ্ঘ্য আৰু আতিথ্য জনাই পিচত ৰাম-লক্ষ্মণক



শুৱলা কথাৰে মনত আনন্দ দি ভোজনাদি সামগ্ৰীৰে আদৰ অভ্যৰ্থনা জনালে। পিচত বিশ্বামিত্ৰাদি ঋষিসকলে সেই আশ্ৰমস্থ সুব্ৰতাচাৰী আন আন মুনিবৃন্দে সৈতে সমাহিতচিত্তে সান্ধ্য জপকাৰ্য্য সমাপন কৰি কামদেৱৰ আশ্ৰমত পৰম সুখে ৰাতিটো কটালে আৰু ধৰ্মাত্মা মুনিপুঙ্গৱ কুশিকনন্দনে চাৰুদৰ্শন ৰাম-লক্ষ্মণক মনোমোহা কথাৰে পৰম আনন্দিত কৰিলে। ১৬-২২

ইতি ত্ৰয়োবিংশ সৰ্গ সমাপ্ত

## চতুৰ্ব্বিংশ সৰ্গ ( ২৪ )

## তাড়কাৰ চৰিত্ৰ বৰ্ণনা

পিচদিনা নিৰ্মল প্ৰভাত কাল দেখা দিলত, অৰিকুল নাশক ৰাম-লক্ষ্মণে আহ্নিক কাম সমাপন কৰি বিশ্বামিত্ৰক আগত লৈ গঙ্গা নৈৰ পাৰত উপস্থিত হ'ল। তেতিয়া আশ্ৰমস্থ তীব্ৰ ব্ৰতচাৰী মহামনা ঋষিসকলে সুন্দৰ নাও এখন অনাই বিশ্বামিত্ৰক কলে, "ভগৱন, ৰাজপুত্ৰ দুজনক আগত লৈ এই নাৱত উঠক। আপোনালোকৰ পথ বিঘিনিশূন্য হওক। অবাবত সময় নষ্ট হব নালাগে।" 'তথাস্তু' বুলি বিশ্বামিত্ৰই ঋষিসকলক সেৱা-সৎকাৰ জনাই কুমাৰ দুজনে সৈতে সাগৰগামিনী নৈ পাৰ হব ধৰিলে। পানীৰ মাজভাগমান পাওঁতে তৰঙ্গমালাৰ ঘাত-প্ৰতিঘাতৰ পৰা উৎপন্ন হোৱা শব্দ শুনি কনিষ্ঠভ্ৰাতা লক্ষ্মণে সৈতে ৰামে এই শব্দৰ উৎপত্তিৰ কাৰণ জানিবলৈ ইচ্ছা কৰি মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক নৈৰ মাজতে সুধিলে, "পানীৰ ঘাত-প্ৰতিঘাতত উৎপন্ন হোৱা এই তুমুল ধ্বনিৰ কাৰণ কি ?" ৰাঘৱৰ কৌতূহলপূৰ্ণ কথা শুনি ধৰ্মাত্মা ঋষিয়ে শব্দৰ উৎপত্তিৰ কাৰণৰ বিষয়ে কব ধৰিলে, "হে ৰাম, ব্ৰহ্মাই কৈলাস পৰ্বতৰ ওপৰত মনেৰে ইচ্ছা কৰি এটা সৰোবৰ নিৰ্মাণ কৰিলে আৰু তাৰে পৰাই ইয়াৰ নাম হল মানস সৰোবৰ। ব্ৰহ্মাৰ সেই সৰোবৰৰ পৰা অযোধ্যা নগৰক আগুৰি যিখন নৈ ওলাই আহিছে সেয়ে পৱিত্ৰ এই সৰযূ নৈ। গঙ্গাৰ লগত মিলিত হোৱাত সেই নদীৰ পৰাই পানীৰ হেন্দোলনিত এই অতুল শব্দ উৎপন্ন। তুমি যথাবিধি ইয়াক প্ৰণাম কৰা।" তেতিয়া অতি ধাৰ্মিক ৰাম আৰু লক্ষ্মণ দুয়োজনে গঙ্গা আৰু সৰযূ দুয়োখন নৈকে প্ৰণাম কৰি দক্ষিণ পাৰত উপনীত হ'ল

আৰু ধীৰ গতিত আগবাঢ়িব ধৰিলে। এইদৰে গৈ জনপ্ৰাণীৰ চলাচলহীন ঘোৰৰূপ এখন বননি দেখা পাই ইক্ষ্বাকু-বংশধৰ ৰাজকুমাৰ ৰামে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক সুধিলে, "ভগৱন, দেখিছোঁ এইখন এখন অটব্য হাবি, চাৰিওফালে উইচিৰিঙা পোকৰ চিঞৰণি আৰু ঘোৰমূৰ্তি সিংহ-ব্যাঘ্ৰাদি শ্বাপদ জন্তুৰে ভৰপুৰ, সেইদৰে গজ-বৰাহাদিও অসংখ্য, শগুন আদি নানাবিধ চৰাইৰ বিকট স্বৰেৰে নিনাদিত আৰু ধৱ, অশ্বকৰ্ণ, ককুভ, বিল্ব, তিন্দুক, বগৰী আদি গছেৰে পৰিপূৰ্ণ; কি ভীষণ এই বন!" তেতিয়া তেজস্বী মহামুনি বিশ্বামিত্ৰই তেওঁক কলে, "বৎস কাকুৎস্থ, এই ভীষণ বন কাৰ কওঁ শুনা। হে নৰোত্তম, পুৰণি কালত মলদা আৰু কৰূষ নামে দুখন সমৃদ্ধিশালী জনপদ ইয়াত আছিল। সেই উভয় নগৰ দেৱতাসকলৰ যত্নত নিৰ্মিত। ৰাম, তাহানি কালত বৃত্ৰাসুৰক বধ কৰোঁতে ইন্দ্ৰৰ শৰীৰত মলি বন্ধ খায়, ভোকে তেওঁক আগুৰি ধৰে আৰু ব্ৰহ্মহত্যা পাপে স্পৰ্শ কৰে (যিহেতু বৃত্ৰ ব্ৰাহ্মণ সন্তান)। তেতিয়া দেৱতা আৰু তপোধন ঋষিসকলে কলহেৰে গা ধুৱাই তেওঁৰ গাৰ পৰা মলি দূৰ কৰে। এই ভূভাগতেই দেৱতাসকলে ইন্দ্ৰৰ শৰীৰজাত মলি আৰু ক্ষুধা দূৰ কৰাই আনন্দ লাভ কৰে। যিহেতু এই ঠাইতে ইন্দ্ৰ মলহীন আৰু ক্ষুধাৰহিত হয়, সেই হেতুকে পৰম প্ৰীত হৈ এই দেশক উদ্দেশ্য কৰি তেওঁ বৰ প্ৰদান কৰিলে —যিহেতু এই দুই ঠায়ে মোৰ মল ধাৰণ কৰিলে অতএব জনসমাজত মলদা আৰু কৰূষা* নামে খ্যাতি লাভ কৰি দুয়োখন নগৰে বৃদ্ধি লাভ কৰি থাকিব।" স্বয়ং ইন্দ্ৰদেৱে ঠাই দুখনক এইদৰে সম্মানিত কৰা দেখি দেৱতাসকলে 'সাধু'—সাধু' বুলি তেওঁৰ কথা শলাগিলে। হে অৰিন্দম, তেতিয়াৰে পৰা মলদা আৰু কৰূষ এই দুই দেশ ধন-ধান্যে পৰিবৰ্ধিত হৈ থাকিল। ১-২৫

এইদৰে কিছুকাল অতিবাহিত হোৱাত সহস্ৰ নাগৰ বল ধাৰণ কৰি তাড়কা নামে কামৰূপিণী এক যক্ষী ইয়াত আৱিৰ্ভূতা হয়। তোমাৰ মঙ্গল হব, তাড়কাৰ নামত ভয় কৰিবৰ একো নাই। সেই তাড়কা বুদ্ধিমান (দানৱ) সুন্দৰ ভাৰ্য্যা। ইন্দ্ৰসম পৰাক্ৰমী ৰাক্ষস মাৰীচ তাইৰ পুত্ৰ। মাৰীচৰ বাহুযুগল বৃত্তাকাৰ, শিৰোভাগ উন্নত আৰু শৰীৰ বিপুল আকাৰৰ। ভৈৰৱমূৰ্তি সেই ৰাক্ষসে প্ৰজাবৰ্গক ভীতি প্ৰদৰ্শন কৰি মলদা আৰু কৰূষ এই দুই জনপদৰ ধ্বংস সাধন কৰিছে আৰু সেই দুষ্টাচাৰিণী তাড়কাই অৰ্দ্ধযোজন পথ আগুৰি ইয়াতেই বাস কৰি আছে। এতেকে হে ৰাঘৱ, যিহেতু এই তাড়কাৰ বনৰ মাজেদিয়েই যাব লাগিব নিজ বাহু বলেৰে তুমি এই দুষ্টাচাৰিণীক বধ কৰা। মোৰ নিৰ্দ্দেশমতে তুমি এই ঠাই পুনঃ নিষ্কণ্টক কৰা। এনেহেন ঠাইলৈ আহিবলৈ কাৰো শক্তি নাই। ঘোৰৰূপা

* কাৰূষ—ভোক—টীকাকাৰ।



এই যক্ষিণীয়ে হাবিখন তেনেই উচ্ছন্ন কৰিছে। এতেকে যি কাৰণত এই বনে দাৰুণ ৰূপ ধাৰণ কৰিছে সেই সকলো কথা তোমাক কলোঁ। সেই যক্ষিণীয়ে উচ্ছন্ন কৰাৰ পৰা এই দেশলৈ পূৰ্বাৱস্থা এতিয়াও ফিৰি অহা নাই। ২৫-৩২

ইতি চতুৰ্ব্বিংশ সৰ্গ সমাপ্ত

## পঞ্চবিংশ সৰ্গ (২৫)

### তাড়কাৰ জন্ম, সুন্দৰ লগত বিবাহ, মাৰীচৰ জন্ম।

অসীম শক্তি-সম্পন্ন মুনিবৰৰ অত্যুৎকৃষ্ট কথা শুনি পুৰুষশ্ৰেষ্ঠ ৰামে পুনঃ সুধিলে, "ভগৱন, শুনিবলৈ পাইছোঁ যক্ষিণীৰ হেনো বল অলপ, গতিকে অবলা এই তিৰোতাজনীয়ে হাজাৰ নাগৰ (হাতীৰ) বল পাব পালে কেনেকৈ?" অমিত-শক্তিশালী ৰাঘৱৰ কথা শুনি মুনিবৰে হৰ্ষান্বিত হৈ মধুৰস্বৰে লক্ষ্মণ আৰু শত্ৰুদমন ৰামক কলে, "তাই কি প্ৰকাৰে এই উৎকৃষ্ট বলৰ অধিকাৰিণী হব পাৰিছে কওঁ শুনা। অবলা হলেও বৰ লাভ কৰি তাই এই অসীম শক্তি লাভ কৰিছে। ১-৪

আদিতে সুকেতু নামে মহাশক্তিশালী এক যক্ষ আছিল। তেওঁ শুদ্ধাচাৰী আছিল; শেহত সন্তান নথকাৰ কাৰণে ডাঙৰ এক তপস্যা আৰম্ভ কৰে। পিতামহ ব্ৰহ্মা সন্তুষ্ট হৈ যক্ষপতিক এটী কন্যাৰত্ন দান দিয়ে। এই কন্যাটীৰ নাম হ'ল তাড়কা। ব্ৰহ্মাই তাইক সহস্ৰ নাগৰ বল দিলে। কিন্তু মহাযশস্বী পিতামহে যক্ষক পুত্ৰদান নিদিলে। সুবিখ্যাত এই কন্যাৰত্ন ক্ৰমাৎ ডাঙৰ হৈ ৰূপযৌবন-সম্পন্না হোৱাত বাপেকে জম্ভপুত্ৰ সুন্দত তাইক বিবাহ দিলে। সময়ত যক্ষিণীয়ে এটা পুত্ৰসন্তান জন্ম দিলে। তাৰ নাম হ'ল মাৰীচ। মাৰীচ দুৰ্দ্ধৰ্ষ হোৱাৰ বাবে অগস্ত্যমুনিৰ শাপত সি ৰাক্ষস হ'ল। হে ৰাম, সুন্দ নিহত হোৱাত পুতেকৰে সৈতে তাড়কাই ঋষিশ্ৰেষ্ঠ অগস্ত্যক পৰাভৱ কৰিবলৈ ইচ্ছা কৰি স্বামীশোকজনিত কোপত অধীৰা হৈ গৰজি উঠিল আৰু ঋষিক খাবলৈ বুলি খেদা ললে। তাই আক্ৰমণ কৰিব অহা দেখি ভগৱান ঋষিয়ে মাৰীচক উদ্দেশ্য কৰি কলে, "তই ৰাক্ষস হ!" পিচত খঙত অধীৰ হৈ তাড়কাকো শাপ দিলে, "যিহেতু মানুহক খাবলৈ ইচ্ছা কৰিছ, এতেকে সোনকালে তইও এই ৰূপ এৰি বিকৃতাকাৰ দাৰুণ ৰূপ ধাৰণ কৰ;

তোৰ মুখো দেখিবলৈ কুৎসিৎ হওক!" ঋষিৰ এই শাপত তাড়কা ক্ৰোধতে সংজ্ঞাশূন্য হৈ মুনিবৰৰ পবিত্ৰ আশ্ৰম উচ্ছন্ন কৰিলে। ৫-১৪

"এতেকে হে ৰাঘৱ, গো-ব্ৰাহ্মণৰ হিতাৰ্থে দুৰ্ব্বৃত্তা পৰমদাৰুণা দুষ্টপৰাক্ৰম-শালিনী এই তাড়কাক তুমি বধ কৰা। হে ৰঘুনন্দন, তুমি ব্যতিৰেকে তিনিও জগতত আন কোনো পুৰুষেই শাপগ্ৰস্তা এই তাড়কাক বধ কৰিব নোৱাৰে। হে নৰোত্তম, স্ত্ৰী-বধ হব বুলি তুমি এই কাৰ্য্যলৈ ঘৃণা কৰিব নালাগে। চাৰিও বৰ্ণৰ প্ৰাণীৰ হিতাৰ্থে আৰু প্ৰজাপালনৰ অৰ্থে নৃশংসই হওক বা অনৃশংসই হওক, এনেবিধৰ কাম ৰাজকুমাৰৰ পক্ষে অৱশ্য কৰ্ত্তব্য। পাতকেই হওক বা দোষেযুক্তই হওক, ৰাজ্য-ৰক্ষাৰ কাৰণে এনে কাম কৰিবই লাগিব। যি সকলৰ ওপৰত ৰাজ্যভাৰ ন্যস্ত আছে তেওঁলোকৰ পক্ষে এয়ে সনাতন ধৰ্ম। হে কাকুৎস্থ, এই তাড়কা সৰ্বতোভাবে অধৰ্মচাৰিণী, কোনো ধৰ্মই তাইত নাই, এতেকে তুমি তাইক বধ কৰা। শুনিবলৈ পোৱা গৈছে পুৰণি কালত বিৰোচন-সুতা মন্থৰাই পৃথিবী নাশ কৰিবলৈ ইচ্ছা কৰাৰ কাৰণে ইন্দ্ৰই তেওঁক বধ কৰিছিল। ৰাম, শুক্ৰাচাৰ্য্যৰ মাতা পতিব্ৰতা ভৃগু-পত্নীয়ে পৃথিবী ইন্দ্ৰশূন্য কৰিবলৈ ইচ্ছা কৰাত বিষ্ণুৱে তেওঁক বধ কৰিছিল। এইদৰে, হে পুৰুষশ্ৰেষ্ঠ ৰাম, বহুত মহাত্মা ৰাজপুত্ৰই অধৰ্মচাৰিণী স্ত্ৰীক বধ কৰিছে। এতেকে হে নৃপনন্দন, স্ত্ৰীবধ হব বুলি ঘৃণাৰ ভাব এৰি মোৰ নিৰ্দেশ মতে তাইক বধ কৰা। ১৫-২২

**ইতি পঞ্চবিংশ সৰ্গ সমাপ্ত**

## ষড়্‌বিংশ সৰ্গ (২৬)

### তাড়কা বধ

মুনিবৰৰ উত্তেজনাপূৰ্ণ কথা শুনি নৰবৰাত্মজ ৰাঘৱে দৃঢ়সংকল্প হৈ হাত যোৰ কৰি কলে, "মুনিবৰ, পিতাৰ আদেশ অনুসৰি তেখেতৰ কথাৰ গুৰুত্ব উপলব্ধি কৰি আমি জানিব পাৰিছোঁ যে কুশিকপুত্ৰ আপোনাৰ আদেশ আমি সৰ্ব্বতোভাৱে পালন কৰিবই লাগিব। অযোধ্যানগৰত মহাত্মা পিতৃদেৱ ৰজা দশৰথে আদেশ দিছে 'আপোনাৰ আদেশ সৰ্বথা পালনীয়।" এতেকে পিতাৰ আজ্ঞা আৰু ব্ৰহ্মবাদী আপোনাৰ শাসন মানি নিঃসন্দেহে ধৰ্মপূৰ্ণ তাড়কাবধৰূপ কাৰ্য্য আমি



তাড়কা-বধ

সম্পাদন কৰিম। সেই অনুসৰি গো, ব্ৰাহ্মণ আৰু দেশৰ হিতৰ অৰ্থে অলংঘনীয় ভবাদৃশ ঋষিৰ বাক্যক সাৰোগত কৰি কৰ্ম সাধিবলৈ উদ্যত হলোঁ।” ইয়াকে কৈ অৰিন্দম ৰামচন্দ্ৰই ধনুখন হাতৰ মুঠিত লৈ জ্যাত এনে এটা টঙ্কাৰ দিলে যে তাৰপৰা যি তীব্ৰ শব্দ উৎপন্ন হ’ল, তাৰে দশোদিক প্ৰতিধ্বনিত হৈ উঠিল। সেই শব্দতে তাড়কাবনবাসী সকলো প্ৰাণী সন্ত্ৰস্ত হ’ল আৰু স্বয়ং তাড়কাইও শব্দৰ কোবত জ্ঞানশূন্য হৈ খঙতে জ্বলি উঠি শব্দৰ উৎপত্তিস্থানক লক্ষ্য কৰি গতি কৰিলে। ৰঘুপতি ৰামে ক্ৰোধান্বিতা, বিৰূপাকৃতি, বিকৃতবদনা, বিশালশৰীৰ-বিশিষ্টা সেই যক্ষীক দেখি লক্ষ্মণক সম্বোধন কৰি কলে, “লক্ষ্মণ, মায়াবলে বলীয়সী দুৰ্দ্ধৰ্ষা, ভীষণা এই ৰাক্ষসীৰ পিনে চোৱাঁ। তাইৰ নাক আৰু কাণৰ আগভাগ কাটি আমাৰ সম্মুখৰ পৰা ওভতাই পঠাওঁ। স্ত্ৰীজাতি স্বভাবতে ৰক্ষণীয়া, এতেকে তাইক বধিবলৈ মোৰ প্ৰবৃত্তি হোৱা নাই; তাইৰ গতি আৰু শক্তি উভয়কে খৰ্ব কৰি তাইক এৰি দিওঁ এয়ে মোৰ ইচ্ছা।” ১-১২

ৰামে এইদৰে কোৱাৰ লগে লগে ক্ৰোধতে দিক্‌বিদিক-শূন্যা হৈ তাড়কাই হাত ওপৰলৈ তুলি গৰ্জন কৰি ৰামৰ ওৰিলৈ খেদি আহিল। তেতিয়া ব্ৰহ্মৰ্ষি বিশ্বামিত্ৰই হুঙ্কাৰৰ দ্বাৰা তাইক ভৰ্ৎসনা কৰি “জয় হওক” বুলি স্বস্তিবাক্যে ৰাম-লক্ষ্মণক আশীৰ্বাদ কৰিলে; ৰাক্ষসী তাড়কাই ধূলিকণা উৰুৱাই তাৰে মেঘমালা সৃষ্টি কৰি ৰাম-লক্ষ্মণক বিমোহিত কৰিলে; আৰু নিজ মায়াবলে সেই মেঘমালাৰ ভিতৰত অন্তৰ্দ্ধান কৰি ৰাম-লক্ষ্মণৰ ওপৰত ভীষণ শিলাবৃষ্টি আৰম্ভ কৰিলে। এইবোৰ দেখি ৰামৰ ভীষণ খং উঠিল আৰু শৰবৃষ্টিৰ দ্বাৰা তাইৰ শিলাবৰ্ষণ প্ৰতিৰোধ কৰি ওচৰ চাপি অহাৰ লগে লগে শৰৰ দ্বাৰা তাইৰ হাত দুখন কাটি পেলালে। হাত-কটা অবস্থাতে ক্লান্ত হৈ ওচৰতে গৰ্জি থাকোঁতে সুমিত্ৰানন্দন লক্ষ্মণে তাইৰ নাক আৰু কাণৰ আগভাগ কাটি পেলালে। তেতিয়া কামৰূপিণী যক্ষীয়ে নানান ৰূপ লৈ লুকাই থাকি নিজ মায়াৰ বলত ৰাম-লক্ষ্মণক বিমোহিত কৰিলে আৰু ভীষণ শিলাবৃষ্টিৰ সৃষ্টি কৰি তেওঁলোকৰ চাৰিওফালে ঘূৰি ফুৰিব ধৰিলে। চাৰিওফালৰ পৰা শিলাবৃষ্টিয়ে ৰাম-লক্ষ্মণক আগুৰি ধৰা দেখি শ্ৰীমান গাধিসুত বিশ্বামিত্ৰই কব ধৰিলে, “ৰাম, স্ত্ৰী বুলি ঘৃণাতে বধ নকৰি তাইক এৰি দিয়াৰপৰা একো লাভ নহব। পাপিষ্ঠা দুষ্টাচাৰিণী আৰু যজ্ঞবিঘ্নকাৰিণী। এই যক্ষীয়ে আদিৰে পৰা মায়াশক্তিৰ বলত বৃদ্ধি লাভ কৰি আহিছে। এতেকে সন্ধ্যাৰ আগতে তুমি তাইক বধ কৰা। ৰাক্ষসবোৰ সন্ধ্যাকালত আনৰ পক্ষে দুৰ্জেয় হয়।” ১৩-২৩

বিশ্বামিত্ৰই এইদৰে কোৱাত শ্ৰীৰামচন্দ্ৰই শব্দভেদী বাণৰ দ্বাৰা শিলাবৃষ্টি কৰি থকা যক্ষীৰ গতিৰোধ কৰিলে। তেতিয়া মায়াবলে বলীয়সী যক্ষীয়ে বাণজালৰ

দ্বাৰা ক্ৰুদ্ধা হৈ গৰ্জন কৰি কৰি ৰাম-লক্ষ্মণৰ ওচৰলৈ খেদি আহিল। তাইক বজ্ৰগতিৰে এইদৰে খেদি অহা দেখি এপাত শৰেৰে ৰামে তাইৰ বুকুভেদ কৰিলে আৰু তাতেই তাই মাটিত বাগৰি পৰি মৰি থাকিল। ২৩-২৬

ভীমাকৃতি তাড়কা এইদৰে নিপাতিত হোৱাত সুৰপতি ইন্দ্ৰ আনন্দিত হ'ল আৰু সাধুবাদৰ দ্বাৰা দেৱতাসকলে ৰামক অভিনন্দিত কৰিলে। পিচত সহস্ৰ-লোচন পুৰন্দৰ আৰু দেৱগণে হৃষ্টচিত্তে বিশ্বামিত্ৰক কলে, "হে মুনিবৰ কৌশিক, তোমাৰ মঙ্গল হওক। ইন্দ্ৰে সৈতে আমি দেৱতাসকল তোমাৰ এই কামত অতি সন্তুষ্ট হৈছোঁ। প্ৰজাপতি কৃশাশ্বৰ তপোলব্ধ জ্ঞান আৰু শক্তিশালী, সত্য-পৰাক্ৰম (অস্ত্ৰৰূপী) পুত্ৰসকলক ৰাঘৱত অৰ্পণ কৰা। হে ব্ৰহ্মণ, ৰাঘৱ তোমাৰ অনুগামী হোৱাৰ কাৰণে তেওঁ সেই সকলো অস্ত্ৰ গ্ৰহণৰ যোগ্য হৈছে। ৰাজপুত্ৰ ৰামৰ দেৱতাসকলৰ বাবে কৰিব লগা ডাঙৰ এটা কাম আছে।" এই বুলি কৈ দেৱতাসকলে বিশ্বামিত্ৰক পূজা অৰ্চনা কৰি হৃষ্টচিত্তে দেৱলোকলৈ গতি কৰিলে। ২৬-৩১

তাৰ পিচতে সন্ধ্যা উপস্থিত হল। তেতিয়া মুনিবৰে তাড়কা বধত সন্তুষ্ট হৈ প্ৰীতমনে ৰামচন্দ্ৰৰ *শিৰোভাগ* ঘ্ৰাণ কৰি কলে, "শুভদৰ্শন ৰাম, আজি ৰাতিটো আমি ইয়াতেই কটাওঁ। কাইলৈ ৰাতিপুৱা মোৰ আশ্ৰমলৈ যাত্ৰা কৰিম।" বিশ্বামিত্ৰৰ কথা শুনি দশৰথাত্মজ ৰামে আনন্দচিত্তে তাড়কাৰণ্যত সুখে ৰাতিটো কটালে। শাপমুক্ত হৈ তাড়কাৰণ্য সেই এদিনতে সেই ক্ষণতে চৈত্ৰৰথ বনৰ নিচিনা ৰমণীয় শোভা ধাৰণ কৰিলে। ৩২-৩৫

যক্ষসুতা তাড়কাক বধ কৰি, ৰাম দেৱতা আৰু সিদ্ধগণৰ প্ৰশংসাভাজন হৈ মুনিবৰে সৈতে তাতে থাকিল আৰু ৰজনী প্ৰভাত হোৱাৰ লগে লগে সাৰ পাই উঠিল। ৩৬

**ইতি ষড়্‌বিংশ সৰ্গ সমাপ্ত**

## সপ্তবিংশ সৰ্গ (২৭)

## বিশ্বামিত্ৰৰ ওচৰত শ্ৰীৰামচন্দ্ৰৰ অস্ত্ৰলাভ

সিদিনাৰ ৰাতিটো তাতে কটাই মহাযশশালী বিশ্বামিত্ৰই হাঁহি এটি মাৰি মধুৰস্বৰে ৰাঘৱক কলে, "মহাযশস্বী ৰাজপুত্ৰ, মই তোমাৰ কামত বৰ সন্তুষ্ট; তোমাৰ মঙ্গল হওক। পৰম প্ৰীতিৰে সৈতে আজি সকলো অস্ত্ৰ মই তোমাত সমৰ্পণ কৰিম। এই অস্ত্ৰৰ সহায়ত দেৱতা, অসুৰ, পৃথিবীস্থ গন্ধৰ্ব, উৰগ, অথবা আন যি কোনো প্ৰকাৰৰ শত্ৰু—সকলোকে তুমি যুদ্ধত বলেৰে পৰাভূত অথবা সংমোহনশক্তিৰ দ্বাৰা বশীভূত কৰিব পাৰিবা। বৎস, তোমাৰ মঙ্গল হওক। এতিয়া যিবোৰ দিব্য অস্ত্ৰ তোমাক দিম তাৰ নাম আৰু বিবৰণ শুনা—সেইবোৰ হৈছে মহাদিব্যাস্ত্ৰ এই দণ্ডচক্ৰ, ধৰ্মচক্ৰ, কালচক্ৰ, বিষ্ণুচক্ৰ আৰু লগতে অতি উগ্ৰ এই ঐন্দ্ৰচক্ৰ; হে নৰশ্ৰেষ্ঠ মহাবাহু ৰাম, তাৰ পিচতেই তোমাক দিলোঁ বজ্ৰাস্ত্ৰ, শিৱদত্ত শূলবত, ব্ৰহ্মশিৰোস্ত্ৰ, ঐষিকাস্ত্ৰ, সৰ্বশ্ৰেষ্ঠ ব্ৰহ্মাস্ত্ৰ আৰু লগতে মোদকী আৰু শিখৰী নামৰ প্ৰদীপ্ত সুশোভন এই গদা দুখনো তুমি গ্ৰহণ কৰা। হে নৃপাত্মজ ৰাম, ধৰ্মপাশ, কালপাশ, আৰু অতি উত্তম এই বৰুণপাশো তোমাক দিলোঁ। হে ৰঘুনন্দন, শুষ্ক আৰু আৰ্দ্ৰ নামৰ বৈদ্যুতিক অস্ত্ৰ, লগতে পিনাক, নাৰায়ণ অস্ত্ৰ আৰু অগ্নিদেৱতাৰ প্ৰিয় শিখৰ নামৰ আগ্নেয়াস্ত্ৰ তুমি গ্ৰহণ কৰা। হে অনঘ, মুখ্য এই বায়ব্য, হয়শিৰ ক্ৰৌঞ্চাস্ত্ৰও তোমাক দান কৰিলোঁ। হে কাকুৎস্থ ৰাঘৱ—ৰাক্ষসকুলৰ বধৰ কাৰণে এই দুই-শক্তি অস্ত্ৰ তুমি লোৱা আৰু লগতে কঙ্কাল, মুসল, ঘোৰমূৰ্ত্তি কাপাল আৰু কিঙ্কিনী এই সকলো অস্ত্ৰও তুমি গ্ৰহণ কৰা। হে নৰবৰাত্মজ মহাবাহু ৰাম, বৈদ্যাধৰ নামৰ মহাস্ত্ৰ আৰু নন্দন নামৰ শ্ৰেষ্ঠ এই খড়্গখনো তোমাক দিলোঁ। গন্ধৰ্বসকলৰ প্ৰিয় অস্ত্ৰ মোহন, প্ৰস্বাপন, প্ৰশমন, বৰ্ষণ, শোষণ, সন্তাপন, বিলাপন, কন্দৰ্পৰ প্ৰিয় আৰু দুৰ্ধৰ্ষ অস্ত্ৰ মাদন, গন্ধৰ্বসকলৰ অতি চেনেহৰ মানবাস্ত্ৰ, আৰু পিশাচকুলৰ আদৰৰ মোহনাস্ত্ৰ, হে নৰশ্ৰেষ্ঠ মহাযশস্বী ৰাজপুত্ৰ, তুলি লোৱা। লগতে হে নৃপাত্মজ, তামস, মহাবলশালী সৌমন, দুৰ্ধৰ্ষাস্ত্ৰ সম্বৰ্ত্ত, মৌসল, সত্যাস্ত্ৰ, শত্ৰুতেজোহাৰক তেজস্বী সৌৰাস্ত্ৰ, শিশিৰাস্ত্ৰ, অতিদাৰুণ তৃষ্টাস্ত্ৰ আৰু অতিভীষণ শীতাস্ত্ৰ—মহাশক্তি-শালী আৰু কামৰূপী এই অস্ত্ৰসমূহ তুমি বেগতে গ্ৰহণ কৰা। ১-২১

এই বুলি কৈ মুনিবৰে শুদ্ধভাবে পূবপিনে মুখ কৰি থিয় হৈ পৰম-প্ৰীতিৰে উত্তমোত্তম মন্ত্ৰগ্ৰাম ৰামক দান কৰিলে। বিপ্ৰ বিশ্বামিত্ৰই আনন্দচিত্তে যিবোৰ অস্ত্ৰ ৰামত অৰ্পণ কৰিলে, সেই সকলো একেলগে পোৱাটো দেৱতাৰো দুৰ্লভ। ধীশক্তিসম্পন্ন মুনি বিশ্বামিত্ৰই জপ কৰি থাকোঁতে অস্ত্ৰসমূহ ৰাঘৱৰ ওচৰত থিয় হৈ হাতযোৰ কৰি আনন্দচিত্তে কলে, "ৰাঘৱ, পৰম উদাৰ আমি অস্ত্ৰসমূহ এতিয়া আপোনাৰ আজ্ঞাবাহী ভৃত্য। আপোনাৰ মঙ্গল হওক। আপুনি যিহকে ইচ্ছা কৰে আমি তাকে কৰিম।" মহাবলশালী অস্ত্ৰসমূহে এইদৰে কোৱাত প্ৰসন্নাত্মা ৰামে হাতেৰে স্পৰ্শ কৰি তেওঁলোকক গ্ৰহণ কৰিলে। তাৰ পিচত মহাতেজস্বী ৰামে "তোমালোকসকলো মোৰ মানসক্ষেত্ৰত উপস্থিত থাকিবা" এই বুলি কৈ তেওঁলোকক বিদায় দিলে আৰু প্ৰফুল্লচিত্তে মহামুনি বিশ্বামিত্ৰক অভিবাদন জনাই গমনৰ বাবে সাজু হল। ২২-২৮

ইতি সপ্তবিংশ সৰ্গ সমাপ্ত

## অষ্টাবিংশ সৰ্গ (২৮)

## অস্ত্ৰোপসংহাৰ বিষয়ে ৰামৰ প্ৰশ্ন

অস্ত্ৰসমূহ গ্ৰহণ কৰি কাকুৎস্থ ৰামে ঋষি বিশ্বামিত্ৰক কলে, "ভগৱন, অস্ত্ৰসমূহ গ্ৰহণ কৰি মই এতিয়া দেৱতাসকলৰো দুৰ্জ্জেয় হলোঁ। হে মুনিপুঙ্গৱ, এই অস্ত্ৰবোৰ কিদৰে উপসংহাৰ কৰিব লাগিব তাক জানিবলৈ মোৰ ইচ্ছা হৈছে।" ১-২

কাকুৎস্থ ৰামে এইদৰে কোৱাত মহাতপা ধৃতিমান ঋষি বিশ্বামিত্ৰই শুদ্ধভাবাপন্ন হৈ উপসংহাৰৰ বিষয়ে কওঁতে লগতে আন আন অস্ত্ৰবোৰৰো নাম উল্লেখ কৰিলে—সেইবোৰ যথা—সত্যবান, সত্যকীৰ্ত্তি, ধৃষ্ট, ৰভস, প্ৰতিহাৰতৰ, পৰাঙ্মুখ, অবাঙ্মুখ, লক্ষ্যালক্ষ্য, দৃঢ়নাভ, সুনাভ, দশাক্ষ, শতবক্ত্ৰ, দশশীৰ্ষ, শতোদৰ, পদ্মনাভ, মহানাভ, দুন্দুনাভ, স্বনাভক, জ্যোতিষ, শকুন, নৈৰাস্য, বিমল, যোগন্ধৰ, বিনিদ্ৰ, দৈত্যপ্ৰমথন, শুচিবাহু, মহাবাহু, নিষ্কলি, বিৰুচ, সাৰ্চিমালী, ধৃতিমালী, বৃত্তিমান, ৰুচিৰ, পিত্ৰ্য, সৌমনস, বিধূত, মকৰ, পৰবীৰ, ৰতি, ধনধান্য, কামৰূপ, কামৰুচি, মোহাবৰণ, জম্ভক, সৰ্পনাথ, পন্থান আৰু বৰণ। অস্ত্ৰসমূহ উল্লেখ কৰাৰ পিচত



বিশ্বামিত্ৰই কলে, "ৰাম, কৃশাশ্বতনয় দীপ্তিমান আৰু কামৰূপী এই অস্ত্ৰবোৰ তুমি মোৰ পৰা গ্ৰহণ কৰা। তোমাৰ মঙ্গল হওক; অকল তুমিহে মাত্ৰ এই সকলো অস্ত্ৰৰ উপযুক্ত পাত্ৰ।" ৩-১০

কাকুৎস্থ ৰামে হৃষ্টচিত্তে "তথাস্তু" বুলি সেইবোৰ গ্ৰহণ কৰাত, অস্ত্ৰসমূহে কোনোটো এঙ্গাৰৰ সদৃশ, কোনোটো ধোঁৱাৰ নিচিনা, আৰু কোনোটোৱে চন্দ্ৰসূৰ্য্যসদৃশ দিব্যজ্যোতিৰ্ময় মনোহৰ ৰূপ ধাৰণ কৰি হাতযোৰ কৰি বিনীতভাবে ৰাঘৱৰ সন্মুখত উপস্থিত হৈ কব ধৰিলে, "হে নৰশাৰ্দূল, আমি সকলোটি আপোনাৰ ওচৰত উপস্থিত; আদেশ কৰক, আপোনাৰ কি কাম আমাৰ এতিয়া সাধিব লগা আছে।" ৰঘুনন্দনে কলে, "তোমালোকে এতিয়া য'লৈকে ইচ্ছা যোৱাগৈ। তোমালোক মোৰ মানসক্ষেত্ৰত থাকি সময়ত মোক সহায় কৰিবা।" ৰামৰ কথা শুনি অস্ত্ৰবোৰে 'তথাস্তু' বুলি কৈ ৰামক প্ৰদক্ষিণ কৰিলে আৰু যিদৰে আহিছিল, বিদায় লৈ সেইদৰে অন্তৰ্হিত হল। ১১-১৫

অস্ত্ৰসমূহৰ বৃত্তান্ত অবগত হৈ বাটে বাটে গৈ থাকোঁতে ৰামে কোমল আৰু মধুৰস্বৰে মহামুনি বিশ্বামিত্ৰক সুধিলে, "মুনিবৰ, পৰ্বতৰ ওচৰত মেঘমালা-সদৃশ গছনি যেন দেখা যায়; সৌৱা কি জানিবলৈ মোৰ বৰ কৌতূহল হৈছে। দেখিছোঁ সেই ঠাইখিনি অতি মনোহৰ আৰু ধুনীয়া ধুনীয়া নানাবিধ মৃগ আৰু সুললিত স্বৰযুক্ত পক্ষীৰে সমাকীৰ্ণ। হে মুনিশ্ৰেষ্ঠ, সেই ঘোৰ লোমহৰ্ষণকাৰী ভয়ঙ্কৰ তাড়কাবনৰ পৰা ওলাই আহি, এই বনখন দেখি অনুমান হৈছে যেন তাত সুখ বিৰাজ কৰি আছে। হে ভগৱন, সকলো কথা মোক বিবৰি কওক।— এই আশ্ৰমপদ কাৰ? হে মহামুনে, যি ঠাইত পাপমতি, ব্ৰহ্মঘাতী, দুষ্টাচাৰী, দুৰাত্মা ৰাক্ষসসমূহে আপোনাৰ যজ্ঞত বিঘিনি ঘটায় আৰু যি ঠাইত আপোনাৰ যাজ্ঞিক ক্ৰিয়া ৰক্ষা কৰি ৰাক্ষসসমূহক বধ কৰিব লাগিব, মুনিবৰ, সেই সকলো কথা শুনিবলৈ আমাৰ ইচ্ছা হৈছে। ১৬-২২

ইতি অষ্টাবিংশ সৰ্গ সমাপ্ত

# একোনত্ৰিংশ সৰ্গ

## সিদ্ধাশ্ৰম বৰ্ণন

অসীম শক্তিশালী ৰামে এইদৰে সোধাত মহাতেজস্বী বিশ্বামিত্ৰই বৰ্ণনা কৰি কব ধৰিলে, "হে মহাবাহু ৰাম, ইয়াতেই সৰ্বদেব-নমস্কৃত সুমহাতপা বিষ্ণুই বহুত বছৰ আৰু যুগ ধৰি তপশ্চৰ্য্যাৰ* অৰ্থে বাস কৰিছিল আৰু মহাত্মা বামনৰো এইয়ে আশ্ৰম। মহাতপা ভগৱান বিষ্ণু ইয়াতেই তপস্যাত সিদ্ধ হয় বুলি এই আশ্ৰম সিদ্ধাশ্ৰম নামে খ্যাত। ১-৪

ভগৱান বিষ্ণু তপস্যা-নিৰত থকা কালত বিৰোচন-পুত্ৰ বলিয়ে ইন্দ্ৰ আৰু প্ৰবহমান বায়ুগণে সৈতে দেবতাবৰ্গক পৰাজিত কৰি তিনিও জগততে সুবিখ্যাত নিজ ৰাজ্য স্থাপন কৰিছিল। অসুৰসকলৰ ৰজা মহাবলশালী বলিয়ে এক মহান যজ্ঞৰ অনুষ্ঠান কৰিছিল। বলিয়ে যজ্ঞ কৰিথকা কালত দেবতাসকলে অগ্নিক আগত লৈ নিজে এই আশ্ৰমলৈ আহি বিষ্ণুক কব ধৰিলে, "হে বিষ্ণু, বিৰোচন পুত্ৰ বলিয়ে উত্তম এক যজ্ঞৰ অনুষ্ঠান কৰিছে। সেই যজ্ঞব্ৰত শেষ হোৱাৰ আগতে আপুনি দেবতাসকলৰ হিতাৰ্থে কৰিব লগা কাম সমাধা কৰক। বলিয়ে এই সময়ত যজ্ঞত যেয়ে যি বিচাৰিছে তাকেই দান কৰিছে। এতেকে, হে বিষ্ণু, আপুনি দেবতাসকলৰ হিতৰ অৰ্থে মায়াক আশ্ৰয় কৰি বামনৰূপ ধৰি আমাৰ পক্ষে যিটো সৰ্বতোভাবে হিত আৰু মঙ্গলময় তাকে কৰক।" ৰাম, ঠিক এনে সময়তে নিজ তেজোগুণে দীপ্তিমান অগ্নিসম প্ৰভাবিত ভগৱান কশ্যপ, দেবী অদিতিৰে সৈতে হাজাৰ বছৰ ধৰি আৰম্ভ কৰা ব্ৰত সমাপন কৰি বৰদানৰ অধিষ্ঠাতৃ দেবতা মধুসূদনক স্তুতি কৰি কবলৈ ধৰিলে, "হে প্ৰভু, আপুনি তপোময়, পুঞ্জীভূত তপঃ, তপোমূৰ্তি আৰু তপাত্মা। সুকৃত তপস্যাৰ গুণত পুৰুষোত্তম আপোনাক দেখা পালোঁ। হে প্ৰভু, আপোনাৰ শৰীৰৰ ভিতৰত সমগ্ৰ জগতক মই দেখা পাইছোঁ। আপুনি অনাদি আৰু অপৰিচ্ছেদ্য ; আপোনাত শৰণ ললোঁ।" তেতিয়া প্ৰীত হৈ ভগৱান হৰিয়ে নিষ্পাপ কশ্যপক কলে—"তোমাৰ মঙ্গল হওক, দেখিছোঁ তুমি বৰলাভৰ উপযুক্ত পাত্ৰ, এতেকে বৰ প্ৰাৰ্থনা কৰা।" ভগৱানৰ কথা শুনি মৰীচি-পুত্ৰ কশ্যপে কলে, "হে বৰদ, আপুনি সুপ্ৰীত হৈ অদিতি, দেবতাবৰ্গ আৰু মোৰ অভিকাংক্ষিত এই বৰ দান কৰক যেন আপুনি অদিতি আৰু মোৰ পুত্ৰৰূপে জন্মগ্ৰহণ কৰে। হে অসুৰ-বিনাশক,

* নিজৰ তপশ্চৰ্য্যাৰ ফলত লোক-সমূহ তপস্যাত প্ৰবৃত্ত হব এই অৰ্থে—টীকাকাৰ।



আপুনি শক্ৰৰ কনিষ্ঠ ভ্ৰাতাৰূপে জন্ম লৈ শোকাৰ্ত দেৱতাসকলৰ সহায়স্বৰূপ হওক। আপোনাৰ অনুগ্ৰহত এই আশ্ৰম সিদ্ধাশ্ৰম নামে প্ৰসিদ্ধ হব। হে দেবেশ, আপোনাৰ তপশ্চৰ্য্যা সিদ্ধ, এতেকে আপুনি এতিয়া ইয়াৰ পৰা উঠক।" ৪-১৮

তেতিয়া মহাতেজস্বী বিষ্ণু অদিতিত জন্মগ্ৰহণ কৰি বামনৰূপ লৈ বিৰোচন-পুত্ৰ বলিৰ ওচৰলৈ গল আৰু ত্ৰিপদ প্ৰমাণ ভূমি ভিক্ষা কৰি সমগ্ৰ জগৎ যুৰি পৃথিবী দখল কৰিলে আৰু বলিক নিজ বলৰ প্ৰভাবত বন্ধন কৰি মহেন্দ্ৰক নিজ পদত স্থাপন কৰিলে আৰু তিনিওলোকক ইন্দ্ৰৰ অধীনলৈ আনিলে। এই ক্লান্তি-বিনাশক আশ্ৰম পূৰ্বতে ভগৱান বামনে অধিকাৰ কৰি আছিল। পিচত ভক্তিৰ বলত মই ভোগ কৰি আছোঁ। বিঘ্নকাৰী ৰাক্ষসসকল এই আশ্ৰমলৈ আহে। হে পুৰুষব্যাঘ্ৰ, দুষ্টাচাৰীসকলক তুমি ইয়াতেই বধ কৰিব লাগিব। ৰাম, এই সিদ্ধাশ্ৰমত আজি আমি প্ৰবেশ কৰিম। বৎস, এই আশ্ৰমপদ যিদৰে মোৰ, সেইদৰে তোমাৰো।" এই কথা কৈ পৰম প্ৰীতিৰে সৈতে ৰাম আৰু লক্ষ্মণক লগত লৈ মুনিয়ে আশ্ৰমস্থলত প্ৰবেশ কৰিলে আৰু পুনৰ্বসু নক্ষত্ৰদ্বয় যুক্ত নীহাৰ নিৰ্মুক্ত চন্দ্ৰৰ নিচিনা প্ৰভাৱিত হ'ল। ১৯-২৫

ঋষি বিশ্বামিত্ৰক দেখি সেই আশ্ৰম-নিবাসী মুনিসকলে ওপৰা-ওপৰিকৈ আহি তেওঁৰ পূজা কৰিবলৈ ধৰিলে। তেওঁলোকে ধীমান বিশ্বামিত্ৰক যিদৰে পূজা জনালে, ৰাজকুমাৰ দুজনৰ প্ৰতিও তেনেদৰে আতিথ্য সৎকাৰ দেখুৱালে। ২৬-২৭

ইয়াৰ পিচত অৰিদমন ৰাম আৰু লক্ষ্মণে অলপ সময় বিশ্ৰাম কৰি কৰযোৰে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক কলে, "মুনিপুঙ্গৱ, আপোনাৰ মঙ্গল হওক। যজ্ঞৰ কাৰণে আজিয়েই আপুনি দীক্ষিত হওক। আপোনাৰ এই সিদ্ধাশ্ৰম প্ৰকৃততে সিদ্ধ হওক, আপোনাৰ বাক্য সত্য হওক।" ২৮-২৯

ৰাম আৰু লক্ষ্মণে এইদৰে কোৱাত মহাতেজা ঋষি বিশ্বামিত্ৰই সেই মুহূৰ্ততে সংযতেন্দ্ৰিয় হৈ যজ্ঞত দীক্ষিত হল। ৰাজকুমাৰ দুজনে স্থিৰচিত্তে ৰাতিটো কটাই পুৱাতে উঠি প্ৰথমতে সন্ধ্যা সমাপন কৰি যথাবিধি পৰম মন্ত্ৰ জপ কৰিলে আৰু ঐকান্তিক ভাবে শুচি হৈ যি ঠাইত ঋষি বিশ্বামিত্ৰই হোমকাৰ্য্য সমাধা কৰি আছিল তালৈ গৈ তেওঁক বন্দনা জনালে। ৩০-৩১

**ইতি একোনত্ৰিংশ সৰ্গ সমাপ্ত**

## ত্ৰিংশ সৰ্গ (৩০)

### সিদ্ধাশ্ৰমত যজ্ঞাৰম্ভ

তাৰ পিচত দেশকালজ্ঞ শত্ৰুদমন ৰাজপুত্ৰ ৰাম আৰু লক্ষ্মণে কালোচিত বুলি জানি মুনি কৌশিকক কলে, “ভগৱন, কোন সময়ত নিশাচৰ দুজনৰ পৰা যজ্ঞক্ৰিয়া ৰক্ষণ কৰিব লাগিব সেইটো শুনিবলৈ আমাৰ ইচ্ছা হৈছে। অনুগ্ৰহ কৰি আমাক কওক যাতে সেই সময় পাৰ হৈ নাযায়।” যুদ্ধৰ কাৰণে লৰা-লৰিকৈ প্ৰস্তুত হৈ ৰাম-লক্ষ্মণে এইদৰে কোৱা শুনি ঋষিসকলে পৰম প্ৰীত হৈ ৰাজপুত্ৰ দুজনক প্ৰশংসা কৰি কলে, “হে ৰাঘৱ, আজিৰ পৰা ছয় ৰাতি কাল তোমালোকে যজ্ঞভূমি ৰক্ষা কৰা। মুনিয়ে দীক্ষিত হৈ এতিয়া মৌনব্ৰত অবলম্বন কৰিছে।” ১-৪

যশস্বী ৰাজপুত্ৰ দুজনে ঋষিসকলৰ কথা শুনি নিদ্ৰা পৰিত্যাগ কৰি ছয়দিন আৰু ছয়ৰাতি তপোবন ৰক্ষা কৰি থাকিল। দুয়োজন বীৰে ধনু হাতত লৈ ওচৰতে থাকি অৰিন্দম বিশ্বামিত্ৰক ৰক্ষা কৰি থাকিল। ক্ৰমে দিন অতিবাহিত হৈ ষষ্ঠ দিন উপস্থিত হোৱাত ৰামে সুমিত্ৰানন্দন লক্ষ্মণক কলে, “লক্ষ্মণ, একাগ্ৰচিত্তে সাজু হৈ থাকা।” ৫-৭

লৰালৰিকৈ যুঁজৰ কাৰণে প্ৰস্তুত হৈ ৰামে এইদৰে কোৱাত উপাধ্যায়ে সৈতে পুৰোহিতবৰ্গ আৰু ঋত্বিক সকলেও দৰ্ভ *( কুশ ) চমস-স্ৰুক†, সমিধ আৰু পুষ্পাদি সম্ভাৰ যুগুত কৰি বেদীত অগ্নি প্ৰজ্বলিত কৰাৰ পিচত যথাবিধি যজ্ঞ কৰ্ম্ম আৰম্ভ হল। লগে লগে আকাশত ভীষণ এটা শব্দ উত্থিত হল আৰু বাৰিষাকালত মেঘে গগন বিয়পি পৰাদি ৰাক্ষস দুজনে মায়াক আশ্ৰয় কৰি যজ্ঞস্থলৰ পিনে ধাবমান হল। ভীমকায় মাৰীচ, সুবাহু আৰু সিহঁতৰ অনুচৰবৰ্গ তাত উপস্থিত হৈ (যজ্ঞস্থলত) তেজৰ সোঁত বোৱাব ধৰিলে। ৮-১২

তেতিয়া ৰামে বেদীৰ ওচৰত তেজৰ ধাৰা পৰিব ধৰা দেখি বেগেতে লৰি আহি তাৰপৰা আকাশৰ পিনে চালে। সিহঁতক হঠাতে এইদৰে আক্ৰমণ কৰি অহা দেখি ওচৰতে থকা লক্ষ্মণক উদ্দেশ্য কৰি কলে, “লক্ষ্মণ, মাংসাশী এই দুৰ্বৃত্তগণৰ ফালে চোৱাঁ। ইহঁত এনে ঘৃণনীয় যে মই ইহঁতক হত্যা কৰিবলৈ ইচ্ছা কৰা নাই, কিন্তু বায়ুৰ প্ৰকোপত বনবাজি যিদৰে প্ৰকম্পিত হৈ নতশিৰ হয় মইও সেইদৰে

* যজ্ঞত ব্যৱহৃত হোৱা এবিধ ঘাঁহ।

† অগ্নিত ঘিউ ঢালি দিয়া সঁজুলি।



মানবাস্ত্ৰৰে ইহঁতক বিদূৰিত কৰিম।” এইবুলি কৈ ক্ষিপ্ৰহস্ত ৰামে ধনুত পৰম শ্ৰেষ্ঠ প্ৰদীপ্ত মানবাস্ত্ৰ সংযোগ কৰি অতিশয় ক্ৰুদ্ধ হৈ মাৰীচৰ বুকুলৈ নিক্ষেপ কৰিলে। শ্ৰেষ্ঠ মানবাস্ত্ৰৰ দ্বাৰা আহত হৈ মাৰীচ শ যোজন দূৰত থকা সাগৰৰ মাজত নিক্ষিপ্ত হল। শীতেষু মানবাস্ত্ৰৰ দ্বাৰা পৰাভূত হৈ অচেতন অৱস্থাতে ঘূৰি ঘূৰি মাৰীচ বিদূৰিত হোৱা দেখি ৰামে লক্ষ্মণক কলে, “লক্ষ্মণ, চোৱাঁ মন্ত্ৰপ্ৰযুক্ত এই শীতেষু মানবাস্ত্ৰই বিমোহিত কৰি এই ৰাক্ষসক নিৰস্ত কৰিলে কিন্তু তাৰ প্ৰাণনাশ কৰা নাই। এতিয়া ঘৃণনীয় দুষ্টাচাৰী পাপকৰ্মৰত ৰক্তপায়ী যজ্ঞবিঘাতক আন আন ৰাক্ষসবোৰক মই বিনাশ কৰিম।” এই বুলি কৈ ক্ষিপ্ৰগতিত অতিপৰাক্ৰমশীল আগ্নেয়াস্ত্ৰ লৈ ৰঘুনন্দনে সুবাহুৰ বুকু ভেদ কৰাত সি মাটিত বাগৰি পৰিল। অৱশিষ্ট যিখিনি ৰাক্ষস ৰল সেই সকলোকে বায়ব্য অস্ত্ৰেৰে বধ কৰি পৰমোদাৰ ৰাঘৱে মুনিসকলক আনন্দিত কৰিলে। ১৩-২৩

এইদৰে যজ্ঞবিঘাতক সমগ্ৰ ৰাক্ষসকুল বধ কৰি আগৰ দিনত জয়লাভ কৰাৰ পিচত ইন্দ্ৰ যিদৰে পূজিত হৈছিল ৰঘুনন্দন ৰামো মুনিসকলৰ দ্বাৰা সেইদৰে পূজিত হল। তাৰ পিচত যজ্ঞ সমাপ্ত হলত মহামুনি বিশ্বামিত্ৰই ঠাই ডোখৰ নিষ্কণ্টক হোৱা দেখি কাকুৎস্থ ৰামক কলে, “হে মহাবাহু, মই কৃতাৰ্থ হলোঁ; তুমি গুৰুবাক্য পালন কৰিলা। হে মহাযশস্বী বীৰ, তুমি এই সিদ্ধাশ্ৰমৰ নাম যথাৰ্থতে সাৰ্থক কৰিলা।” এইদৰে তেওঁ ৰামক প্ৰশংসা কৰি তেওঁলোক দুজনে সৈতে সন্ধ্যাহ্নিকত প্ৰবৃত্ত হল। ২৪-২৬

### ইতি ত্ৰিংশ সৰ্গ সমাপ্ত

## একত্ৰিংশ সৰ্গ

### হৰধনুৰ উপাখ্যান

তাৰ পিচত ৰাম আৰু লক্ষ্মণ দুয়োজন বীৰ কৃতাৰ্থ হৈ আনন্দচিত্তে ৰাতিটো তাতে কটালে। ৰাতি পুৱালত পৌৰ্বাহ্নিকক্ৰিয়া সমাপন কৰি বিশ্বামিত্ৰ আৰু আন আন ঋষিসকলৰ ওচৰ চাপি জ্বলন্ত অগ্নিসদৃশ মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক অভিবাদন জনাই মধুৰ আৰু উদাৰভাৱে কব ধৰিলে, “হে মুনিপ্ৰবৰ, আপোনাৰ ভৃত্য আমি দুজন আপোনাৰ ওচৰত উপস্থিত। হে মুনিবৰ, আদেশ কৰক এতিয়া আমাৰ কৰিব লগা আৰু কি আছে?” ১-৪

তেওঁলোক দুজনে এইদৰে কোৱাত বিশ্বামিত্ৰক আগত লৈ মহৰ্ষিসকলে ৰামক কলে, "হে নৰশ্ৰেষ্ঠ, মিথিলাৰ ৰজা জনকৰ অতিশয় ধৰ্মপূৰ্ণ এক যজ্ঞ অনুষ্ঠিত হৈছে, আমি সকলোটি তালৈ যাম। হে নৰশাৰ্দুল, আপুনিও আমাৰ লগত তালৈ যাব। তাত আপুনি অদ্ভুত এখন ধনুৰ্ৰত্ন দেখা পাব। হে নৰশ্ৰেষ্ঠ, অমিতবলশালী প্ৰভূত দীপ্তিমান এই ধনৰত্ন দেৱতাসকলে যজ্ঞৰ সময়ত সভাৰ মাজত জনক ৰজাক দান কৰিছিল। এই ধনুত কোনো দেৱতা, গন্ধৰ্ব, অসুৰ বা ৰাক্ষসে জ্যা আৰোপন কৰিব পৰা নাই, মানুহৰতো কথাই নাই। এই ধনুৰ শক্তি পৰীক্ষা কৰিবলৈ অহা মহাবলশালী ৰজা বা ৰাজপুত্ৰ সকলৰ কোনোৱে এতিয়ালৈ তাত জ্যা আৰোপন কৰিব পৰা নাই। হে নৰশ্ৰেষ্ঠ কাকুৎস্থ, মহাত্মা মিথিলাৰাজৰ সেই ধনু আপুনি তাত দেখা পাব আৰু পৰম অদ্ভুত সেই যজ্ঞও দেখিব। মিথিলাৰাজে সুন্দৰ মুষ্টিবন্ধনযুক্ত এই ধনুখন যজ্ঞৰ ফল স্বৰূপ ভিক্ষা কৰি দেৱতা সকলৰ পৰা লাভ কৰিছে। বৰ্তমানে তাক যজ্ঞৰ দেৱতাসদৃশ ঘৰতে থৈ বিবিধ ধূপ, গন্ধ, আৰু অগুৰুগন্ধি সামগ্ৰাৰে পূজা অৰ্চনা কৰি আছে।" ৫-১৩

মহৰ্ষি সকলে এইদৰে কোৱাৰ পিচত মুনিবৰে ঋষিবৰ্গ আৰু কাকুৎস্থ-কুমাৰ দুজনে সৈতে আশ্ৰমৰপৰা তালৈ যাত্ৰা কৰিলে। যোৱাৰ সময়ত—"হে বনদেৱতাসকল, তোমালোকৰ মঙ্গল হওক। সিদ্ধিলাভ কৰি মই এই সিদ্ধাশ্ৰম পৰা উত্তৰফালে জাহ্নবীতীৰস্থ পৰ্বতশ্ৰেষ্ঠ হিমাচললৈ যাম" এই বুলি বনদেৱতা সকলৰপৰা বিদায়লৈ মুনিশ্ৰেষ্ঠ তপোধন কুশিক-পুত্ৰই উত্তৰ দিশক উদ্দেশ্য কৰি যাবলৈ ওলাল। ঋষিবৰ গমনোদ্যত হোৱাত শতসংখ্যক গাড়ীত যজ্ঞীয় দ্ৰব্য ভৰাই ব্ৰহ্মবাদী ঋষিসকলেও পিচে পিচে যাত্ৰা কৰিলে। তেতিয়া সেই সিদ্ধাশ্ৰম-নিবাসী পশুপক্ষীগণেও তপোধন বিশ্বামিত্ৰৰ অনুগমন কৰিব ধৰা দেখি ঋষিগণে সৈতে তেওঁ সিহঁতক ফিৰাই পঠালে। তাৰ পিচত তেওঁলোক বহুদূৰ গৈ বেলি পশ্চিমলৈ ঢাল লোৱাত একত্ৰিত হৈ শোন-নদীৰ তীৰত থাকিবলৈ ললে। সূৰ্য্য অস্ত গলত তেওঁলোকে স্নান কাৰ্য্য সমাপন কৰি অগ্নিত আহুতি প্ৰদান কৰিলে। পিচত অমিততেজস্বী ঋষিসকলে মুনিবৰ বিশ্বামিত্ৰক সম্মুখত লৈ উপবেশন কৰাত লক্ষ্মণে সৈতে ৰামে মুনিসকলক পূজা-অৰ্চনা কৰি ধীমান বিশ্বামিত্ৰৰ সম্মুখত বহিল। তেতিয়া ৰামে কৌতূহলযুক্ত হৈ মহাতেজা মুনিশ্ৰেষ্ঠ তপোধন বিশ্বামিত্ৰক সুধিলে "ভগৱন, সমৃদ্ধবনৰাজি শোভিত এইখন কোন দেশ, শুনিবলৈ ইচ্ছা হৈছে, অনুগ্ৰহ কৰি ইয়াৰ সবিশেষ বিবৰণ কওক।" ৰামৰ প্ৰশ্ন শুনি মহাতপস্বী সুব্ৰত ঋষিয়ে ঋষিসকলৰ মাজত সেই দেশ সম্বন্ধে সকলো বিবৰণ কবলৈ ধৰিলে। ১৪-২৪

ইতি একত্ৰিংশ সৰ্গ সমাপ্ত

## দ্বাত্ৰিংশ সৰ্গ (৩২)

### বিশ্বামিত্ৰৰ বংশাবলী কথন আৰু কুশনাভৰ কন্যাসকলৰ কুব্জত্ব প্ৰাপ্তি

বিশ্বামিত্ৰই কলে—ব্ৰহ্মাৰ কুশ নামে এটা পুত্ৰ আছিল। তেওঁ মহাতপা সদাব্ৰতচাৰী, পৰম ধাৰ্মিক আৰু সজ্জন পূজক আছিল। মহাত্মা কুশৰ সদ্বংশজাতা অশেষ গুণসমন্বিতা বিদৰ্ভ ৰাজকন্যাত তেওঁৰে নিচিনা মহাবলশালী কুশাম্ব, কুশনাভ, অমূৰ্তৰজা আৰু বসু নামে চাৰিজন পুত্ৰ উপজে।

ৰজা কুশে ক্ষাত্ৰধৰ্ম বিস্তাৰৰ অৰ্থে দীপ্তিমান উদ্যমশীল ধাৰ্মিক আৰু সত্যবাদী পুত্ৰসকলক কলে, "পুত্ৰসকল, তোমালোকে প্ৰজাপালন কৰা, তাতেই তোমালোকৰ মহান ধৰ্ম হব। কুশৰ আদেশ শুনি নৰশ্ৰেষ্ঠ এই চাৰিজনে চাৰিখন নগৰ পাতি ললে। মহাতেজশালী কুশাম্বে কৌশাম্বী, ধৰ্মাত্মা কুশনাভে মহোদয়, মহামতি অমূৰ্ত্তৰজে ধৰ্মাৰণ্য আৰু ৰজা বসুৱে গিৰিব্ৰজ নামে চাৰি ঠাইত চাৰিখন নগৰ পাতিলে। মহাত্মা বসুৰ এই ৰাজ্যৰ চাৰিওফালে পাঁচখন শ্ৰেষ্ঠ পৰ্বতে শোভা কৰি আছে আৰু ইয়াৰ মাজেদি মগধৰ পৰা ওলাই অহা মাগধী নদীয়ে শোনা নাম লৈ এই পঞ্চ পৰ্বতৰ মাজেদি মালা এধাৰীৰ নিচিনা শোভমানা হৈ বৈ আছে। ৰাম, এই মাগধী নৈ পূবমুখী হৈ বৈ থাকি মহাত্মা বসুৰ ৰাজ্য শস্যপূৰ্ণা কৰি সুক্ষেত্ৰত পৰিণত কৰিছে। ১-১০

হে ৰঘুনন্দন, ধৰ্মাত্মা ৰাজৰ্ষি কুশনাভে অপ্সৰা ঘৃতাচীৰ গৰ্ভত সৰ্বশ্ৰেষ্ঠা এশ গৰাকী কন্যা জন্ম দিয়ে। ৰূপত দীপলিপ্ কন্যাসকলে যৌবনত ভৰি দিয়াৰ লগে লগে নানা আভৰণে ভূষিতা হৈ উদ্যানভূমিলৈ গৈ বৰ্ষাকালৰ বিজুলী ছাটিৰ নিচিনা শোভা ধাৰণ কৰি নাচি-বাগি নানা বাদ্য-বাজনাত মত্ত হৈ আমোদ-প্ৰমোদত কাল কটায়। এদিনাখন সৰ্বাঙ্গসুন্দৰী অতুলনীয় ৰূপৱতী, সৰ্বগুণসম্পন্না ৰূপ-যৌবনপূৰ্ণা এই যুৱতীসকলক উদ্যানভূমিলৈ গৈ মেঘমালাৰ ভিতৰত থকা সমুজ্জল তাৰকাৰাশিৰ নিচিনা শোভান্বিতা হৈ থকা দেখি সকলো প্ৰাণীৰ আত্মভূত বায়ু-দেৱতাই তেওঁলোকক কলে, "মই তোমালোক সকলোটিকে ভাৰ্য্যাৰূপে পাবলৈ ইচ্ছা কৰিছোঁ। তোমালোকে মনুষ্যভাব পৰিত্যাগ কৰা, তেতিয়াহলে সুদীৰ্ঘকাল আয়ুস ভোগ কৰিব পাৰিবা। মনুষ্য-জীৱনৰ যৌবনকাল ক্ষণস্থায়ী। দেৱভাব ললে অক্ষয় যৌবন লাভ কৰি অমৰ হৈ থাকিব পাৰিবা।" ১১-১৭

অপ্ৰতিহত কৰ্মশীল বায়ুৰ এই কথা শুনি কন্যাসকলে উপহাস কৰি কলে,

“হে দেৱশ্ৰেষ্ঠ, আপুনি সকলো ভূতৰে অন্তৰত বিচৰণ কৰে; আপোনাৰ প্ৰভাৱ আমাৰ জনা আছে, আৰু আমাৰ মনৰ ভাবো আপুনি জানে, এতেকে এনেদৰে কৈ আপুনি আমাক অৱমানিত কৰিব বিচাৰিছে কিয়? দেৱবৰ, আমি সকলোটি কুশনাভৰ কন্যা, আপোনাক স্থানচ্যুত কৰাৰ ক্ষমতা আমাৰ আছে, কিন্তু নিজ তপোবল ৰক্ষা কৰি আমি তেনে কাম নকৰোঁ। হে দুৰ্মতি, সত্যবাদী পিতাৰ অৱমাননা কৰি নিজ ইচ্ছামতে কামভাব পূৰণ কৰিবলৈ স্বয়ম্বৰা হৈ স্বামী গ্ৰহণ কৰিম এনে দিন যেন আমাৰ নহয়। পিতা আমালোকৰ পৰম দেৱতা। তেওঁ যাৰে হাতত আমাক সঁপি দিব তেওঁৱেই আমাৰ স্বামী হব।” ১৮-২২

কন্যাসকলৰ কথা শুনি ভগৱান বায়ুদেৱতা ক্ৰুদ্ধ হৈ কন্যাসকলৰ সকলো অঙ্গতে প্ৰৱেশ কৰি অঙ্গবোৰ মুচৰি পেলালে। তাৰ পিচত বায়ুৱে ভাঙি দিয়া শৰীৰ লৈ সকলোটিয়ে অশ্ৰুপূৰ্ণ নয়নে সলজ্জভাৱে ৰাজভৱনত প্ৰৱেশ কৰিলে। ৰজাই তেওঁৰ চেনেহৰ পৰম ৰূপৱতী কন্যাসকলক ভগ্ন শৰীৰ লৈ এইদৰে দীনভাৱে থকা দেখি আথেবেথে সুধিলে, “পুত্ৰীসকল, তোমালোকৰ কি হৈছে? কোনে ধৰ্মক অৱমাননা কৰিলে? কোনে তোমালোকক কুঁজা কৰিলে? কান্দি কাটি থাকি কথা নোকোৱাকৈ আছা কিয়?” ২৩-২৫

কন্যাসকলক এইদৰে সুধি ৰজাই দীৰ্ঘনিঃশ্বাস পেলাই মূল কথাটো জানিবলৈ সমাধিস্থ হল। ২৬

ইতি দ্বাত্ৰিংশ সৰ্গ সমাপ্ত

## ত্ৰয়স্ত্ৰিংশ সৰ্গ (৩৩)

### কন্যাসকলৰ বিবাহ আৰু কুব্জত্ব মুক্তি।

ধীমান কুশনাভৰ কথা শুনি কন্যা শই মূৰেৰে পিতাকৰ চৰণ স্পৰ্শ কৰি কৰ ধৰিলে, “হে ৰাজন্, সৰ্বভূতাত্মা বায়ুদেৱতাই ধৰ্ম উলঙ্ঘা কৰি অশুভ পন্থাৰ আশ্ৰয় লৈ আমালোকৰ ওপৰত বলাৎকাৰ কৰিব বিচাৰিছিল। ৰাজন্, আমি বায়ুদেৱতাক কৈছিলোঁ, ‘হে দেৱ, আপোনাৰ মঙ্গল হওক। যিহেতু পিতৃদেৱ আমাৰ বিদ্যমান, অতএৱ এই বিষয়ে স্বাতন্ত্ৰ্য আমাৰ নাই। আপুনি পিতাৰ ওচৰত আমাক বিচাৰক—পিতাই যদি আপোনাত আমাক অৰ্পণ কৰে তেনেহলে



আমি আপোনাৰ।’ পাপমতি বায়ুৱে আমাৰ কথা মানি নলৈ আমি কোৱা কথাৰ উত্তৰত ভীষণৰূপে আমাক আক্ৰমণ কৰিলে।” ১-৪

তেতিয়া পৰমধাৰ্মিক মহাতেজা ৰজাই তেওঁলোকৰ কথা শুনি সৰ্বশ্ৰেষ্ঠা কন্যা শক কলে, “পুত্ৰীসকল, ক্ষমা কৰিব পৰাজনৰ পক্ষে ক্ষমা কৰাটো এটা মহৎ কাৰ্য্য। তোমালোক সকলোটিয়ে একমত হৈ এইদৰে ক্ষমা দেখুৱাই মোৰ কুলগৌৰৱৰ প্ৰতি যথেষ্ট সন্মান দেখুৱাইছা। তিৰোতাসকলৰ পক্ষে ক্ষমাই অলঙ্কাৰ, পুৰুষৰ পক্ষেও তেনে। তোমালোকে দেৱতাৰ বিষয়েও যে বিশেষকৈ এইদৰে ক্ষমা দেখুৱাব পাৰিছা, তাৰদ্বাৰা তোমালোকে দুষ্কৰ কাম কৰিলা। হে পুত্ৰীসকল, তোমালোকে যিদৰে ক্ষমা দেখুৱাইছা তেনে ক্ষমাগুণ যেন আমাৰ কুলৰ সকলোৰে হয়। হে পুত্ৰিকাসকল, ক্ষমাই দান, ক্ষমাই সত্য, ক্ষমাই যজ্ঞ, যশ, আৰু ধৰ্ম। ক্ষমাৰ ওপৰতে জগৎ তিষ্ঠি আছে।” “হে কাকুৎস্থ, কন্যা কেইজনীক বিদায় দি দেৱতাসদৃশ বিক্ৰমশালী মন্ত্ৰবিদ্ ৰজাই মন্ত্ৰীসকলৰ লগত কন্যা সম্প্ৰদান বিষয়ে পৰামৰ্শ কৰি স্থিৰ কৰিলে যে দেশ কাল আৰু পাত্ৰ বিবেচনা কৰি কন্যাসকলক সম্প্ৰদান কৰিব লাগিব। ৫-১০

এনে সময়তে চূলী নামে অতি দীপ্তিমান শুদ্ধাচাৰী এক উৰ্ধৰেতা ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা ব্ৰহ্মবিষয়ক ধ্যানত মগ্ন হয়। ঋষিয়ে তপস্যাত মগ্নথকা কালত উৰ্মিলাৰ কন্যা সোমদা নামে এক গন্ধৰ্বীয়ে তেওঁৰ পৰিচৰ্য্যা কৰে। ধৰ্মপৰায়ণা সোমদাই প্ৰণত হৈ ঋষিক শুশ্ৰূষা কৰি থাকোঁতে গুৰুদেৱ ঋষিয়ে তেওঁৰ প্ৰতি সন্তুষ্ট হয়। হে ৰঘুনন্দন, এসময়ত ঋষিয়ে সোমদাক কলে, ‘মই তোমাৰ কামত পৰিতুষ্ট হৈছোঁ। তোমাৰ মঙ্গল হওক। তোমাৰ প্ৰিয় কি কাম কৰিব পাৰোঁ কোৱাঁ। বাক্যতত্ত্বজ্ঞা গন্ধৰ্বীয়ে বাক্যবিশাৰদ মুনিবৰ তেওঁৰ প্ৰতি সন্তুষ্ট হোৱা জানি মনৰ আনন্দতে মধুৰস্বৰে তেওঁক কলে, ‘আপুনি ব্ৰহ্মতেজে তেজীয়ান, ব্ৰহ্মভূত আৰু মহাতপস্বী—ধাৰ্মিক আৰু ব্ৰহ্ম-তপস্যাৰত এটা পুত্ৰলাভেই মোৰ কামনা। আপোনাৰ মঙ্গল হওক; মই পতিব্ৰত কাকো গ্ৰহণ কৰা নাই আৰু কাৰো ভাৰ্য্যা হবলৈকো নিবিচাৰোঁ। অতএৱ ব্ৰহ্মাৰ সনকাদি মানসপুত্ৰৰ যিদৰে উৎপত্তি হৈছিল তেনে উপায় অৱলম্বন কৰি মোক পুত্ৰ দান কৰক। ১১-১৭

তেতিয়া ব্ৰহ্মৰ্ষি চূলীয়ে তেওঁৰ ওপৰত সন্তুষ্ট হৈ ব্ৰহ্মদত্ত নামে ব্ৰাহ্ম-তপস্যাযুক্ত মানসপুত্ৰ এজন তেওঁক দান কৰিলে। ৰজা* ব্ৰহ্মদত্তই দেৱৰাজ ইন্দ্ৰই স্বৰ্গত যিদৰে বাস কৰিছিল সেইদৰে পৰমলক্ষ্মীযুক্ত হৈ কাম্পিল্য নামে ঠাইত ৰাজ্য স্থাপন কৰি বসতি কৰিছিল! হে কাকুৎস্থ, তেতিয়া পৰমধাৰ্মিক ৰজা

* সোমদা ক্ষত্ৰিয়া আছিল, অতএৱ তেওঁৰ পুত্ৰ ক্ষত্ৰিয়, এতেকে ৰজা।

কুশনাভে স্থিৰ কৰিলে যে তেওঁ ব্ৰহ্মদত্তত এই কন্যা অৰ্পণ কৰিব। সেই অনুসৰি মহাতেজা ৰজা কুশনাভে ব্ৰহ্মদত্তক মাতি আনি আনন্দিত মনে কন্যা শক তেওঁত সম্প্ৰদান কৰিলে। হে ৰঘুনন্দন, ইন্দ্ৰসদৃশ মহীপতি ব্ৰহ্মদত্তই যথাক্ৰমে সেই কন্যাসকলৰ পাণি গ্ৰহণ কৰিলে আৰু হাতেৰে স্পৰ্শ কৰাৰ লগে লগে কন্যা কেইজনীয়ে কুব্জভাব এৰি বিকুব্জা হৈ সকলোপ্ৰকাৰ ক্লেশৰ পৰা মুক্ত হল আৰু সৰ্বশ্ৰীসম্পন্না হৈ পৰম শোভা ধাৰণ কৰিলে। ১৮-২৩

তেতিয়া মহীপতি কুশনাভে কন্যা কেইজনীক বায়ুৰ আক্ৰমণৰ পৰা মুক্ত হোৱা দেখি পৰম প্ৰীত হৈ উপৰ্য্যুপৰি আনন্দ লাভ কৰিব ধৰিলে। বিবাহ হৈ যোৱাৰ পিচত ৰজাই ব্ৰহ্মদত্তক তেওঁৰ স্ত্ৰী আৰু উপাধ্যায়সকলে সৈতে কাম্পিল্য নগৰলৈ পঠাই দিলে। গন্ধৰ্বী সোমদাই পুত্ৰক কুলোচিত বিবাহ কাৰ্য্য সম্পন্ন কৰি অহা দেখি ৰজা কুশনাভক প্ৰশংসা কৰিলে আৰু বোৱাৰীসকলক বাৰ বাৰ আলিঙ্গন কৰি তেওঁলোকক অভিনন্দিত কৰিলে। ২৪-২৬

ইতি ত্ৰয়স্ত্ৰিংশ সৰ্গ সমাপ্ত

## চতুস্ত্ৰিংশ সৰ্গ (৩৪)

## বিশ্বামিত্ৰৰ পিতৃদেৱ গাধিৰ জন্ম আৰু ভগিনী সত্যবতীৰ উপাখ্যান

হে ৰাঘৱ, বিবাহকাৰ্য্য সমাপন কৰি ব্ৰহ্মদত্ত তাৰপৰা গলত অপুত্ৰক ৰজা কুশনাভে, পুত্ৰলাভ কামনাই যজ্ঞ আৰম্ভ কৰিলে। যজ্ঞ কৰি থকা কালত পৰমোদাৰগুণসম্পন্ন ব্ৰহ্মাৰ পুত্ৰ কুশ তাত উপস্থিত হৈ ৰজা কুশনাভক কলে "হে পুত্ৰ, তোমাৰ সদৃশ গাধি নামে তোমাৰ এটা পুত্ৰ হব আৰু তেওঁৰ গুণত তুমি চিৰস্থায়ী কীৰ্ত্তি লাভ কৰিবা।" হে ৰাম, কুশে এই বুলি কৈ আকাশত বিলীন হৈ সনাতন ব্ৰহ্মলোকলৈ গল। ১-৪

পিচত কিছুকাল অতিবাহিত হোৱাত ধীমান কুশনাভ ৰজাৰ গাধি নামে এটি পৰম ধাৰ্মিক পুত্ৰ উপজিল। হে কাকুৎস্থ, এই পৰম ধাৰ্মিক গাধিয়ে মোৰ পিতা। হে ৰঘুনন্দন, কুশবংশত মই জাত, এই বুলিয়ে কৌশিক নামে খ্যাত। ৰাঘৱ, সত্যবতী নামে সুব্ৰতাচাৰিণী মোৰ ভগিনী মোৰ আগতে ওপজা; তেওঁক ঋচীক নামে এজনত বিবাহ দিয়ে। স্বামীৰ অনুগামিনী হৈ সশৰীৰে তেওঁ



স্বৰ্গলৈ যায় আৰু তাত কৌশিকী নামে প্ৰশস্ত মহানদীত পৰিণত হয়। মোৰ ভগিনীয়ে সেই দিব্য পুণ্যোদকা ৰমণীয় নৈ ৰূপে হিমালয়ক আশ্ৰয় কৰি প্ৰাণী সমূহৰ হিতাৰ্থে বৈ আছে। এই হেতুকে হে ৰঘুনন্দন, মোৰ ভগিনী কৌশিকীৰ প্ৰতি মৰমতে মই পৰম সুখে সদায় হিমালয়ৰ ওচৰত বাস কৰি থাকোঁ। পুণ্যশীলা পতিব্ৰতা মহাভাগা সত্যধৰ্মত প্ৰতিষ্ঠিতা সত্যবতীয়ে নদীসমূহৰ ভিতৰত শ্ৰেষ্ঠা এই কৌশিকী। ৰাম, যজ্ঞৰ নিয়ম ৰক্ষাৰ অৰ্থে এই কৌশিকী নৈ এৰি সিদ্ধাশ্ৰমলৈ গৈ তোমাৰ শক্তিৰ বলত মই সিদ্ধিলাভ কৰিলোঁ। ৫-১২

ৰাম, এয়ে তুমি শুনিবলৈ খোজা মোৰ উৎপত্তিৰ বিবৰণ আৰু মোৰ বংশ আৰু দেশৰ কাহিনী। ৰাম, মই কথা কৈ থাকোঁতেই প্ৰায় অৰ্ধৰাত্ৰিকাল অতিবাহিত হল। তোমাৰ মঙ্গল হওক; এতিয়া টোপনি যোৱা, যাতে কাইলৈ বাটত আমাৰ একো বিঘিনি নঘটে। চোৰাঁ, গছলতা আদিয়ে নিষ্পন্দ হৈ থিয় দি আছে, পশু-পক্ষীয়ে নিজ নিজ বাঁহত আশ্ৰয় লৈ নিলীন হৈছে, ৰাতিৰ অন্ধকাৰে চাৰিওফালে ব্যাপি পৰিছে, চাই থাকোঁতে থাকোঁতেই অৰ্ধপ্ৰহৰ ৰাত্ৰি উত্তীৰ্ণ হল আৰু গগনমণ্ডল নয়নসদৃশ নক্ষত্ৰ আৰু তাৰকামালাৰ জ্যোতিৰে উদ্ভাসিত হল; অলপতে পৃথিবীৰ অন্ধকাৰ দূৰ কৰি চন্দ্ৰ উদিত হব আৰু নিজ প্ৰভাৰ গুণত প্ৰাণীসমূহৰ মন আনন্দিত কৰিব; কেবল যক্ষ, ৰক্ষ আৰু মাংসাশী নিশাচৰ জীৱজন্তুৱেহে এই সময়ত ইফালে সিফালে বিচৰণ কৰি ফুৰে।" ১৩-১৮

এই বুলি কৈ মহাতেজস্বী মুনি বিশ্বামিত্ৰ বিৰত হোৱাত আন সকলো ঋষিয়ে 'সাধু' 'সাধু' বুলি প্ৰশংসা কৰি বন্দনা জনাই কলে, "কুশিকসকলৰ এই বংশ সদায় ধৰ্মপৰায়ণ আৰু কুশবংশজাত ৰজাগণো ব্ৰহ্মাৰ সদৃশ মহাত্মা। তাৰ ভিতৰতে হে মহাযশঃশালী বিশ্বামিত্ৰ, বিশেষকৈ আপুনি। নদীসমূহৰ ভিতৰত শ্ৰেষ্ঠা এই কৌশিকী নৈও আপোনালোকৰ কুল উজ্জ্বলকাৰিণী।" ১৯-২১

শ্ৰেষ্ঠ মুনিসকলৰ দ্বাৰা এইদৰে প্ৰশংসিত হৈ প্ৰীতমনে কুশিকাত্মজ বিশ্বামিত্ৰই অস্তাচলগামী অংশুমালী সূৰ্য্যৰ দৰে নিদ্ৰাৰ আশ্ৰয় ললে; আৰু লগে লগে সুমিত্ৰানন্দন লক্ষ্মণে সৈতে ৰামেও বিস্ময়ান্বিত হৈ মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক প্ৰশংসা কৰি টোপনি গল। ২২-২৩

ইতি চতুস্ত্ৰিংশ সৰ্গ সমাপ্ত

## পঞ্চত্রিংশ সৰ্গ (৩৫)

### গঙ্গা আৰু উমাৰ উৎপত্তি বৰ্ণনা

ৰাতিৰ কালটো মহৰ্ষিসকলৰ লগত শোণানদীৰ তীৰত কটাই নিশা প্ৰভাত হলত ঋষি বিশ্বামিত্ৰই কব ধৰিলে, "হে ৰাম, ৰাতি পুৱাইছে, সন্মুখত সন্ধ্যা উপস্থিত। এতিয়া উঠা, তোমাৰ মঙ্গল হওক, যোৱাৰ কাৰণে সাজু হোৱা।" ঋষিৰ কথা শুনি ৰামে পৌৰ্ব্বাহ্নিক কাৰ্য্য শেষ কৰি যাবলৈ প্ৰস্তুত হৈ কলে, "ব্ৰহ্মণ, পবিত্ৰোদকা এই শোণা নৈ বৰ দ আৰু বালিৰ চৰে পৰিপূৰ্ণ। কোন পথেদি এই নৈ পাৰ হম ?" ৰামে এইদৰে সোধাত বিশ্বামিত্ৰই কলে, "মহৰ্ষিসকলে যি বাটেদি গৈছিল, মইও সেই বাটেদিয়ে তোমালোকক নিম।" এইদৰে বহুদূৰ ঠাই অতিক্ৰম কৰি যোৱাৰ পিচত দিনৰ আদ্‌খিনি কাল শেষ হোৱাত তেওঁলোকে মুনিগণ-সেবিত নদীশ্ৰেষ্ঠ জাহ্নবী নৈক দেখা পালে। পুণ্য-সলিলা গঙ্গা নদীত হংস সাৰস আদি পক্ষীকুল ক্ৰীড়াৰত হৈ থকা দেখি ৰাঘৱে সৈতে মুনিসকল পৰম আনন্দিত হল। গঙ্গাৰ তীৰতে আটাইখনে বিশ্ৰাম লবলৈ বহি স্নানাদি কাৰ্য্য সমাপন কৰি বিধি অনুসৰি পিতৃদেৱতাসকলৰ অৰ্থে তৰ্পণ কৰিলে। তাৰ পিচত অগ্নিহোত্ৰাদি কাৰ্য্য সমাপন কৰি হুতাবশিষ্ট অমৃতসদৃশ ঘিঁ পান কৰি পবিত্ৰভাবে আনন্দিত চিত্তে জাহ্নবীৰ তীৰত মহাত্মা বিশ্বামিত্ৰৰ চাৰিও ফালে নিয়ম অনুসৰি সকলোটিয়ে নিজ নিজ ভাগৰ আসনত বহি ললে। ৰাম-লক্ষ্মণেও যথাযোগ্য স্থানত উপবেশন কৰি প্ৰহৃষ্টচিত্তে বিশ্বামিত্ৰক সুধিলে—

"ভগবন, ত্ৰিপথগা এই গঙ্গা নদীৰ বিষয়ে শুনিবলৈ মোৰ ইচ্ছা হৈছে—কি প্ৰকাৰে তিনিও লোকক আগুৰি নদ-নদীসকলৰ অধিপতি হৈ আছে— এই সকলো কথা মোক কওঁক।"

ৰামৰ কথা শুনি মহামুনি বিশ্বামিত্ৰই গঙ্গাৰ উৎপত্তি আৰু বৃদ্ধিৰ বিষয়ে কবলৈ আৰম্ভ কৰিলে। ১-১২

"হে ৰাম, পৰ্ব্বতশ্ৰেষ্ঠ হিমবান সকলো ধাতুৰ আকৰ। তেওঁৰ অতুলনীয়-ৰূপবতী দুগৰাকী কন্যা আছিল। সুমধ্যমা সুৰূপা মেৰুপৰ্ব্বত-দুহিতা মেনা তেওঁৰ প্ৰিয়া পত্নী, আৰু কন্যা দুজনাৰ জননী। মেনাৰ দুয়োজনী কন্যাৰ ভিতৰত গঙ্গা জ্যেষ্ঠা আৰু উমা কনিষ্ঠা। দেৱতাসকলে তেওঁলোকৰ কাৰ্য্যসিদ্ধিৰ বাবে ত্ৰিপথগা গঙ্গাক শৈলেন্দ্ৰ হিমালয়ৰ ওচৰত ভিক্ষা মগাত হিমালয়ে লোকপাবনী স্বচ্ছন্দ-



গামিনী গঙ্গাক তিনিওলোকৰ হিতৰ অৰ্থে ধৰ্ম্মমতে দান কৰিলে। তেতিয়া ত্ৰিলোকহিতকাৰী দেৱগণে গঙ্গাক গ্ৰহণ কৰি কৃতাৰ্থ হৈ আনন্দিত চিত্তে বিদায় ললে। হে ৰঘুনন্দন, হিমালয়ৰ আন যিজনা কন্যা আছিল তেওঁ উগ্ৰ ব্ৰত আচৰণ কৰি তপস্যা আৰম্ভ কৰে। শৈলশ্ৰেষ্ঠ হিমবানে উগ্ৰতপোনিষ্ঠা সৰ্ব্বলোকনমস্কৃতা কন্যা উমাক তেওঁৰ ধ্যানৰ পতি ৰুদ্ৰৰ হাতত সমৰ্পণ কৰিলে। হে ৰাঘৱ, এই দুই জনাই সৰ্ব্বলোকনমস্কৃতা শৈলৰাজ কন্যা—গঙ্গা, নদীসমূহৰ ভিতৰত শ্ৰেষ্ঠা, আনজনা উমা। হে বৎস, ত্ৰিপথগামিনী পাপবিনাশিনী জলবাহিনী গঙ্গা প্ৰথমতে আকাশ মাৰ্গত প্ৰবেশ কৰি পিচত সুৰলোকত প্ৰবেশ কৰে; এই সকলো কথা মই তোমাক বিবৰি কলোঁ।" ১৩-২২

ইতি পঞ্চত্ৰিংশ সৰ্গ সমাপ্ত।

## ষট্‌ত্ৰিংশ সৰ্গ (৩৬)

### শিৱ-পাৰ্ব্বতীৰ ৰতিক্ৰিয়াৰ বৰ্ণনা

উপৰোক্ত কথা কৈ বিৰত হোৱাত ৰাম আৰু লক্ষ্মণ উভয়ে মুনিবৰৰ কথাত আনন্দ প্ৰকাশ কৰি কলে, "হে ব্ৰাহ্মণ, আপোনাৰ এই উক্তি পৰম ধৰ্ম্মপূৰ্ণ। এতিয়া শৈলৰাজৰ জ্যেষ্ঠা কন্যাৰ বিষয়ে দিব্য আৰু মনুষ্য সম্বন্ধীয় কথা বহলাই কওঁক, যিহেতু এই সকলো কথা বিস্তাৰিত ভাবে আপোনাৰ জনা আছে। লোক-পাবনী গঙ্গা কি কাৰণত ভূঃ ভুবঃ আৰু স্বৰ্ এই তিনিও লোকতে প্ৰবাহিত হৈছে আৰু কিয়ই বা ত্ৰিপথগা বুলি জনাজাত হৈ নদীসকলৰ ভিতৰত শ্ৰেষ্ঠা বুলি খ্যাতি লাভ কৰিছে আৰু তিনিও জগততে তেওঁৰ কাৰ্য্যই বা কি ? এই সকলো কথা বিস্তাৰিত ভাবে কওঁক।" কাকুৎস্থৰ কথা শুনি তপোধন বিশ্বামিত্ৰই ঋষিসকলৰ মাজত সকলো কথা বৰ্ণাব ধৰিলে—"ৰাম, আগৰ দিনত শিতিকণ্ঠ মহাতপা ৰুদ্ৰৰ বিবাহকাৰ্য্য সম্পাদন হোৱাৰ পিচত দেৱী উমাৰ লগত মৈথুন কাৰ্য্যত আবদ্ধ হৈ থাকোঁতে দিব্য এশ বছৰ অতীত হল। কিন্তু হে পৰন্তপ ৰাম, তথাপি তেওঁৰ পুত্ৰ নোপজিল। তেতিয়া 'যদিহে মহাদেব আৰু উমাৰ এই ৰতিক্ৰিয়াৰ ফলত

কোনো সন্তান জন্মগ্ৰহণ কৰে, তেন্তে তেওঁৰ বীৰ্য্যৰ প্ৰভাৱ সহ্য কৰোঁতা কোনো নহব'—ইয়াকে ভাবি পিতামহ প্ৰমুখ্যে দেৱগণে শিৱৰ ওচৰ চাপি প্ৰণিপাত-পূৰ্ব্বক কব ধৰিলে, 'হে দেৱদেৱ মহাদেৱ, আপুনি লোকসমূহৰ হিতসাধনত ৰত। দেৱতাসকলে আপোনাক প্ৰণিপাত জনাইছে, আপুনি প্ৰসন্ন হওক! হে সুৰোত্তম, আপোনাৰ তেজঃ প্ৰভাৱ ( উমা আৰু আপোনাৰ ৰতিক্ৰীড়াৰ ফলত উৎপন্ন ( তেজঃ প্ৰভাৱ ) লোকসমূহে ধাৰণ কৰিব নোৱাৰিব; অতএব দেৱীয়ে সৈতে আপুনি ব্ৰহ্মবিষয়ক চিন্তাত মগ্ন হৈ তপশ্চৰ্য্যা কৰক। তিনিওজগতৰ হিতৰ অৰ্থে আপোনাৰ বীৰ্য্য ( তেজঃ ) আপোনাতে ধাৰণ কৰি এই লোকসমূহক ৰক্ষা কৰক; জগত ধ্বংস নকৰিব।" ১-১১

দেৱতাসকলৰ কথা শুনি সৰ্ব্বলোকমহেশ্বৰ শিৱে 'তথাস্তু' বুলি কৈ দেৱতাসকলক উদ্দেশ্য কৰি কলে "উমাৰে সৈতে মোৰ এই তেজঃ মই আপোনাতে ধাৰণ কৰিম। দেৱতাসকল আৰু পৃথিবী উভয়েই তাৰপৰা শান্তি লাভ কৰক। কিন্তু হে দেৱগণ, মোৰ অনুত্তম যি বীৰ্য্য ( ইতিমধ্যে ) ক্ষুব্ধ হৈ মোৰ পৰা নিঃসৃত হৈছে তাক কোনে ধাৰণ কৰিব, আপোনালোকে কওঁক।" ১২-১৪

এই কথা শুনি দেৱতাসকলে বৃষভধ্বজ মহাদেৱক কলে, "আপোনাৰ এই ক্ষুব্ধ তেজ ( ৰেতঃ ) পৃথিবীয়ে ধাৰণ কৰিব।" দেৱতাসকলৰ এই উত্তৰত অসীম বীৰ্য্যশালী সুৰপতি মহাদেৱে তেওঁৰ ক্ষুব্ধ ৰেতঃ এৰি দিয়াত গিৰি-কাননে সৈতে সমগ্ৰ পৃথিৱী তাৰ দ্বাৰা পৰিব্যপ্ত হল। তেতিয়া দেৱগণে হুতাশনক সম্বোধন কৰি কলে, "হে অগ্নি, বায়ুৰে সৈতে তুমি এই ৰৌদ্ৰ তেজত প্ৰবেশ কৰা।" সেই কথামতে তেজঃ অগ্নিৰে সৈতে সংমিশ্ৰিত হোৱাত তাৰ পৰা সূৰ্য্যাগ্নিসন্নিভ দিব্য শৰবন আৰু শ্বেত পৰ্ব্বত উৎপন্ন হল আৰু তাতেই অগ্নিৰ পৰা কাৰ্ত্তিকৰ জন্ম হল। তেতিয়া ঋষিগণে সৈতে দেৱতাসকলে পৰম আনন্দচিত্তে উমা আৰু শিৱক স্তুতি কৰিব ধৰিলে। কিন্তু শৈলসুতা উমা ক্ৰোধান্বিতা হৈ আৰক্তলোচনে দেৱতাসকলক সম্বোধন কৰি কব ধৰিলে, "যিহেতু পুত্ৰ কামনা কৰি মহাদেৱৰ লগত সহবাসত আবদ্ধ থকা কালতে তোমালোকে বাধা প্ৰদান কৰিলা, এতেকে তোমালোকেও নিজ নিজ পত্নীত অপত্য উৎপাদন কৰিব নোৱাৰিবা। আজিৰপৰা তোমালোকৰ পত্নীসকল নিঃসন্তান হব।" দেৱতাসকলক এইদৰে অভিশাপ দিয়াৰ পিচত পৃথিবীকো শাপ দি কলে, "হে পৃথিবী, আজিৰ পৰা তুমিও একেৰূপতে থাকিব নোৱাৰিবা ( এদৰা ভূমিতে বহু বীজৰ ফল-প্ৰসবিনী হবা ) আৰু তুমি একাধিক অধিপতিৰ ভোগ্যা হবা। হে দুৰ্ম্মতি পৃথ্বী, যিহেতু মোৰ পুত্ৰলাভ হওক এই কথাটোত তুমিও ইচ্ছা প্ৰকাশ নকৰি মোৰ ক্ৰোধৰ সৃষ্টি কৰিলা, এতেকে মোৰ



এই অভিশাপৰ দ্বাৰা কলুষিতা হৈ তুমি পুত্ৰৰ পৰা পাবলগা সুখৰ পৰা বঞ্চিত হবা।* ১৫-২৪

তেতিয়া সুৰপতি মহাদেৱে উমাৰ শাপত দেৱগণ আৰু পৃথিবী সকলোকে পীড়িত হোৱা দেখি বৰুণ পালিত পশ্চিম দিশলৈ যাত্ৰা কৰিলে। তালৈ গৈ পৰ্ব্বতৰ উত্তৰ ফালে হিমালয়ৰ শৃঙ্গত দেৱী উমাৰে সৈতে তপস্যাত মন দিলে। ২৫-২৬

হে ৰাম, শৈল-দুহিতা উমাৰ সবিশেষ বিৱৰণ তোমাক কলোঁ। এতিয়া লক্ষ্মণে সৈতে গঙ্গাৰ প্ৰভাৱৰ কথা মোৰপৰা শুনা। ২৭

**ইতি ষট্‌ত্ৰিংশ সৰ্গ সমাপ্ত।**

## সপ্তত্ৰিংশ সৰ্গ (৩৭)

## কাৰ্ত্তিকেয়ৰ উৎপত্তি

মহাদেৱ তপস্যাৰত হলত ইন্দ্ৰাদি দেৱতাগণে অগ্নিক সন্মুখত লৈ তেওঁলোকৰ বাবে সেনাপতি পাবলৈ ইচ্ছা কৰি প্ৰণিপাতপূৰ্ব্বক ভগবান পিতামহক কলে, "হে দেৱ, যিজনে সেনাপতিৰ বীজ দান কৰিলে তেওঁ এতিয়া উমাৰে সৈতে তপস্যাত মগ্ন। ইয়াৰ পিচত লোকসমূহৰ হিতৰ অৰ্থে আপুনি যিটো কৰ্ত্তব্য বুলি বিবেচনা কৰে তাকে কৰক, আপুনি বিধাতা আৰু আমালোক সকলৰ পৰম গতি।" ১-৪

দেৱতাসকলৰ কথা শুনি সৰ্ব্বলোক-পিতামহে মধুৰ বাক্যেৰে দেৱতাসকলক কলে," হে দেৱগণ, শৈলসুতা উমাই যি দৰে কৈছে সেই অনুসৰি তোমালোকৰ নিজ নিজ পত্নীত সন্তান উৎপন্ন নহব। তেওঁৰ কথা অব্যৰ্থ, তাত অকণো সংশয় নাই। যি আকাশীগঙ্গা তোমালোকে দেখিছা, অগ্নিয়ে তেওঁত পুত্ৰ উৎপন্ন কৰক আৰু তেতিয়া তেওঁৰেই দেৱতাসকলৰ শত্ৰুদমণকাৰী সেনাপতিৰ জন্ম হব। গঙ্গা শৈল-দুহিতা দুজনাৰ জ্যেষ্ঠা, অতএব† উৎপন্ন এই সন্তানক তেওঁ মানি লব আৰু উমাইয়ো নিঃসন্দেহে তেওঁৰ প্ৰতি চেনেহ প্ৰীতি দেখুৱাব।" হে ৰঘুনন্দন, পিতামহৰ এই কথা

* বৰাহ অবতাৰত বৰাহৰূপে বিষ্ণুৰ ঔৰষত পৃথিবীৰ পুত্ৰ নৰকাসুৰৰ জন্ম। কৃষ্ণ অবতাৰত কৃষ্ণৰ হাতত এই নৰকাসুৰৰ বধ হয়। এই আখ্যানত এই কথাটোকে উল্লেখ কৰা হৈছে।

† উমা আৰু মহাদেৱৰ মিলনত স্খলিত বীৰ্য্যৰ পৰা উৎপন্ন এই সন্তানক।

শুনি দেৱতাসকল কৃতাৰ্থ হৈ তেওঁক পূজা অৰ্চ্চনাদি কৰিলে। তেতিয়া দেৱতাসকল সৰ্ব্বধাতু সুশোভিত কৈলাস পৰ্ব্বতলৈ গৈ পুত্ৰৰ অৰ্থে অগ্নিক নিয়োগ কৰি কলে, “হে দেৱহুতাশন, দেৱতাসকলৰ হিতৰ অৰ্থে মহাশক্তিসম্পন্ন সদাশিৱৰ এই বীৰ্য্য শৈলদুহিতা গঙ্গাত নিক্ষেপ কৰা।” সেইমতে স্বীকাৰ কৰি অগ্নিয়ে গঙ্গাৰ ওচৰ চাপি কলে, “হে দেবি, দেৱতাসকলৰ ইচ্ছা যে আপুনি গৰ্ভধাৰণ কৰক।” অগ্নিৰ কথামতে দেৱীয়ে দিব্যৰূপ ধাৰণ কৰিলে। তেওঁৰ সেই দিব্যৰূপ দেখি অগ্নিয়ে শিৱবীৰ্য্য তাত নিক্ষেপ কৰিলে আৰু তাতেই* স্ৰোতসমূহ পৰিপূৰ্ণ হল। গৰ্ভস্থিত শিৱতেজৰ জুইয়ে সৰ্ব্বশৰীৰ দগ্ধ কৰা দেখি ব্যথিতচিত্তে গঙ্গাই সৰ্ব্বদেৱপূজ্য অগ্নিক কলে, “আপোনাৰ প্ৰক্ষিপ্ত এই তেজ মই ধাৰণ কৰি ৰাখিব নোৱাৰোঁ।” এই কথা শুনি অগ্নিয়ে কলে, “হিমালয়ৰ দাঁতিত ইয়াতেই আপুনি আপোনাৰ গৰ্ভ সংৰক্ষণ কৰক।” হে অনঘ, অগ্নিৰ কথামতে দিব্যৰূপধাৰী গঙ্গাই স্ৰোতসমূহৰ পৰা বীৰ্য্যৰূপ অতিশয় জ্যোতিৰ্ম্ময় গৰ্ভ উলিয়াই থলে। গৰ্ভনিঃসৃত তপ্তসুবৰ্ণসদৃশ প্ৰভাশালী এই বস্তু ভূমিস্থ হৈয়েই সেই ভূমিসংলগ্ন বস্তুজাত সুবৰ্ণময় কৰিলে, তাৰে ওচৰৰ বস্তুজাত ৰৌপ্যময়, আৰু তীক্ষ্ণতা অনুসৰি তাৰ ওচৰৰ খিনি তাম্ৰময় আৰু লৌহময় কৰিলে। গৰ্ভজাত বস্তুৰ মলৰ পৰা টিন আৰু সীহ উৎপন্ন হল। এইদৰে গৰ্ভ পৃথিৱীস্থ হৈ নানাবিধ ধাতুৰ বৃদ্ধি সাধন কৰিলে। গৰ্ভ নিক্ষিপ্ত হোৱাৰ লগে লগে তাৰ তেজতে সেই পৰ্ব্বত সংলগ্ন বনভাগ সুবৰ্ণময় হল। হে ৰাঘৱ, সেইসময়ৰ পৰা জাত বস্তুৰ ৰূপৰ পৰা উৎপন্ন বুলি অগ্নিসদৃশ প্ৰভাযুক্ত সুবৰ্ণৰ নাম হল জাতৰূপ। ৫-২২

এইদৰে যেতিয়া কুমাৰ† উপজিল তেতিয়া মৰুৎগণে সৈতে ইন্দ্ৰাদি দেৱতাগণে দুগ্ধ যোগাবলৈ কৃত্তিকা আদি নক্ষত্ৰসমূহক নিয়োগ কৰিলে। নক্ষত্ৰসমূহেও জাত-বালক আমালোক সকলোৰে পুত্ৰ হব এই সিদ্ধান্তত উপনীত হৈ দেৱতাসকলৰ লগত বুজবাজ কৰি দুগ্ধপান কৰাবলৈ ধৰিলে। তেতিয়া দেৱতাসকলে কলে, “এই পুত্ৰ কাৰ্ত্তিকেয় নামে অভিহিত হৈ ত্ৰৈলোক্য বিখ্যাত হব।” দেৱতাসকলৰ এই কথা শুনি নক্ষত্ৰসকলে শিৱ আৰু উমাৰ স্খলিত বীৰ্য্য গঙ্গাৰ গৰ্ভৰ পৰা নিঃসৃত হৈ অতিশয় শ্ৰীসম্পন্ন অনল সদৃশ দীপ্যমান হোৱাত তেওঁলোকে পানীৰে তাক ধোৱালে। হে কাকুৎস্থ, তেতিয়া দেৱতাসকলে স্কন্নৰ (শিৱ আৰু উমাৰ স্খলিত বীৰ্য্যৰ) পৰা উৎপন্ন বুলি অনলোপম মহাবাহু কাৰ্ত্তিকেয়ৰ নাম থলে স্কন্দ। তাৰ পাচত কৃত্তিকাদি ছয় নক্ষত্ৰৰ শৰীৰত অনুত্তম দুগ্ধ উৎপন্ন হল আৰু জাতবালকে ষড়ানন নাম লৈ ছয়োখন মুখে সেই স্তনজ দুগ্ধ পান কৰিলে। আৱশ্যকীয় দুগ্ধ

* স্ৰোত=নাড়ী।

† ৰুদ্ৰৰ তেজৰ পৰা উৎপন্ন বস্তুৱে ক্ৰমে আকাৰ ধাৰণ কৰি কুমাৰৰ ৰূপ ললে।



বালকে ছয় মুখেৰে এদিন মাত্ৰ পান কৰিয়ে সুকুমাৰ বপু ধাৰণ কৰিলে আৰু নিজ বীৰ্য্যেৰে দৈত্যসৈন্যগণক পৰাভূত কৰিলে। এইদৰে সমগ্ৰ অসুৰ সৈন্যৰ ওপৰত জয়লাভ কৰা দেখি দেৱগণে মহাদ্যুতিসম্পন্ন কাৰ্ত্তিকেয়ক দেৱতাসকলৰ সেনাপতি পদত অভিষিক্ত কৰিলে। ২৩-৩০

হে ৰাম, মই গঙ্গাৰ উপাখ্যান বহলাই তোমাক কলোঁ আৰু লগতে ধন্য আৰু পুণ্য কুমাৰসম্ভৱৰ আখ্যানো কোৱা হল। হে কাকুৎস্থ, পৃথিৱীত যিজনে কাৰ্ত্তিকেয়ৰ প্ৰতি শ্ৰদ্ধান্বিত হব তেওঁ পুত্ৰ-পৌত্ৰে সৈতে দীৰ্ঘ আয়ুষ্কাল ভোগ কৰি স্কন্দৰ লগত এক স্থানতে বসতিলাভ কৰিব। ৩১-৩২

**ইতি সপ্তত্ৰিংশ সৰ্গ সমাপ্ত।**

## অষ্টত্ৰিংশ সৰ্গ (৩৮)

## সগৰ ৰজাৰ উপাখ্যান

কৌশিক বিশ্বামিত্ৰই ৰামৰ আগত মধুৰ এই আখ্যান বৰ্ণনা কৰি আন এটা আখ্যানৰ অৱতাৰণা কৰি কব ধৰিলে, “হে বীৰ, আগৰ দিনত সগৰ নামে অযোধ্যা দেশত এজন ৰজা আছিল। তেওঁ ধৰ্ম্মাত্মা আৰু অপুত্ৰক কিন্তু প্ৰজাবৰ্গৰ হিতাকাঙ্ক্ষী। বিদৰ্ভ ৰাজকন্যা কেশিনী তেওঁৰ জ্যেষ্ঠা মহিষী। তেওঁ ধৰ্ম্মিষ্ঠা আৰু সত্যবাদিনী। সগৰ ৰজাৰ দ্বিতীয়া মহিষী সুমতি। তেওঁ অৰিষ্টনেমি কশ্যপৰ দুহিতা আৰু সুপৰ্ণ (গৰুড়)ৰ ভগিনী। ১-৪

মহাৰাজ সগৰে এই দুগৰাকী মহিষীৰে সৈতে হিমালয় পৰ্ব্বতলৈ গৈ তাৰ পাদদেশত ভৃগু-প্ৰস্ৰবণ নামে ঠাইত তপস্যা আৰম্ভ কৰিলে। তপস্যা কৰোঁতে এশ বছৰকাল পূৰ্ণ হোৱাত সত্যবাদী সকলৰ বৰেণ্য ভৃগুমুনিয়ে আৰাধনাত তুষ্ট হৈ ৰজা সগৰক বৰ দান কৰিলে, “হে অনঘ, তুমি বহু সন্তানৰ অধিকাৰী হবা আৰু জগতত অতুলনীয় কীৰ্ত্তি লাভ কৰিবা। হে বৎস, তোমাৰ মহিষী দুজনাৰ এজনাৰ একেটি মাত্ৰ পুত্ৰ হব—যাৰপৰা তোমাৰ বংশ চিৰস্থায়ী হব আৰু আন জনাৰ পৰা ষাঠি হাজাৰ পুত্ৰ জন্মগ্ৰহণ কৰিব।” নৰশ্ৰেষ্ঠ মুনিয়ে এইদৰে কোৱাত ৰাজকন্যা দুজনাই তেওঁক প্ৰসন্ন কৰি কৃতাঞ্জলিপুটে প্ৰীতমনে কলে, “হে ব্ৰাহ্মণ, কোন জনাৰ এটা আৰু

কোন জনাৰ বা বহু পুত্ৰ উপজিব সেইটো শুনিবলৈ আমি ইচ্ছা কৰিছোঁ। হে ভগবন, আপোনাৰ বাক্য সত্য হওক।” তেওঁলোকৰ কথা শুনি পৰম ধাৰ্ম্মিক ভৃগুমুনিয়ে কলে, “এই বিষয়ে তোমালোকে নিজ ইচ্ছা অনুসৰি স্থিৰ কৰা, তোমালোক দুজনাৰ ভিতৰত কোন জনাই বংশবৃদ্ধিকাৰক এজন আৰু কোন জনাই মহাবলশালী মহোৎসাহী কীৰ্ত্তিমন্ত বহু পুত্ৰ লাভৰ বৰ গ্ৰহণ কৰিবা।”

হে ৰঘুনন্দন, মুনিবৰৰ কথা শুনি কেশিনীয়ে বংশৰক্ষক এজন পুত্ৰক কামনা কৰিলে আৰু সুপৰ্ণ ভগিনী সুমতিয়ে মহোৎসাহী কীৰ্ত্তিমন্ত ষাঠি হাজাৰ পুত্ৰ পাবলৈ ইচ্ছা কৰিলে। ইয়াৰ পিচত, হে ৰাঘৱ, ৰজাই ভাৰ্য্যা দুজনাৰে সৈতে ঋষিক প্ৰদক্ষিণ কৰি মূৰ দোঁৱাই প্ৰণাম কৰি নিজ পুৰীলৈ গল। ৫-১৫

তাৰ পিচত সময়ত জ্যেষ্ঠা মহিষী কেশিনীয়ে অসমঞ্জ নামে সগৰ ৰজাৰ এটা পুত্ৰ জন্ম দিলে আৰু সুমতীয়ে জন্ম দিলে এটা তুম্ব (কোমোৰা জাতীয়) ফল। এই তুম্ব ফল ভেদ কৰি ষাঠি হাজাৰ পুত্ৰ বাহিৰ হল। ধাত্ৰীয়ে ঘৃতপূৰ্ণ কলহত থৈ এই পুত্ৰসকলক ডাঙৰ কৰিলে আৰু সময়ত সকলোটি ডাঙৰ হৈ যৌবনত ভৰি দিলে। এইদৰেই বহুকালৰ পিচত ৰূপ আৰু যৌবনতে ভৰপুৰ ষাঠি হাজাৰ ল'ৰা সগৰ ৰজাৰ উপজিল। হে নৰশ্ৰেষ্ঠ ৰঘুনন্দন, সগৰাত্মজ যিজন জ্যেষ্ঠ অসমঞ্জ তেওঁ ৰাজ্যৰ ল'ৰাবিলাকক ধৰি ধৰি সৰযূ নদীৰ পানীত পেলাই দি সিহঁতক ডুব যোৱা দেখি মনত আনন্দ পাইছিল। তেওঁ এইদৰে পাপাচাৰযুক্ত আৰু সাধুজন-প্ৰপীড়ক হৈ পুৰবাসীসকলৰ অহিত কামত লিপ্ত হোৱা দেখি পিতাকে তেওঁক নগৰৰ পৰা নিৰ্ব্বাসিত কৰিলে। কিন্তু অসমঞ্জৰ অংশুমান নামে যিজন বীৰ্য্যশালী পুত্ৰ আছিল তেওঁ প্ৰিয়ম্বদ আৰু সৰ্ব্বজনপ্ৰিয় আছিল। ১৬-২৩

তাৰ পিচত, হে নৰশ্ৰেষ্ঠ, বহুত দিনৰ পিচত সগৰ ৰজাই যজ্ঞ কৰিব বুলি কৃতসংকল্প হৈ যজ্ঞবিদ্ উপাধ্যায় সকলে সৈতে যজ্ঞৰ কাম আৰম্ভ কৰিলে। ২৪

ইতি অষ্টত্ৰিংশ সৰ্গ সমাপ্ত।

## একোনচত্বাৰিংশ সৰ্গ (৩৯)

## সগৰৰ পুত্ৰসকলৰ উৎপত্তি

বিশ্বামিত্ৰৰ কথা শুনি কথাৰ শেহত ৰঘুনন্দন ৰামে পৰমপ্ৰীত হৈ জ্বলন্ত অনল সম দীপ্তিমান মুনিবৰক সুধিলে, “হে ব্ৰহ্মণ, আপোনাৰ মঙ্গল হওক ; মোৰ পূৰ্ব্বজ সগৰ ৰজাই কিদৰে যজ্ঞ সমাপন কৰিলে এই কথাটো বহলাই শুনিবলৈ মোৰ ইচ্ছা হৈছে।” ৰামৰ কথা শুনি আগ্ৰহে সৈতে হাঁহি এটি মাৰি মুনিয়ে কলে, “হে ৰাম, মহাত্মা সগৰৰ যজ্ঞৰ বিষয়ে বহলাই কওঁ শুনা—শঙ্কৰৰ শহুৰেক বিশ্ববিশ্ৰুত হিমালয় আৰু বিন্ধ্য উভয়েই সমানে ওখ হোৱাৰ কাৰণে মাজত দৃষ্টিনিৰোধক একো নথকাত পৰস্পৰে পৰস্পৰৰ ফালে চোৱাচুই কৰি থাকে। হে পুৰুষোত্তম, এই দুই পৰ্ব্বতৰ মাজত সেই যজ্ঞ আৰম্ভ হৈছিল। হে নৰশ্ৰেষ্ঠ, এই ঠাইখিনি যজ্ঞানুষ্ঠানৰ কাৰণে প্ৰশস্ত। হে কাকুৎস্থ, সগৰৰ নিৰ্দ্দেশমতে তেওঁৰ নাতি দৃঢ়ধন্বা মহাৰথ অংশুমানে যজ্ঞৰ ঘোঁৰাৰ পৰিচৰ্য্যা কৰি আছিল। পৰ্ব্বদিনৰ দিনা যজ্ঞ ধ্বংস কৰিবৰ মনে ইন্দ্ৰই ৰাক্ষসীৰ মূৰ্ত্তি ধাৰণ কৰি যজ্ঞীয় অশ্ব অপহৰণ কৰে। ঘোঁৰা হেৰালত উপাধ্যায়সকলে যজমান সগৰ ৰজাক কলে, “হে ৰাজন, যিহেতু পৰ্ব্বদিনত হঠাতে লৰালৰিকৈ যজ্ঞীয় অশ্ব অপহৰণ কৰিলে, অতএব হে কাকুৎস্থ, অপহৰণকাৰীক বধ কৰি ঘোঁৰা উদ্ধাৰ কৰি আনিবই লাগিব। নহলে তাৰপৰা যজ্ঞত ছিদ্ৰ হব আৰু তাৰপৰা আমালোক আটাইৰে অমঙ্গল হব। অতএব হে ৰাজন্, আপুনি তেনেবিধ কাৰ্য্য কৰক যাতে ছিদ্ৰবিহীন হৈ যজ্ঞ সুসম্পন্ন হয়।” ৰজাই যজ্ঞস্থলত উপাধ্যায়সকলৰ এই কথা শুনি তেওঁৰ ষাঠি হাজাৰ পুত্ৰক কলে, “হে পুত্ৰসকল, যদিও এই মহাযজ্ঞ মন্ত্ৰবলেৰে পবিত্ৰ হৈ মহাভাগ উপাধ্যায় সকলৰ দ্বাৰা অনুষ্ঠিত হৈছে, তথাপি ৰাক্ষসী মায়াত পৰি যদি কেনেবাকৈ যজ্ঞত ছিদ্ৰ হয় তেতিয়া হলে আমালোকৰ গতি নহব। অতএব হে পুত্ৰসকল, তোমালোক যোৱাঁ আৰু ঘোঁৰা অন্বেষণ কৰা। তোমালোকৰ মঙ্গল হওক। তোমালোক সমুদ্ৰবেষ্টিতা পৃথিবীৰ সকলো ঠাইলৈ যাবা, এক যোজন এক যোজনকৈ বিচাৰি চাবা। যদি পৃথিবীৰ ওপৰত পোৱা নাযায় তেন্তে ঘোঁৰা নোপোৱালৈকে মোৰ আদেশমতে অশ্বাপহৰণকাৰীক অনুসন্ধান কৰি পৃথিবী খনন কৰিবা। যজ্ঞত দীক্ষিত হৈ উপাধ্যায়গণ আৰু নাতিৰে সৈতে মই ঘোঁৰা উভতি অহা নেদেখালৈকে ইয়াতে ৰলোঁ।” ১-১৬

তেতিয়া মহাবলশালী ৰাজপুত্ৰসকলে আনন্দিত চিত্তে পিতাকৰ কথামতে কামত নিযুক্ত হৈ দীঘে পুতলে যোজন যোজনকৈ পৃথিবীৰ সকলো ঠাইলৈ গল। পৃথিবীৰ ওপৰত বিচাৰি নাপাই পুৰুষশ্ৰেষ্ঠ ৰাজপুত্ৰসকলে বজ্ৰসম হাতেৰে পৃথিবী ভেদ কৰিব ধৰিলে। হে ৰঘুনন্দন, বজ্ৰসম শূল আৰু নিদাৰুণ হালৰ দ্বাৰা বিদীৰ্ণা হৈ বসুমতীয়ে চিঞঁৰ বাখৰ লগালে আৰু বধ্যমান নাগ, অসুৰ, ৰাক্ষস আৰু আন প্ৰাণীসমূহৰ ভীষণ আৰ্ত্তনাদ উঠিল। হে ৰঘুনন্দন, ৰাজপুত্ৰ সকলে এইদৰে পৃথিবীৰ তলফালে ষাঠিহাজাৰ যোজন দূৰলৈ খান্দি পেলালে। হে নৃপশ্ৰেষ্ঠ ৰাম, ৰাজপুত্ৰ সকলে পৰ্ব্বত পৰিপূৰ্ণ জম্বুদ্বীপ খান্দি খান্দি চাৰিওফালে বিচৰণ কৰি ফুৰিব ধৰিলে।” ১৭-২২

তেতিয়া দেৱতা, গন্ধৰ্ব্ব, যক্ষ, ৰক্ষ, অসুৰ, পন্নগ সকলোৱে সন্ত্ৰস্ত হৈ মহাত্মা পিতামহৰ ওচৰলৈ গৈ তেওঁক প্ৰসন্ন কৰি ভীত চিত্তে কব ধৰিলে, “হে ভগবন্, সগৰৰ পুত্ৰসকলে সমগ্ৰ পৃথিবী খান্দিব ধৰিছে আৰু সিদ্ধগন্ধৰ্ব্বাদি মহাত্মা আৰু জলচৰ প্ৰাণী সমূহক বধ কৰিব ধৰিছে। এইজনেই আমাৰ যজ্ঞাশ্ব অপহৰণকাৰী, এইজনেই যজ্ঞাশ্ব চুৰি কৰিছে এই বুলি কৈ সমগ্ৰ প্ৰাণীসমূহকে বিনাশ কৰি ফুৰিব ধৰিছে।” ২৩-২৬

**ইতি একোনচত্বাৰিংশ সৰ্গ সমাপ্ত।**

## চত্বাৰিংশ সৰ্গ (40)

### যজ্ঞীয় অশ্বৰ অপহৰণ আৰু ষাঠিহাজাৰ পুত্ৰৰ বিনাশ।

দেৱতাসকলৰ কথা শুনি সুমন্ত্ৰদাতা ভগৱান পিতামহে নিখিল প্ৰাণীসংহাৰক সগৰপুত্ৰসকলৰ বলত ভীত আৰু মোহিত দেবগণক কলে, “যি বাসুদেৱৰ এই সমগ্ৰ পৃথিবী, যি শ্ৰীশক্তিসম্পন্ন মাধৱৰ এই ধৰণী মহিষী সদৃশ, ভগবান প্ৰভু তেওঁৱেই কপিলৰূপ ধাৰণ কৰি এই পৃথিবী ধাৰণ কৰি আছে। সগৰ-পুত্ৰসকল তেওঁৱেই কোপানলত পৰি দগ্ধ হব।* পৃথিবীৰ খনন আৰু সগৰ-পুত্ৰসকলৰ নিধন প্ৰতি-কল্পতে হৈ থকা এটা সনাতন ব্যাপাৰ আৰু দীৰ্ঘদৰ্শীলোকসকলে তাক সদায় দেখি

* বেদত সাগৰ শব্দ উল্লিখিত হোৱাৰ কাৰণে বুজিব লাগিব এই ব্যাপাৰ সনাতন আৰু প্ৰতিকল্পতে হৈ থাকে।



থাকে।” পিতামহৰ এই কথা শুনি তেত্ৰিশ দেৱতা* পৰম আনন্দিত হৈ যেনি আহিছিল তেনি গুচি গল। ১-৫

সগৰ-পুত্ৰসকলে পৃথিবী খান্দোতে যি মহান শব্দ উত্থিত হৈছিল, পৃথিবী খনা হোৱাৰ লগে লগে সেই শব্দ মাৰ গল। পৃথিবী খনা হলত সগৰৰ পুত্ৰসকলে সমবেত হৈ পিতাকৰ ওচৰলৈ গল আৰু তাত তেওঁক প্ৰদক্ষিণ কৰি কব ধৰিলে, “সমগ্ৰ পৃথিবী পৰিভ্ৰমণ কৰিলোঁ, দেৱতা, দানব, ৰাক্ষস, পিশাচ, উৰগ, পন্নগ আদি বলবন্ত প্ৰাণীসমূহ বধ কৰিলোঁ, কিন্তু সেই ঘোঁৰা বা ঘোঁৰাৰ অপহৰণকাৰীক কতো দেখা নাপালোঁ। হে পিতঃ, অপোনাৰ মঙ্গল হওক। এতিয়া আমি কি কৰিব লাগিব তাৰ উপায় বিচাৰি চাওঁক।” হে ৰঘুনন্দন, তেতিয়া ৰাজশ্ৰেষ্ঠ সগৰে তেওঁলোকৰ কথা শুনি ক্ৰোধতে অস্থিৰ হৈ কব ধৰিলে, “পুত্ৰসকল, তোমালোকৰ মঙ্গল হওক; তোমালোকে আকৌ খানিবলৈ লাগা। পৃথিবীৰ তলভাগ পৰ্য্যন্ত খানি অশ্বাপহৰণ-কাৰীক লগ পাই কাম সাধিহে উভতি আহিবা।” ৬-১১

মহাত্মা সগৰৰ নিৰ্দ্দেশমতে এই ষাঠিহাজাৰ পুত্ৰই ৰসাতললৈ লৰি গল। তালৈ গৈ খানি থাকোঁতে মহীতল ধাৰণ কৰি পৰ্বতসদৃশ বিৰূপাক্ষনামক দিগ্‌গজক দেখা পালে। হে ৰঘুনন্দন, এই বিৰূপাক্ষ মহান হস্তীয়ে পৰ্বত-কাননে সৈতে সমগ্ৰ পৃথিবীক মূৰত লৈ ধাৰণ কৰি আছে; সময়ত ক্লান্তি অনুভব কৰি জিৰণি লবলৈ বুলি মূৰ জোকাৰিলেই ভূমিকম্প হয়। সগৰৰ পুত্ৰসকলে দিক্‌পাল এই মহাগজক প্ৰদক্ষিণ কৰি তেওঁৰ প্ৰতি সম্মান দেখুৱাই ৰসাতল ভেদ কৰি তললৈ গল। এইদৰে পূৰ্বদিশ ভেদ কৰি দক্ষিণ দিক ভেদ কৰিলে। দক্ষিণ দিশতো সুমহান পৰ্বতসদৃশ মহাপদ্ম নামক মহাত্মা মহাগজক দেখিলে। তেৰোঁ পৃথিবীক ধাৰণ কৰি আছে। তাকে দেখি মহাত্মা সগৰৰ ষাঠিহাজাৰ পুত্ৰ বিস্ময়ান্বিত হৈ সেই মহাগজক প্ৰদক্ষিণ কৰি পশ্চিম দিক ভেদ কৰিলে। এই দিক ভেদ কৰি মহাবলী পুত্ৰসকলে সৌমনস নামে মহাপৰ্বতসদৃশ দিগ্‌গজক দেখা পালে। তেওঁক প্ৰদক্ষিণ কৰি কুশলবাৰ্ত্তা সুধি উত্তৰফালৰ দিক খানিবলৈ লাগিল। হে ৰঘুশ্ৰেষ্ঠ, উত্তৰ দিশত তেওঁলোকে ভদ্ৰ নামক শোভন শৰীৰবিশিষ্ট হিমাভশুভ্ৰ দিগ্‌গজে এই পৃথিবীক ধাৰণ কৰি থকা দেখা পালে। ষাঠিহাজাৰ পুত্ৰই তেওঁক প্ৰদক্ষিণ কৰি তেওঁৰ লগত আলাপ আলোচনা (কুশলবাৰ্ত্তা জিজ্ঞাসা) কৰাৰ পিচত পৃথিবীৰ তল ভাগ ভেদ কৰিলে। তাৰপৰা সুপ্ৰসিদ্ধ পূব-উত্তৰফালে গতি কৰি খঙতে জ্বলিপকি সকলোটিয়ে মিলি পৃথিবী খানিবলৈ ধৰিলে। ১২-২৪

ক্ৰমে এইদৰে গৈ মহাশক্তিশালী ভীমবেগশালী পুত্ৰসকলে কপিলৰূপধাৰী

* তেত্ৰিশ দেবতা—অষ্ট বসু, একাদশ ৰুদ্ৰ, দ্বাদশ আদিত্য আৰু অশ্বিনীকুমাৰ দুজন।

সনাতন বাসুদেৱক দেখা পালে আৰু ঘোঁৰাটোকো তেওঁৰে ওচৰত বিচৰণ কৰি থকা লগ পালে। হে ৰঘুনন্দন, তেতিয়া তেওঁলোকৰ মনত অসীম আনন্দ উপস্থিত হল। তেওঁবিলাকে তেওঁকেই যজ্ঞবিঘাতক বুলি জানি ক্ৰোধতে ৰক্তাক্তনয়ন হৈ খন্তা, লাঙল, নানাবিধ গছ শিল আদি হাততলৈ "ৰ', ৰ' তইয়ে আমাৰ এই যজ্ঞীয় ঘোঁৰা অপহৰণ কৰিছ, হে দুষ্টবুদ্ধি, বুজি ল সগৰ ৰজাৰ পুত্ৰ আমি এতিয়া উপস্থিত—এই বুলি কৈ খঙতে খেদা দিলে। হে ৰঘুনন্দন, তেওঁলোকৰ এই উক্তি শুনি ভগবান কপিলে ক্ৰোধতে জ্বলি উঠি হুঙ্কাৰ কৰি উঠিল। হে কাকুৎস্থ, অতুলনীয় মহাত্মা কপিলৰ সেই হুঙ্কাৰতে সগৰ ৰজাৰ সকলোটি পুত্ৰ ভস্মীভূত হল। ২৫-৩০

**ইতি চত্বাৰিংশ সৰ্গ সমাপ্ত।**

## একচত্বাৰিংশ সৰ্গ (৪১)

## অংশুমানৰ দ্বাৰা যজ্ঞীয় ঘোঁৰাৰ উদ্ধাৰ

হে ৰঘুনন্দন, পুত্ৰসকল বহুদিন আগতে গৈয়ো তেতিয়াও উভতি নহাত ৰজা সগৰে নিজ তেজোবলে দীপ্তিমান হৈ থকা নাতিক কলে, "হে পৌত্ৰ, তুমি বীৰ আৰু কৃতবিদ্য ; তুমি তোমাৰ পিতৃসকলৰ গতি অন্বেষণ কৰা আৰু কোনে ঘোঁৰা অপহৰণ কৰিছে খবৰ লোৱা। পৃথিবীৰ ভিতৰত অতিশয় বীৰ্য্যশালী মহা মহা প্ৰাণীসমূহ আছে। সেইবোৰৰ হাতৰপৰা ৰক্ষা পাবলৈ এই খড়্গ আৰু ধনু হাতত লোৱাঁ। বাটত পূজনীয়সকলক অভিবাদন জনাবা আৰু যি সকলে বিধিপথালি দিব তেনেকুৱা বোৰক বধ কৰি কৃতকাৰ্য্য হৈ উভতি আহা আৰু যজ্ঞ সম্পাদনৰ সহায়ক হোৱা।" মহাত্মা সগৰে এইদৰে কোৱাত তেওঁৰ আদেশমতে ক্ষিপ্ৰগতি অংশুমানে হাতত ধনু আৰু খড়্গ লৈ ওলাল। শেহত মহাত্মা পিতৃগণে খনা ভূমধ্যলৈ যোৱা বাট পালে গৈ। সেই বাটেদি গৈ গৈ মহাতেজা অংশুমানে দেৱ, দানৱ, ৰক্ষ, পিশাচ, পতগ, উৰগ আদি জীবসকলৰ পূজিত দিগ্‌গজক দেখা পালে। তেওঁক প্ৰদক্ষিণ কৰি মঙ্গল বাতৰি লোৱাৰ পিচত তেওঁ পিতৃগণ আৰু অশ্বাপহাৰীৰ সম্বাদ সুধিলে। প্ৰত্যুত্তৰত মহামতি দিগ্‌গজে কলে, "হে অসমঞ্জ-তনয়, তুমি তোমাৰ কামত সফল হৈ সোনকালে ঘোঁৰা লৈ আহিবা।" তেওঁৰ এই কথা শুনি অংশুমানে প্ৰত্যেকটি দিগ্‌গজকে ক্ৰম অনুসৰি যথাবিধি এইদৰে প্ৰশ্ন কৰাত দেশ কাল পাত্ৰ ভেদে বাক্য প্ৰয়োগ-কুশল দিগ্‌গজসকলে একে কথাকে কলে যে তেওঁ স-সম্মানে ঘোঁৰাৰে সৈতে উভতি আহিব



পাৰিব। তেওঁবিলাকৰ এই কথা শুনি ক্ষিপ্ৰগতি অংশুমানে গৈ য'ত সগৰৰ পুত্ৰ তেওঁৰ পিতৃসকল ভস্মীভূত হৈ আছিল সেই ঠাই পালে গৈ। ১-১২

তাকে দেখি অসমঞ্জ-সুত অংশুমানে শোকাভিভূত হৈ পিতৃসকলৰ মৃত্যুৰ কাৰণে দুখতে আৰ্ত্তস্বৰে কান্দিব ধৰিলে, আৰু শোকে দুখে যজ্ঞীয় ঘোঁৰাটোও ওচৰতে বিচৰণ কৰি থকা দেখিলে। তেতিয়া মহাতেজস্বী তেওঁ পিতৃগণৰ কাৰণে জলতৰ্পণ কৰিবলৈ ইচ্ছা কৰি পানী বিচাৰি ক'তো জলাশয় দেখা নাপালে। হে ৰাম, তেতিয়া তেওঁ বিচক্ষণ দৃষ্টিশক্তি প্ৰসাৰ কৰি পিতৃসকলৰ মাতুল খগাধিপতি বায়ুসম বেগবান গৰুড়ক দেখা পালে। ১৩-১৬

বিনতাপুত্ৰ মহাবলশালী গৰুড়ে কলে, "হে নৰশ্ৰেষ্ঠ, তুমি শোক নকৰিবা। তেওঁলোকৰ এই মৃত্যু *লোকহিতৰ অৰ্থে। মহাবলী এই পুত্ৰগণ অতুল শক্তিসম্পন্ন কপিল কৰ্তৃক দগ্ধ। অতএৱ হে প্ৰাজ্ঞ, তুমি লৌকিক প্ৰথামতে তেওঁলোকৰ অৰ্থে জলতৰ্পণ দিব নোৱাৰা। হে পুৰুষশ্ৰেষ্ঠ মহাৰাজ অংশুমান, হিমালয়ৰ জ্যেষ্ঠা কন্যা গঙ্গাত তুমি তোমাৰ পিতৃগণৰ সলিলক্ৰিয়া কৰিবা। লোকপাবনী গঙ্গাই ভস্মীকৃত তোমাৰ পিতৃগণক জলেৰে প্লাবিত কৰিব। লোককান্তিবৰ্দ্ধক গঙ্গাই যেতিয়া এই ভস্ম তিঁয়াই দিব তেতিয়াহে এই যাঠিহাজাৰ পিতৃয়ে স্বৰ্গ লৈ যাব। ১৭-২০

"হে পুৰুষশ্ৰেষ্ঠ মহাভাগ অংশুমান, তুমি এতিয়া ঘোঁৰা লৈ যোৱা আৰু তোমাৰ পিতামহৰ যজ্ঞ সমাপন কৰাগৈ।" গৰুড়ৰ কথা শুনি মহাতপা বীৰ্য্যবান অংশুমানে ঘোঁৰা লৈ বেগাই উভতি আহিল। তাৰ পিচত যজ্ঞকৰ্ম্মত দীক্ষিত হৈ থকা ৰজাৰ ওচৰ চাপি গৰুড়ৰ কথাৰে সৈতে আন যি যি ঘটিছিল সেই সকলো কথা তেওঁক কলে। ২১-২৩

ৰজা অংশুমানৰপৰা ভীষণ সেই বাতৰি শুনি কল্পশাস্ত্ৰানুসাৰে যথাবিধি যজ্ঞ কৰ্ম সমাপন কৰি শ্ৰীমান মহীপতিয়ে নিজ পুৰীত প্ৰবেশ কৰিলে। গঙ্গাৰ পৃথিবীলৈ আনয়ন সম্বন্ধে একো নিশ্চয়তা কৰিব নোৱাৰি ত্ৰিশহাজাৰ বছৰ ৰাজ্য শাসন কৰি মহান ৰজা সগৰে সময়ত স্বৰ্গধামলৈ গতি কৰিলে। ২৪-২৬

**ইতি একচত্বাৰিংশ সৰ্গ সমাপ্ত।**

---

* পৃথিবীত গঙ্গাৰ অৱতৰণ।

# দ্বিচত্বাৰিংশ সৰ্গ (৪২)

## ভগীৰথৰ জন্ম ; গঙ্গা অনাৰ চেষ্টা

বিশ্বামিত্ৰই ক'লে, "ৰাম, ৰজা সগৰ স্বৰ্গী হলত অমাত্যবৰ্গে পৰমধাৰ্ম্মিক অংশুমানক ৰজা মনোনীত কৰিলে। হে ৰঘুনন্দন, ৰজা অংশুমান এজন বৰ ডাঙৰ ৰজা আছিল। তেওঁৰ পুত্ৰ জগদ্বিখ্যাত মহান দিলীপ। ৰজা অংশুমানে দিলীপক ৰাজপাট দি হিমালয়ৰ ৰমণীয় এক শিখৰত কঠোৰ তপস্যা আৰম্ভ কৰিলে। বত্ৰিশ শ বছৰ তপস্যা কৰি তপোধন ৰজা অংশুমানে স্বৰ্গাৰোহণ কৰে। মহা-তেজস্বী দিলীপে পিতামহসকলৰ মৃত্যু কাহিনী শুনি দুখত অভিভূত হৈয়ো কোনো স্থিৰবুদ্ধিত উপনীত হব নোৱাৰিলে। কি উপায়ে গঙ্গাৰ অবতৰণ হব পাৰে আৰু কি প্ৰকাৰে তেওঁলোকৰ তৰ্পণ কাম সম্পন্ন হব অথবা কি উপায়ে বা তেওঁলোকৰ উদ্ধাৰ হব, এই সকলো কথা ভাবি চিন্তান্বিত হল। ধৰ্ম্মাত্মা দিলীপ এইদৰে চিন্তা যুক্ত হৈ থকা কালৰ ভিতৰতে ভগীৰথ নামে পৰম ধাৰ্ম্মিক তেওঁৰ এটি পুত্ৰ জন্মগ্ৰহণ কৰে। মহাতেজা ৰজা দিলীপে বহু যজ্ঞ সম্পন্ন কৰি ত্ৰিশ হাজাৰ বছৰ ৰাজ কৰে। ইয়াৰ ভিতৰতো তেওঁ সগৰ-পুত্ৰ সকলৰ উদ্ধাৰৰ কোনো উপায় স্থিৰ কৰিব নোৱাৰি সেই শোকতে কালধৰ্ম্ম মৰণৰ শৰণ ললে। নৰশ্ৰেষ্ঠ ৰজা দিলীপে পুত্ৰ ভগীৰথক ৰাজ্যত অভিষিক্ত কৰি স্বোপাৰ্জ্জিত কৰ্ম্মফলৰ বলত মৃত্যুৰ পিচত ইন্দ্ৰ-লোকলৈ গতি কৰিলে। হে ৰঘুনন্দন, ৰাজৰ্ষি ধাৰ্ম্মিক ৰজা ভগীৰথ অপুত্ৰক। তেওঁ নিজৰ সন্ততি কামনা আৰু গঙ্গাবতৰণৰ বাবে যত্নপৰ হৈ ৰাজ্য আৰু প্ৰজাবৰ্গৰ ভাৰ মন্ত্ৰীসকলৰ ওপৰত দি হিমালয়ৰ পাদদেশত থকা গোকৰ্ণ নামে ঠাইত দীৰ্ঘকাল ব্যাপি তপস্যাত মগ্ন হল। কেতিয়াবা উৰ্দ্ধবাহু, কেতিয়াবা পঞ্চতপা, কেতিয়াবা বা মাহেকত এসাঁজ মাত্ৰ ভোজন কৰি জিতেন্দ্ৰিয় হৈ কঠোৰ তপ কৰি থাকোঁতে মহাত্মা ৰজাৰ হাজাৰ বছৰ অতীত হল। তেতিয়া লোকসমূহৰ অধিপতি প্ৰভু ভগবান, পিতামহ ব্ৰহ্মা দেৱতাসকলে সৈতে তপস্যাৰত মহাত্মা ভগীৰথৰ ওচৰলৈ আহি কলে, 'হে মহাৰাজ ভগীৰথ, তোমাৰ সুতপ্ত তপস্যাত মই প্ৰীত হৈছোঁ। হে সুব্ৰত, বৰ প্ৰাৰ্থনা কৰা।' তেতিয়া মহাৰাজ তেজস্বী ভগীৰথে থিয় হৈ কৃতাঞ্জলিপুটে সৰ্ব্বলোক পিতামহক কলে, 'হে ভগবন্, যদি আপুনি মোৰ প্ৰতি প্ৰীত আৰু যদি মোৰ এই তপস্যা ফলবতী হবলৈ আছে, তেন্তে সগৰপুত্ৰ সকলে মোৰ পৰা জলতৰ্পণ প্ৰাপ্ত হওক, এই মহাত্মা সকলৰ ভস্ম গঙ্গাজল সিক্ত হওক যাতে মোৰ প্ৰপিতামহ



সকলে স্বৰ্গলৈ গতি কৰিব পাৰে। হে দেব, মোৰ আৰু এটি প্ৰাৰ্থনা যাতে মোৰ সন্ততি হীনতাৰ বাবে ইক্ষাকুকুলৰ বংশ ছেদ নহয়। হে দেব, এয়ে মোৰ অভীপ্সিত শ্ৰেষ্ঠ বৰ।" ১-২০

তেতিয়া সৰ্ব্বলোক পিতামহে মধুৰস্বৰে ৰজাক কলে, "হে মহাৰথ ভগীৰথ, তুমি যি মহান অভিলাষ কৰিছা সি তেনেই হব। হে ইক্ষ্বাকু কুলবৰ্দ্ধন, তোমাৰ মঙ্গল হওক। ৰাজন, হিমবানৰ জ্যেষ্ঠা কন্যা গঙ্গা। তেওঁক ধাৰণ কৰিবলৈ তুমি সদাশিৱক আৰাধনা কৰা। হে ৰাজন, পৃথিবীয়ে গঙ্গাৰ পতন সহ্য কৰিব নোৱাৰিব। তেওঁক ধাৰণ কৰিবলৈ শূলপানি সদাশিৱ ভিন্ন আন কাকো উপযুক্ত নেদেখোঁ।" ২১-২৪

তেতিয়া লোককৰ্ত্তা ব্ৰহ্মাই ৰজাক এইদৰে কৈ, যথাকালত ৰজাক অনুগ্ৰহ কৰিবা—এইবুলি গঙ্গাকো আভাস দি সৰ্ব্বদেৱতা আৰু মৰুৎগণে সৈতে ত্ৰিদিবলৈ গল। ২৫

**ইতি দ্বিচত্বাৰিংশ সৰ্গ সমাপ্ত।**

# ত্ৰিচত্বাৰিংশ সৰ্গ (৪৩)

## গঙ্গাৰ অবতৰণ

দেবদেব পিতামহ গলত ৰজা ভগীৰথে ভৰিৰ বুঢ়া আঙ্গুলি এটাৰ ওপৰত থিয় হৈ এবছৰকাল ভগবান উমাপতিক উপাসনা কৰিলে। পিচত বৎসৰকাল পূৰ্ণ হোৱাত সৰ্ব্বলোক-নমস্কৃত পশুপতিয়ে ৰজাক কলে, "হে নৰশ্ৰেষ্ঠ, মই তোমাৰ ওপৰত সন্তুষ্ট হৈছোঁ, শৈলৰাজ-সুতাক (গঙ্গাক) মই মূৰেৰে ধাৰণ কৰি তোমাৰ প্ৰিয়কাম সাধন কৰিম।" তেতিয়া সৰ্ব্বজন-নমস্যা হিমবতৰ জ্যেষ্ঠাকন্যা গঙ্গাই ভীষণ ৰূপ লৈ প্ৰবল স্ৰোতে আকাশৰ পৰা মঙ্গলময় শিৱৰ মূৰত পৰিব ধৰিলে। পৰোতে দুৰ্দ্ধৰ স্ৰোতস্বতী গঙ্গাদেৱীয়ে ভাবিলে স্ৰোতৰ কোবতে শঙ্কৰকো লৈ তেওঁ পাতালত প্ৰৱেশ কৰিব। ভগবান হৰে গঙ্গাৰ গৰ্ব্বভাবৰ গম পাই ক্ৰুদ্ধ হ'ল আৰু গঙ্গাক থিতাতে লুকাই ৰখাৰ বুদ্ধি কৰিলে। হে ৰাম, তেতিয়া পুণ্যসলিলা গঙ্গা ৰুদ্ৰৰ পবিত্ৰ শিৰত পতিত হৈ হিমবৎ সদৃশ জটামণ্ডলৰ গহ্বৰত সোমাল আৰু হাজাৰ চেষ্টা কৰিও পৃথিৱীলৈ নামি আহিব নোৱাৰিলে। জটামণ্ডলৰ ভিতৰত থাকোঁতেই দেবীৰ বহু বছৰ অতীত হল তথাপি তাৰ মাজৰ পৰা ওলাই আহিব নোৱাৰিলে। ১-৭

তেতিয়া ভগীৰথে গঙ্গাক সেইদৰে জটাৰ ভিতৰতে সোমাই থকা দেখি পুনঃ হৰক উদ্দেশ্য কৰি তপস্যা কৰিব ধৰিলে। হে ৰঘুনন্দন, তপস্যাত সদাশিব তুষ্ট হৈ হিমালয় পৰ্ব্বতস্থিত বিন্দুসৰ নামে সৰোবৰক লক্ষ্য কৰি গঙ্গাক এৰি দিলে। শিৱে এইদৰে এৰি দিয়াত পূতসলিলা গঙ্গাৰ পৰা সাতোটা ধাৰা উৎপন্ন হল। তাৰে হ্লাদিনী, পাবনী আৰু নালিনী নামে তিনিটা ধাৰা পূৰ্ব্বাভিমুখে গতি কৰিলে আৰু সুচক্ষু, সীতা আৰু সিন্ধু নামে পবিত্ৰ তিনিটা ভাগত বিভক্ত হৈ মহানদী গঙ্গা পশ্চিম দিশলৈ প্ৰবাহিত হল। সপ্তম যি ভাগটো থাকিল সি ভগীৰথৰ ৰথৰ অনুগামী হল।

ৰাজৰ্ষি ভগীৰথে দিব্য ৰথত আৰোহণ কৰি আগে আগে গৈ আছে আৰু মহা-তেজস্বিনী গঙ্গা তেওঁৰ পিচে পিচে যাব ধৰিলে। গঙ্গা প্ৰথমতে আকাশৰ পৰা শঙ্কৰৰ শিৰত, তাৰ পৰা আকৌ ভীষণ শব্দে নিপতিত হৈ মৎস্য, কচ্ছপ, শিশুমাৰ আদি জলচৰ জন্তুবোৰে সৈতে বিয়পি পৰাত বসুন্ধৰা বিশেষৰূপে শোভান্বিতা হল আৰু দেবৰ্ষি, গন্ধৰ্ব্ব, যক্ষ সিদ্ধগণাদিয়ে আকাশৰ পৰা এইদৰে পৃথিৱীৰ ওপৰত পৰিব ধৰা গঙ্গাৰ ৰূপ নিৰীক্ষণ কৰিব ধৰিলে। দেবতাসকলে বিমান, হাতী, ঘোঁৰা আদিত আৰোহণ কৰি অতি আশ্চৰ্য্যান্বিত হৈ পৃথিৱীত গঙ্গাবতৰণ ৰূপ এই অদ্ভুত দৃশ্য চাবলৈ আহিল। দেবতা সকল এইদৰে নামি আহোঁতে তেওঁলোকৰ দিব্য আভৰণৰ জ্যোতিত মেঘমুক্ত আকাশ শত সূৰ্য্যৰ কিৰণৰ দ্বাৰা উদ্ভাসিত হোৱা যেন হল আৰু মৎস্য শিশুমাৰ আদি জলচৰ প্ৰাণীসমূহৰ ইতস্ততঃ চঞ্চল গতিৰ দ্বাৰা আকাশ-মণ্ডলত বিদ্যুতৰ শোভা প্ৰকাশ পালে। শুভ্ৰ ফেনৰাশি চতুৰ্দ্দিকে হাজাৰ হাজাৰ ভাগত বিক্ষিপ্ত হৈ এনে এটা শোভা ধাৰণ কৰিলে যেন হংসসমূহ পৰিব্যাপ্ত শৰৎকালীন মেঘমালা মণ্ডিত আকাশহে তাত বিৰাজ কৰিছে। ১০-২২

গঙ্গা ঠাইতে ক্ষিপ্ৰগতিত, ঠাইতে বক্ৰভাৱে, ঠাইতে বহল হৈ, কতো বা তললৈ গতি কৰি, কতো আকৌ ওপৰলৈ উঠি, কতো বা ধীৰ গতিতে গৈ, আকৌ কোনো ঠাইত পানীয়ে পানীয়ে খুন্দা খাই অলপ সময়ৰ কাৰণে ওপৰলৈ উঠি পুনঃ পৃথিৱীত পতিত হৈ গতি কৰিব ধৰিলে। শঙ্কৰৰ শিৰৰ পৰা নামি আহি গঙ্গা পৃথিৱীত অৱতীৰ্ণ হোৱাত তাৰ জলৰাশি পৰম পবিত্ৰ আৰু পাপবিহীন ৰূপে শোভা পালে আৰু পৃথিৱী নিবাসী ঋষি আৰু গন্ধৰ্ব্ব সকলে শিৱৰ অঙ্গৰ পৰা পতিত অতএব পৰম পবিত্ৰ বুলি জল স্পৰ্শ কৰিলে। যি সকল জীৱ অভিশাপ হেতু আকাশৰ পৰা পতিত হৈ পৃথিৱীত আছিল তেওঁলোকেও গঙ্গাত স্নান কৰি নিষ্পাপ আৰু পৰম পবিত্ৰ সেই জলৰ স্পৰ্শত পাপৰ পৰা মুক্ত হৈ পুনঃ আকাশত প্ৰবেশ কৰি নিজ নিজ ঠাই লাভ কৰিলে। পৃথিৱীৰ প্ৰাণীসমূহে প্ৰভান্বিত সেই পানী পাই পৰম আনন্দিত হল আৰু গঙ্গাত স্নান কৰি পাপৰ পৰা মুক্তি পালে। হে ৰাম,



এইদৰে ৰাজৰ্ষি মহাৰাজ ভগীৰথ দিব্য ৰথত আৰোহণ কৰি আগে আগে গৈ আছে আৰু পিচে পিচে গঙ্গাই তেওঁক অনুসৰণ কৰি গৈ আছে। দেবতা, ঋষি, দৈত্য, দানৱ, ৰাক্ষস, গন্ধৰ্ব্ব, যক্ষ, কিন্নৰ, উৰগ, সৰ্প, অপ্সৰা আৰু আন আন যি সকল জলচৰ জন্তু আছে, সকলোৱে পৰম প্ৰীতিৰে সৈতে ভগীৰথৰ পিচে পিচে গতি ললে। যতেই ৰজা ভগীৰথ ততেই তেওঁৰ পিচে পিচে সৰ্ব্বপাপ-বিনাশিনী নদীশ্ৰেষ্ঠা যশস্বিনী গঙ্গা। ২৩-৩৩

এইদৰে গৈ থাকোঁতে গঙ্গাই যজ্ঞৰত অদ্ভুতকৰ্ম্মা মহাত্মা জহ্নুৰ যজ্ঞস্থল প্লাবিত কৰিলে। ৰাঘৱ, গঙ্গাৰ এই গৰ্বভাব নিৰীক্ষণ কৰি কৰি জহ্নু ক্ৰুদ্ধ হল আৰু গঙ্গাৰ সকলো খিনি পানী পান কৰি থৈ অদ্ভুত এক কাৰ্য্য কৰিলে। তেতিয়া দেবতা, গন্ধৰ্ব আৰু ঋষিসকল বিস্ময়ান্বিত হৈ পুৰুষোত্তম মহাত্মা জহ্নুক স্তুতি কৰিবলৈ ধৰিলে আৰু গঙ্গাক মহাত্মা ঋষিৰ কন্যা হিচাপে গ্ৰহণ কৰালে। তেতিয়া মহাতেজা ঋষিয়ে তুষ্ট হৈ কৰ্ণবিবৰেদি গঙ্গাক এৰি দিলত গঙ্গা জহ্নু মুনিৰ কন্যা হিচাবে জাহ্নবী নামে খ্যাতা হল। ৩৪-৩৮

তাৰ পিচত নদীশ্ৰেষ্ঠা গঙ্গা পুনঃ ভগীৰথৰ অনুগামিনী হৈ সাগৰত পৰি ৰজা ভগীৰথৰ উদ্দেশ্য সিদ্ধিৰ অৰ্থে ৰসাতলত প্ৰবেশ কৰিলে। ৰাজৰ্ষি ভগীৰথে সযত্নে গঙ্গাক আনি চৈতন্যহীন পিতামহসকলক ভস্মীভূত অৱস্থাত পৰি থকা দেখিলে। তেতিয়া গঙ্গাৰ পবিত্ৰ জলে ভস্মৰাশি বুৰাই দিলত সকলোটিয়ে পাপমুক্ত হৈ স্বৰ্গলৈ গতি কৰিলে। ৩৯-৪১

ইতি ত্ৰিচত্বাৰিংশ সৰ্গ সমাপ্ত।

## চতুশ্চত্বাৰিংশ সৰ্গ (৪৪)

### গঙ্গাৰ মাহাত্ম্য বৰ্ণন।

ৰজা ভগীৰথে গঙ্গাকে পিচে পিচে লৈ সাগৰলৈ গৈ য'তে তেওঁৰ পিতামহ-সকল ভস্মীভূত হৈ আছিল পৃথিৱীৰ সেই তল ভাগত প্ৰবেশ কৰিলে। গঙ্গাৰ জলত ভস্মৰাশি প্লাবিত হোৱাত, সৰ্বলোক-প্ৰভু ব্ৰহ্মাই ৰজাক কলে, "হে নৰশ্ৰেষ্ঠ, মহাত্মা সগৰৰ ষাঠিহাজাৰ পুত্ৰক তুমি উদ্ধাৰ কৰিলা আৰু এতিয়া তেওঁলোকে দেবতাসদৃশ ৰূপ ধাৰণ কৰি সৰগলৈ গতি কৰিছে। হে ৰাজন, পৃথিৱীত যেতিয়ালৈ সাগৰত পানী থাকিব তেতিয়ালৈ সগৰৰ পুত্ৰসকলো স্বৰ্গত দেবতাসদৃশ বিৰাজ কৰিব। এই গঙ্গা তোমাৰ জ্যেষ্ঠা কন্যাৰ সদৃশ হব; আৰু তোমাৰ কামৰ গুণতে

যি নদী গঙ্গা, ত্রিপথগা আৰু দিব্যা নামে খ্যাতা সেই নদীয়ে পুনঃ ভাগীৰথী নামে জগতত খ্যাতি লাভ কৰিব। যিহেতু গঙ্গা স্বৰ্গ, পৃথিবী আৰু পাতাল তিনিও জগতত প্রবাহিতা সেই কাৰণে সকলোৱে ইয়াক ত্রিপথগা নামে জানিব। হে মনুজাধিপ, এতিয়া তুমি ইয়াত তোমাৰ পিতামহসকলৰ সলিলক্রিয়া সম্পাদন কৰি তোমাৰ প্রতিজ্ঞা পালন কৰা। হে ৰাজন, তোমাৰ পূৰ্বগত ৰজা ( সগৰ ) অতি যশস্যাশালী আৰু ধাৰ্ম্মিকপ্রবৰ হলেও এই মনোৰথ পূৰ্ণ কৰিব নোৱাৰিলে ; সেইদৰে ৰজা অংশুমান, যাৰ সমতুল্য তেজস্বী ৰজা আন কোনো নাই, তেৱোঁ গঙ্গাক প্রাৰ্থনা কৰি প্রতিজ্ঞা পালন কৰিব নোৱাৰিলে। পিচত ৰাজৰ্ষিসকলৰ ভিতৰত গুণবান আৰু মহৰ্ষিসম তেজস্বী মাদৃশ তপোবল-বিশিষ্ট ক্ষত্রধৰ্মস্থিত অতিতেজঃশালী মহাভাগ তোমাৰ পিতা দিলীপ, তেৱোঁ প্রাৰ্থনা কৰি গঙ্গাক আনিব নোৱাৰিলে। হে পুৰুষৰ্ষভ, তুমি সেই প্রতিজ্ঞা পালন কৰি পৃথিবীত অত্যুৎকৃষ্ট পৰম যশস্যা উপাৰ্জ্জন কৰিলা। হে অৰিন্দম গঙ্গাৱতৰণৰূপ যি কাৰ্য্য তুমি সাধন কৰিলা তাতে তোমাৰ বিপুল ধৰ্মবিস্তৃতি লাভ হব। হে নৰোত্তম, তুমি সততে* পবিত্র এই গঙ্গাজলত ডুব দি স্নান কৰি শুচি আৰু পুণ্যবান হোৱা। তোমাৰ পিতামহ সকলোৰো সলিলক্রিয়া সমাপন কৰা। তোমাৰ মঙ্গল হওক। এতিয়া মই নিজ ঠাই লৈ যাওঁ। হে নৃপ, তুমিও তোমাৰ নিজ ঠাইলৈ যোৱা।” ১-১৫

সৰ্বলোকপিতামহ মহাযশা দেবেশ ব্ৰহ্মাই এইদৰে কৈ যিদৰে আহিছিল সেইদৰে দেবলোকলৈ গ’ল। ৰাজৰ্ষি ভগীৰথেও যথাক্রমে বিধি অনুসৰি সগৰ-পুত্ৰসকলৰ তৰ্পণক্রিয়া সম্পন্ন কৰি আৰু লগতে আনসকলৰ উদ্দেশ্যেও জলদান কাৰ্য্য শেষ কৰি শুদ্ধচিত্তে নিজ নগৰত প্রবেশ কৰিলে আৰু সমৃদ্ধিশালী হৈ নিজ ৰাজ্য শাসন কৰিব ধৰিলে। হে ৰাঘব, প্রজাবৰ্গ ইও তেওঁলোকৰ ৰজাক পাই দুখ শোক পাহৰি সৰ্বতোভাবে সুখী হৈ আনন্দিত হল। হে ৰাম, গঙ্গাৰ বিষয়ে বিস্তৃতভাবে সকলো কথা তোমাক কলোঁ। তোমাৰ মঙ্গল হওক ; এতিয়া সন্ধ্যাকাল উপস্থিত। আয়ুষ্কৰ, যশস্কৰ, পুত্ৰ আৰু স্বৰ্গদায়ক এই আখ্যান যেয়ে বিপ্র, ক্ষত্রিয় বা ইতৰ জনক শুনাব তেওঁৰ পিতৃপুৰুষগণ প্রীত হব আৰু দেবতাসকল তেওঁৰ প্রতি প্রসন্ন হব। হে কাকুৎস্থ, গঙ্গাৱতৰণ ৰূপ পবিত্র আয়ুবৃদ্ধিকাৰক এই আখ্যান যিজনে শ্রবণ কৰে তেওঁৰ সকলো কামনা সিদ্ধ হয় আৰু সকলো পাপৰ পৰা মুক্তি লাভ কৰাৰ কাৰণে তেওঁৰ আয়ুস আৰু কীৰ্ত্তি বৃদ্ধি হয়। ১৬-২৩

ইতি চতুশ্চত্বাৰিংশ সৰ্গ সমাপ্ত।

* সিংহ আৰু কৰ্কট ৰাশিত পৃথিবীৰ নদীসমূহ মল সংযুক্ত হোৱাৰ বাবে সেই সময়ত নদীত স্নান আৰু তাৰ জলপান নিষিদ্ধ ; কিন্তু গঙ্গাৰ বেলিকা তেনে নহয়।

## পঞ্চচত্বাৰিংশ সৰ্গ ( ৪৫ )

## বিশালা নগৰীত ৰামৰ প্রৱেশ আৰু সমুদ্রমন্থন বৰ্ণনা

বিশ্বামিত্ৰৰ কথা শুনি লক্ষ্মণে সৈতে ৰামে অতি বিস্মিত হৈ তেওঁক কলে, “হে ব্রাহ্মণ, পৰম পবিত্র গঙ্গাৱতৰণ আৰু সাগৰ পূৰণৰূপ অতি অদ্ভুত এই আখ্যান আমাক কলে। হে পৰন্তপ, আপোনাৰ এই সকলো কথাৰ বিষয়ে চিন্তা কৰি থাকোঁতে ৰাত্রিকালটো তেনেই ছুটী যেন লাগিল। হে বিশ্বামিত্র, আপোনাৰ মঙ্গলময় এই কথা চিন্তা কৰোতে কৰোতে সুমিত্রানন্দন লক্ষ্মণেৰে সৈতে মোৰ ৰাতিটো অতিবাহিত হল।” ১-৪

পিচত বিমল প্রভাত কাল উদয় হলত অৰিন্দম ৰামে আহ্নিকাদি কাৰ্য্য সমাপন কৰাৰ পিচত তপোধন বিশ্বামিত্রক কলে, “ভগবন, পবিত্র দেৱীস্বৰূপিনী ৰজনী অতিবাহিত হল, অতি অদ্ভুত এই আখ্যান আমি শুনিলোঁ। এতিয়া নদীশ্রেষ্ঠা পুণ্যসলিলা ত্রিপথগা গঙ্গা পাৰ হম। আপুনি ইয়ালৈ অহা জানি পুণ্যকৰ্মা ঋষি-সকলৰ সুকোমল আস্তৰণবিশিষ্ট এই নৌকাখনি দ্রুতবেগে এইফালে আহি পৰিছে।” ৰাঘবৰ এই বাক্য শুনি ঋষি কৌশিকে মুনিসকলক পাৰ কৰাই উত্তৰ পাৰলৈ গৈ তাত থকা ঋষিসকলক পূজা অৰ্চনা কৰিলে। পিচত গঙ্গাৰ পাৰত বহি তাৰ পৰা তেওঁলোকে বিশালা নামে নগৰী দেখা পালে। তেতিয়া মুনিবৰে ৰাঘবে সৈতে সোনকালে স্বৰ্গোপম ৰমণীয় দিব্য বিশালা নগৰীলৈ গল। মহাপ্রাজ্ঞ ৰামে বদ্ধাঞ্জলি হৈ মুনিপ্রবৰ বিশ্বামিত্রক এই বিশালা নগৰীৰ কথা সুধিলে, “হে মহামুনে, কোন ৰাজবংশে এই বিশালা নগৰীত ৰাজ্য স্থাপন কৰিছিল তাক শুনিবলৈ মোৰ কৌতূহল হৈছে। আপোনাৰ মঙ্গল হওক ; সেই কথাটো মোক কওক।” ৰামৰ কথা শুনি মুনিবৰে বিশালাৰ পুৰাবৃত্ত কথা কব ধৰিলে, “হে ৰাম শুনা, ইন্দ্ৰই এই নগৰীৰ বিষয়ে কওঁতে মই যিদৰে শুনিছিলোঁ আৰু এই দেশত যি যি ঘটিছিল সেই সকলো কথা মই সেইদৰে কম, শুনা।” ৫-১৪

“হে ৰাম, আদিতে সত্যযুগত দিতিৰ মহাবলশালী আৰু অদিতিৰ পৰম ধাৰ্মিক অশেষ গুণসম্পন্ন বীৰ্য্যশালী পুত্ৰসকলৰ এটা চিন্তা হল ‘আমি কিদৰে অজৰ, অমৰ আৰু ৰোগশূন্য হব পাৰোঁ’। এইদৰে চিন্তা কৰি থাকোঁতে জ্ঞানশক্তি সম্পন্ন তেওঁলোকৰ এটা বুদ্ধি খেলালে—ক্ষীৰ সমুদ্র মন্থন কৰি তাৰপৰা ৰস ( সাৰভাগ ) উলিয়াই লওঁ। তাকে সিদ্ধান্ত কৰি অমিতবলশালী তেওঁলোকে

মথনৰ বাবে বাসুকীক জৰী আৰু মন্দৰ পৰ্বতক দণ্ডৰূপে ব্যবহাৰ কৰি সাগৰ মথিব ধৰিলে। এইদৰে মথি থাকোঁতে হাজাৰ বছৰৰ মূৰত ৰজ্জুৰূপ বাসুকীয়ে মুখেৰে বিষ উদ্বমন কৰি দাঁতেৰে শিলবোৰ কামুৰিব ধৰিলে। এইদৰে কামোৰা শিলবোৰ অগ্নিসদৃশ হলাহল বিষত পৰিণত হৈ বিক্ষিপ্ত হোৱাত দেৱতা, অসুৰ আৰু মানুহে সৈতে সমগ্ৰ জগৎ বিদগ্ধ হব ধৰিলে। ১৫-২০

তেতিয়া দেবতাসকলে শৰণ মাগি মহাদেব পশুপতি শঙ্কৰৰ ওচৰলৈ গল আৰু 'ত্ৰাহি, ত্ৰাহি' বুলি স্তুতি কৰিব ধৰিলে। দেৱতাসকলে এইদৰে স্তুতি কৰাত দেবদেবেশ্বৰ প্ৰভু হৰ তাত উপস্থিত হল আৰু শঙ্খচক্ৰধৰ হৰিও তাতে দেখা দি হাঁহি এটি মাৰি শূলপাণি হৰক কলে, 'হে সুৰশ্ৰেষ্ঠ, আপুনি দেৱতাসকলৰ অগ্ৰণী, অতএৱ দেবতাসকলে সাগৰ মথোঁতে প্ৰথমতে যিটো বস্তু উৎপন্ন হব সেইটো আপোনাৰেই। এতেকে হে প্ৰভু, আপুনি নিজে ইয়াত উপস্থিত থাকি অগ্ৰপূজা হিচাবে এই বিষ গ্ৰহণ কৰক।" এইবুলি কৈ সুৰশ্ৰেষ্ঠ ভগবান হৰি তাতেই অন্তৰ্হিত হল। তেতিয়া দেবতাসকলৰ ঈশ্বৰ ভগবান হৰে দেৱতাসকলৰ ভয় দেখি আৰু শাৰ্ঙ্গপাণি হৰিৰ কথা শুনি অমৃতোপম ঘোৰ হলাহল বিষ গ্ৰহণ (পান) কৰি দেৱতাসকলক বিদায় দি গুচি গল। ২১-২৬

হে ৰঘুনন্দন, দেবতা আৰু অসুৰসকলে সাগৰ মথি থাকোঁতে পৰ্বত সদৃশ মন্থনদণ্ড পাতাললৈ সোমাই গল। তেতিয়া গন্ধৰ্বসকলে সৈতে দেৱতাগণে মধুসূদনক স্তুতি কৰি কব ধৰিলে, 'হে ভগবন, আপুনি সকলো ভূতৰে আশ্ৰয়স্থল, বিশেষকৈ স্বৰ্গবাসী দেৱতাসকলৰ। হে মহাবাহু, আপুনি এই পৰ্বতক (মন্দৰ) তুলি ধৰি আমাক ৰক্ষা কৰক।" হৃষীকেশ হৰিয়ে দেৱতাসকলৰ স্তুতি শুনি কাছৰ ৰূপ ধাৰণ কৰিলে আৰু সাগৰশায়ী হৈ পিঠিৰ ওপৰত পৰ্বতখন তুলি লৈ পুৰুষোত্তম লোকাত্মা কেশৱে দেবতাসকলৰ মাজত থাকি এহাতে পৰ্বতৰ আগভাগ খামোচ মাৰি ধৰি সাগৰ মথিব ধৰিলে। এইদৰে মথি থাকোঁতে হাজাৰ বছৰৰ মূৰত ধন্বন্তৰী নামে হাতত দণ্ড আৰু কমণ্ডলুৰে সৈতে আয়ুৰ্বে তত্ত্বজ্ঞ পৰম ধাৰ্মিক এক পুৰুষ আৰু দিব্য তেজঃপূৰ্ণ অপ্সৰা সকলৰ উৎপ হল। হে মনুজশ্ৰেষ্ঠ, নাৰীশ্ৰেষ্ঠ অপ্সৰাসকল যিহেতু ক্ষীৰৰূপ জলীয় পদাৰ্থ (অপ্) ৰসৰ পৰা উৎপন্ন সেই হেতুকে এওঁলোকৰ নাম অপ্সৰা হল। হে কাকুৎস্থ, দিব্যজ্যোতিসম্পন্ন এই অপ্সৰা সকল সংখ্যাত ষাঠি কোটি কিন্ত তেওঁলোকৰ পৰিচাৰিকাৰ সংখ্যা অলেখ। দেৱতা আৰু দানৱসকলৰ কোনোৱে তেওঁলোকক নিজৰ বুলি গ্ৰহণ নকৰাৰ কাৰণে তেওঁলোক সাধাৰণ স্ত্ৰী হিচাবে পৰিগণিত হল। ইয়াৰ পিচত হে ৰঘুনন্দন, বৰুণৰ কন্যা সুৰাৰূপী মহাভাগা



বাৰুণীৰ উৎপত্তি হয়। ওপজিয়েই তেওঁক কোনে গ্ৰহণ কৰিব তাক বিচাৰিব ধৰিলে। হে ৰাম, দিতিৰ পুত্ৰসকলে বৰুণকন্যা তেওঁক গ্ৰহণ নকৰিলে কিন্তু হে বীৰ ৰামচন্দ্ৰ, অদিতিৰ পুত্ৰসকলে অনিন্দিতা তেওঁক গ্ৰহণ কৰিলে। এই হেতুকে দিতিপুত্ৰ সকলে বাৰুণী (সুৰা) গ্ৰহণ নকৰিলে বুলি অসুৰ আৰু অদিতিৰ পুত্ৰ সকলে তাক গ্ৰহণ কৰিলে বুলি সুৰ নামে অভিহিত হল। এইদৰেই সুৰসকলে বাৰুণী গ্ৰহণ কৰি হৃষ্ট আৰু আনন্দিত হল। ২৭-৩৮

ইয়াৰ পিচতেই হে নৰশ্ৰেষ্ঠ ৰাম, ঘোঁৰাৰ ভিতৰত উৎকৃষ্ট উচ্চৈঃশ্ৰবা, মণিৰত্ন কৌস্তুভ আৰু লগতে সৰ্বশ্ৰেষ্ঠ অমৃত উৎপন্ন হল। তেতিয়া এই অমৃতক লৈ কুলক্ষয়কাৰী এখন ডাঙৰ যুঁজ আৰম্ভ হল। অদিতিৰ পুত্ৰসকলে দিতিৰ পুত্ৰৰ লগত যুঁজিবলৈ লাগিল। অসুৰসকলে ৰাক্ষসবিলাকৰ লগত একতাবদ্ধ হৈ যুদ্ধত নামিল আৰু এইদৰেই ত্ৰৈলোক্যবিস্ময়কৰ এখন ঘোৰতৰ যুদ্ধ চলিবলৈ ধৰিলে। যুঁজত দৈত্যসকল যেতিয়া ক্ষয়প্ৰাপ্ত হৈ আহিল তেতিয়া মহাশক্তি সম্পন্ন বিষ্ণুৱে মোহিনী ৰূপ ধৰি মায়াবলে অমৃত হৰণ কৰিলে। যি সকল দৈত্যই অমৃত আকাঙ্ক্ষা কৰি পুৰুষোত্তম অচ্যুত বিষ্ণুৰ ওচৰ চাপিছিল, বিষ্ণুৱে নিজহাতে তেওঁলোকক চূৰ্ণীকৃত কৰিলে। এইদৰে এই ঘোৰতৰ যুদ্ধত অদিতিৰ পুত্ৰসকলে দিতিৰ পুত্ৰসকলক বধ কৰিলে। তেতিয়া পুৰন্দৰে দিতিৰ পুত্ৰসকলক বধ কৰি ৰাজ্যলাভ কৰি পৰম আনন্দিত হৈ ঋষিসকলে সৈতে চৰাচৰ লোক সমূহ শাসন কৰিব ধৰিলে। ৩৯-৪৫

ইতি পঞ্চচত্বাৰিংশ সৰ্গ সমাপ্ত।

## ষট্‌চত্বাৰিংশ সৰ্গ (৪৬)

## দিতিৰ ইন্দ্ৰহন্তা পুত্ৰলাভেচ্ছা

পুত্ৰসকল মৰি শেষ হোৱাৰ পিচত দিতিয়ে মনত বৰ বেজাৰ পাই তেওঁৰ স্বামী মৰীচি-পুত্ৰ কশ্যপক কলে, "ভগবন্, আপোনাৰ মহাত্মা পুত্ৰ (দেবতা) সকলে মোক পুত্ৰহীনা কৰিলে; এতেকে সুদীৰ্ঘকাল তপস্যাৰ দ্বাৰা ইন্দ্ৰহন্তা পুত্ৰ এজন পাবলৈ মই ইচ্ছা কৰিছোঁ। মই তপস্যা আৰম্ভ কৰোঁ, আপুনি মোক গৰ্ভদান দিয়ক আৰু ইন্দ্ৰক বিনাশ কৰিব পৰা সন্তান পাবলৈ অনুমতি কৰক।" ১-৩

মৰীচিৰ পুত্ৰ মহাতেজস্বী কশ্যপে দুখাভিভূতা দিতিৰ কথা শুনি তেওঁক কলে, "হে তপোধনে, তোমাৰ মঙ্গল হওক। তুমি শুদ্ধভাবাপন্ন হোৱা; যুদ্ধত ইন্দ্ৰক বধ কৰিব পৰা পুত্ৰ তুমি জন্ম দিব পাৰিবা। পূৰ্ণ এহেজাৰ বছৰ কাল শুচি হৈ থাকিব পাৰিলে মোৰপৰা ত্ৰৈলোক্যবিনাশক পুত্ৰ তোমাৰ উপজিব।" এই বুলি কৈ মহাতেজস্বী কশ্যপ ঋষিয়ে দিতিৰ শৰীৰত হাত বুলাই দিলে আৰু তেওঁক স্পৰ্শ কৰি স্বস্তি বাক্যৰ দ্বাৰা আশীৰ্বাদ জনাই তপস্যাৰ অৰ্থে গমন কৰিলে। ৪-৭

হে নৰশ্ৰেষ্ঠ ৰাম, মুনিবৰ গলত দিতিয়ে আনন্দচিত্তে কুশপ্লব ( বিশালা ) লৈ গৈ কঠোৰ তপস্যা আৰম্ভ কৰিলে। ৰাম, দিতিয়ে এইদৰে তপ কৰি থাকোতে সহস্ৰাক্ষ ইন্দ্ৰই শুশ্ৰূষাপৰায়ণ হৈ তেওঁৰ পৰিচৰ্য্যা কৰিব ধৰিলে। অগ্নি, কাঠ, কুশ, পানী, ফলমূল আৰু আন যি কোনো বস্তু দিতিয়ে ইচ্ছা কৰিছিল সেই সকলোবে তেওঁ যোগান ধৰিছিল। আনকি শৰীৰৰ অঙ্গ-মাৰ্জ্জনৰ দ্বাৰা তেওঁৰ শাৰীৰিক শ্ৰম দূৰ কৰিও সকলো সময়তে দিতিৰ পৰিচৰ্য্যা কৰি থাকিল। ৮-১১

হে ৰঘুনন্দন, হাজাৰ বছৰ পূৰ হবলৈ দহ বছৰ কাল বাকী থাকোঁতে দিতিয়ে পৰম আনন্দিত হৈ ইন্দ্ৰক কলে, "হে বীৰশ্ৰেষ্ঠ, আৰু মাত্ৰ দহবছৰ কাল মই তপস্যা কৰিবলৈ আছে। তোমাৰ মঙ্গল হওক, ইয়াৰ পিচতেই তুমি তোমা[ৰ] ভ্ৰাতৃৰ মুখ দেখা পাবা। হে পুত্ৰ, যিজনক মই তোমাৰ বধৰ কাৰণে পাবলৈ বিচাৰিছোঁ এতিয়া মই তেওঁক তোমাৰ জয় কামনা কৰিহে ধাৰণ কৰিম। হে বৎস তোমালোক দুয়োজনে কোনো প্ৰকাৰৰ দুখকষ্ট নোপোৱাকৈ ত্ৰৈলোক্য জয় কৰি সুখ ভোগ কৰি থাকিব পাৰিবা। হে সুৰশ্ৰেষ্ঠ, তোমাৰ মহাত্মা পিতৃদেৱে হাজাৰ বছৰৰ মূৰত পুত্ৰধন উপজিব বুলি মোক বৰ দিছে।" ১২-১৫

এই কথা কোৱাৰ পিচত সূৰ্য্যদেৱ দিনৰ মাজভাগ পোৱাত ভৰ দুপ[ৰ] বেলিকা নিদ্ৰাভিভূতা দিতিয়ে শিতানৰ পিনে ভৰি আৰু ভৰি-পথানৰ পিনে মূ[ৰ] দি শুলে। এইদৰে ভৰি-পথানৰ পিনে মূৰ আৰু শিতানৰ পিনে ভৰি [দি] শোৱাৰ পৰা দিতি অশুচিভাবাপন্ন হোৱাত ইন্দ্ৰই মনৰ ভিতৰতে আনন্দ উপভো[গ] কৰি হাঁহিলে আৰু যোনিমাৰ্গেৰে দিতিৰ শৰীৰত প্ৰবেশ কৰি অতি সাবধা[নে] পেটৰ ভিতৰৰ গৰ্ভ সাতখণ্ড কৰি কাটি পেলালে। হে ৰাম, শতপৰ্ব বজ্ৰৰ দ্বা[ৰা] গৰ্ভ কাটি থাকোঁতে গৰ্ভই চিঞঁৰ-বাখৰ লগোৱাত দিতিয়ে সাৰ পাই শুনিলে যে ইন্দ্ৰই ভিতৰতে নেকান্দিবা নেকান্দিবা বুলি আশ্বাস দি কন্দা অৱস্থাত গৰ্ভক টুকুৰা-টুকুৰ কৰি কাটিব ধৰিছে। তেতিয়া দিতিয়ে 'বধ নকৰিবা', 'ব[ধ] নকৰিবা' বুলি কোৱাত মাকৰ আজ্ঞা পালন কৰি ইন্দ্ৰ ভিতৰৰ পৰা ওলা[ই] আহিল আৰু বজ্ৰহস্তে হাতযোৰ কৰি দিতিক কলে, "হে দেৱী, ভৰি পথানৰ পি[নে]



মূৰ দি নিদ্ৰাৰ আশ্ৰয় লোৱাৰ কাৰণে আপুনি অশুচি হোৱাত ছল পাই মই আপোনাৰ ভিতৰত প্ৰবেশ কৰোঁ আৰু ইন্দ্ৰহন্তাক সাতখণ্ড কৰি কাটিলোঁ। অনুগ্ৰহ কৰি আপুনি এইবাবে মোক ক্ষমা কৰিব। ১৬-২৩

ইতি ষট্‌চত্বাৰিংশ সৰ্গ সমাপ্ত।

## সপ্তচত্বাৰিংশ সৰ্গ (৪৭)

## মৰুৎগণৰ উৎপত্তি

গৰ্ভ সাতখণ্ডত বিভক্ত হোৱাত দিতিয়ে দুৰ্জ্জয় ইন্দ্ৰক অনুনয় বিনয় কৰি কব ধৰিলে, "হে শত্ৰুবলবিনাশক দেবেন্দ্ৰ, মোৰ অপৰাধতে গৰ্ভ সাতখণ্ডত বিভক্ত হল; এতেকে ইয়াত তোমাৰ কোনো অপৰাধ হোৱা নাই। ইন্দ্ৰ, মোৰ এই গৰ্ভবিপত্তিক আশ্ৰয় কৰিয়ে মই তোমাৰ আৰু মোৰ উভয়ৰে প্ৰিয় আৰু হিতকৰ এটা কাম কৰিবলৈ ইচ্ছা কৰিছোঁ। দিব্যৰূপসম্পন্ন মোৰ এই সাতোটি পুত্ৰ বাতস্কন্ধ (বায়ুৰ উৎপত্তি স্থান স্বৰূপ) মাৰুত নামে খ্যাত হৈ তোমাৰ স্থানপালক হিচাপে স্বৰ্গত বিচৰণ কৰি থাকক। ইহঁতৰ এভাগ* ব্ৰহ্মালোকত, এভাগ ইন্দ্ৰ-লোকত, আৰু এভাগে দিব্যবায়ু নাম লৈ অন্তৰীক্ষত বিচৰণ কৰক। হে সুৰশ্ৰেষ্ঠ, বাকী চাৰিটা ভাগে তোমাৰ আদেশ অনুসৰি যথাসময়ত চাৰিওফালে বিচৰণ কৰি ফুৰক। যিহেতু "মা ৰুদ" ( নাকান্দিবা ) বুলি তুমি ইহঁতক সম্বোধন কৰিছিলা, এতেকে সেই অনুসৰি মাৰুত নামে ইহঁত বিশ্ববিখ্যাত হব। ১-৭

শত্ৰুবল-বিনাশক সহস্ৰাক্ষ পুৰন্দৰে দিতিৰ কথা শুনি কৃতাঞ্জলিপুটে কলে, "হে মাতঃ, আপুনি যি কলে সকলো কাম সেই মতেই হব, তাত কোনো সংশয় নাই। আপোনাৰ মঙ্গল হওক। আপোনাৰ দিব্যৰূপধাৰী এই পুত্ৰসকল সৰ্বত্ৰ বিচৰণ কৰি ফুৰিব।" মাতা আৰু পুত্ৰ উভয়ে তপোবনত এইদৰে সিদ্ধান্ত কৰি কৃতাৰ্থ হৈ স্বৰ্গলৈ গল। তাৰ পিচত বিশ্বামিত্ৰই কলে, "হে ৰাঘৱ, কথাটো মই

* এভাগ—ইন্দ্ৰই গৰ্ভটো প্ৰথমতে সাতখণ্ডত বিভক্ত কৰি তাৰ পিচত নাকান্দিবা ( মা ৰুদ ), নাকান্দিবা বুলি প্ৰত্যেক ভাগকে আৰু সাতখণ্ডকৈ কাটে। এইদৰে এভাগত সাতোটা সাতোটাকৈ ঊনপঞ্চাছ বায়ুৰ সৃষ্টি হয়। এতেকে মূলত এটা মানে সাতোটাই মিলি হোৱা এটা ভাগ।

যিদৰে শুনিছিলোঁ সেইদৰে তোমাক কলোঁ। হে কাকুৎস্থ, এইখনেই সেই দেশ য'ত মহেন্দ্ৰই তপস্যাত সিদ্ধ হোৱা কালত দিতিক পৰিচৰ্য্যা কৰিছিল।" ৮-১১

"হে নৰব্যাঘ্ৰ, অলম্বুষাৰ গৰ্ভত ইক্ষ্বাকুৰ বিশাল নামে বিশ্ববিখ্যাত পৰমধাৰ্মিক এক পুত্ৰ উৎপন্ন হয়। তেওঁৱেই এই ঠাইত বিশালা নামে নগৰী স্থাপন কৰে। হে ৰাম, বিশালৰ পুত্ৰ মহাবলশালী হেমচন্দ্ৰ। হেমচন্দ্ৰৰ পিচত সুবিখ্যাত সুচন্দ্ৰ। সুচন্দ্ৰৰ পুত্ৰ ধূম্ৰাশ্ব নামে খ্যাত। ধূম্ৰাশ্বৰ তনয় হল সৃঞ্জয়। সৃঞ্জয়ৰ পুত্ৰ প্ৰতাপবান শ্ৰীমান সহদেব। সহদেবৰ পুত্ৰ পৰম ধাৰ্মিক কুশাশ্ব। কুশাশ্বৰ পুত্ৰ মহাতেজস্বী প্ৰতাপশালী সোমদত্ত। সোমদত্তৰ পুত্ৰ কাকুৎস্থ নামে খ্যাত। কাকুৎস্থৰ পুত্ৰ পৰম খ্যাতিসম্পন্ন মহাতেজস্বী অজেয় সুমতি, যিজনাই বৰ্তমানে এই পুৰীত বসতি কৰি আছে। হে নৰশ্ৰেষ্ঠ, ইক্ষ্বাকুৰ অনুগ্ৰহত এই বিশালাৰ ৰজাসকল দীৰ্ঘায়ু, মহাত্মা, বীৰ্য্যবন্ত আৰু সুধাৰ্মিক। আজি নিশাটো আমি ইয়াতে সুখে বাস কৰিম। কাইলৈ পুৱা ৰজা জনকক দেখা পাবা।" ১২-১৯

তেতিয়া মহাতেজা যশস্বী নৃপশ্ৰেষ্ঠ সুমতিয়ে বিশ্বামিত্ৰ অহা শুনি তেওঁৰ গুৰিলৈ আহি উপাধ্যায় আৰু বন্ধুবৰ্গে সৈতে পূজা-অৰ্চনা জনাই বদ্ধাঞ্জলি হৈ মুনিবৰৰ কুশল বাতৰি সুধি কলে, "হে মুনিবৰ, যিহেতু আপুনি আজি মোৰ দেশত উপস্থিত, এতেকে মই অনুগৃহীত আৰু ধন্য হৈছোঁ আৰু যিহেতু আপোনাৰ দৰ্শন লাভ কৰিলোঁ এতেকে মোতকৈ ধন্য আজি আন কোনো নাই।" ২০-২২

**ইতি সপ্তচত্বাৰিংশ সৰ্গ সমাপ্ত।**

## অষ্টচত্বাৰিংশ স্বৰ্গ (৪৮)

## অহল্যাৰ উপাখ্যান।

পৰস্পৰে এইদৰে লগালগি হৈ কুশল বাতৰি সোধা-পোছা কৰাৰ পিচত ৰজা সুমতিয়ে মহামুনি বিশ্বামিত্ৰক কলে, "মুনিবৰ, আপোনাৰ মঙ্গল হওক। দেখোতে দেৱতুল্য পৰাক্ৰমশীল, গমনত গজ আৰু সিংহ সদৃশ, ব্যাঘ্ৰবৃষভসম ধীৰ আৰু গম্ভীৰ আকৃতি বিশিষ্ট পদ্মপত্ৰসম আয়তলোচন, খড়্গ, তূণ আৰু ধনুৰ্দ্ধাৰী, অশ্বিনীকুমাৰ সদৃশ ৰূপ-যৌবনসম্পন্ন, আপোন ইচ্ছাতে দেৱলোকৰ পৰা পৃথিৱীলৈ



নামি অহা দেৱতা সদৃশ—এই বীৰ কুমাৰ দুজন কাৰ পুত্ৰ আৰু কিয়ই বা খোজ কাঢ়ি আহি এই খিনি পাইছেহি? চন্দ্ৰ আৰু সূৰ্য্যই যিদৰে আকাশ উদ্ভাসিত কৰে, এই কুমাৰ দুজনাইও সেইদৰে এই দেশত প্ৰভা বিতৰণ কৰিছে আৰু উভয়ৰে ভিতৰত আকৃতি, ভাব আৰু গতিত সম্পূৰ্ণ সাদৃশ্য আছে। নৰশ্ৰেষ্ঠ, অস্ত্ৰশস্ত্ৰে সজ্জিত এই বীৰ যুগলে কি হেতু এই দুৰ্গম পথ অতিক্ৰম কৰি আহিছে তাৰ প্ৰকৃত কাৰণ অৱগত হবলৈ মোৰ ইচ্ছা হৈছে।" ১-৬

ৰজাৰ কথা শুনি ঋষি বিশ্বামিত্ৰই আদ্যোপান্ত সকলো কথা জনোৱাত ৰজাই পৰম বিস্মিত হৈ অতিথিস্বৰূপে উপস্থিত হোৱা মহাশক্তিসম্পন্ন পৰমপূজনীয় দশৰথ-তনয় দুজনক যথাবিধি সৎকাৰ কৰিলে। ৰাঘৱদুজনাই ৰজা সুমতিৰ আদৰ অভ্যৰ্থনা পাই নিশা তাতে কটাই তাৰ পৰা মিথিলালৈ যাত্ৰা কৰিলে। ৭-৯

জনক ৰজাৰ পবিত্ৰ মিথিলা নগৰী দেখা পাই মুনিসকলে 'সাধু' 'সাধু' বুলি সেই নগৰীৰ প্ৰতি সম্মান দেখুৱাব ধৰিলে। পিচত সেই নগৰীৰ ওচৰৰ বনত পুৰাতন, নিৰ্জন অথচ ৰমণীয় আশ্ৰম এখন দেখা পাই ৰাঘৱ শ্ৰীৰামে মুনিবৰক সুধিলে, "ভগবন, এইখন এখন আশ্ৰমৰ নিচিনা ঠাই অথচ তাত কোনো মুনিবৰ নাই। এইখন কি আৰু আগতে কাৰ আছিল শুনিবলৈ মোৰ ইচ্ছা হৈছে।" ১০-১২

ৰাঘৱৰ কথা শুনি বাক্যবিশাৰদ মহাতেজা মুনিবৰ বিশ্বামিত্ৰই কলে, "হে ৰাঘৱ, এইটো এটা দুখৰ কাহিনী; এই আশ্ৰমপদ যিজন মহাত্মাৰ আছিল আৰু যাৰ দ্বাৰা অভিশপ্ত হৈ এই অৱস্থা প্ৰাপ্ত হৈছে কওঁ শুনা। ১৩-১৪

"হে নৰশ্ৰেষ্ঠ, আদিতে দেৱতাসকলোৰো সুপূজিত স্বৰ্গীয় এই আশ্ৰমপদ মহাত্মা গৌতমৰ আছিল। হে যশস্বী ৰাজপুত্ৰ, তাহানি কালত গৌতমে বহু বছৰ ধৰি অহল্যাৰে সৈতে এই ঠাইতে তপশ্চৰ্য্যা কৰিছিল। পিচত এদিনাখন শচীপতি ইন্দ্ৰই আশ্ৰমত মুনি নথকা গম পাই মুনিৰ বেশ ধাৰণ কৰি আহি অহল্যাক কলে, 'হে সুন্দৰী, ৰতিক্ৰিয়া-প্ৰাৰ্থীজনে ঋতুকালৰ অপেক্ষা নকৰে। হে সুমধ্যমে, মই তোমাৰ লগত সহবাস ইচ্ছা কৰিছোঁ।' ১৫-১৮

"ৰঘুনন্দন, মুনিবেশধাৰী ইন্দ্ৰক জানি পাইও দুৰ্ম্মতি অহল্যাই দেৱৰাজ ইন্দ্ৰৰ লগত ৰতিক্ৰিয়া ইচ্ছা কৰি ইন্দ্ৰৰ কথাত সম্মতি দিলে। সঙ্গমৰ শেহত নিজৰ মনোবাঞ্ছা পূৰণ হোৱাত অহল্যাই ইন্দ্ৰক কলে, 'হে সুৰশ্ৰেষ্ঠ, মই কৃতাৰ্থ হলোঁ। হে প্ৰভু, এতিয়া আপুনি বেগেতে ইয়াৰ পৰা যাওক। হে দেৱেশ, আপুনি আপোনাক আৰু মোক যেনেহলেও গৌতমৰ পৰা ৰক্ষা কৰিব।' হাঁহি এটা মাৰি ইন্দ্ৰই অহল্যাক কলে 'নিতম্বিনী, মই পৰম প্ৰীত হলোঁ। এতিয়া যিদৰে আহিছিলোঁ সেই-দৰে যাওঁগৈ।' এইদৰে সঙ্গমক্ৰিয়া সমাপন কৰি ইন্দ্ৰ কুটীৰৰ পৰা ওলাই গল। হে

ৰাম, গৌতমলৈ ভয় কৰি লৰালৰিকৈ ওলাই যাওঁতে ইন্দ্ৰই মহমুনি গৌতমক আশ্ৰমলৈ সোমাই অহা দেখা পালে। ইন্দ্ৰই দেখিলে যে মহামুনি গৌতম তপস্যাৰ বলত দেৱতা আৰু দানৱ সকলৰ দুৰ্জ্জেয় হৈছে আৰু তীৰ্থজলস্নাত হৈ অহাত দীপ্তিমান অগ্নিসদৃশ প্ৰভান্বিত হৈ আছে। তেওঁৰ হাতত কুশ আৰু সমিধ। এনে অৱস্থাত ইন্দ্ৰই তেওঁক দেখা পাই ভীত আৰু বিষন্নবদন হল। সদাচাৰৰত মুনিয়ে অসদাচাৰী ইন্দ্ৰক মুনি-বেশত দেখা পাই খঙতে এই বুলি কলে, "হে দুৰ্ম্মতি, যিহেতু মোৰ ৰূপ ধাৰণ কৰি তই কৰিব নলগীয়া এই কুকৰ্ম কৰিলি এতেকে তই অণ্ডকোষহীন হবি।" মহাত্মা গৌতমে ৰোষযুক্ত হৈ এইদৰে কোৱাৰ লগে লগে ইন্দ্ৰৰ অণ্ডকোষ তৎক্ষণাত মাটিত সোলকি পৰিল। ইন্দ্ৰক এইদৰে অভিসম্পাত দি তেওঁ তেওঁৰ ভাৰ্য্যাকো এইদৰে শাপিলে, "হে দুষ্টাচাৰিণী, ইয়াতেই তই বহুহাজাৰ বছৰ, নিৰাহাৰে বায়ু মাত্ৰ ভক্ষণ কৰি অনুতপ্ত হৈ আনৰ অদৃশ্যাস্বৰূপে ভস্মৰাশিৰ ওপৰতে শুই থাকিবি। যেতিয়া দশৰথাত্মজ অজেয় ৰাম, ঘোৰ মুনিবৰ্জ্জিত এই বনলৈ আহিব তেতিয়াহে তই পবিত্ৰা হবি আৰু তেওঁৰ প্ৰতি আতিথ্য সংকাৰ কৰি লোভ-মোহাদি ভাবশূন্যা হৈ আনন্দচিত্তে নিজৰূপ ধাৰণ কৰি মোৰ ওচৰলৈ আহিব পাৰিবি।' ১৯-৩২

"মহাতেজস্বী গৌতমে দুষ্টাচাৰিণী অহল্যাক এইদৰে কৈ এই আশ্ৰম ত্যাগ কৰি হিমালয় পৰ্ব্বতৰ শিখৰত সিদ্ধ চাৰণগণ সেৱিত ৰমণীয় ঠাইত তপস্যা কৰি আছে।" ৩৩

**ইতি অষ্টচত্বাৰিংশৎ সৰ্গ সমাপ্ত।**

## একোনপঞ্চাশৎ সৰ্গ (৪৯)

### অহল্যাৰ শাপ-মোচন

"ইয়াৰ পিচত ইন্দ্ৰ অণ্ডকোষবিহীন হৈ ভীতনয়নে অগ্নিপ্ৰমুখ দেৱতাসকলক আৰু সিদ্ধ, গন্ধৰ্ব্ব আৰু চাৰণগণক উদ্দেশ্য কৰি কলে, 'মহাত্মা গৌতমৰ ক্ৰোধ উৎপাদন কৰি তপস্যাত বিঘিনি ঘটাই মই দেৱতাসকলৰ হিতাৰ্থে কাম কৰিলোঁ। তাৰ ফলত মই এতিয়া অণ্ডকোষশূন্য আৰু অহল্যাও অভিশপ্ত হৈ গৌতমকৰ্ত্তৃক পৰিত্যক্তা হৈছে। ক্ৰোধৰ বশবৰ্ত্তী হৈ অভিশাপ দিয়াৰ কাৰণে ঋষি* গৌতমৰ

* গৌতমে উগ্ৰ তপস্যাৰ দ্বাৰা দেৱতাসকলৰ স্থান লাভ কৰিবৰ মানস কৰিছিল।



তপস্যাৰ হ্ৰাস হৈছে। এতেকে দেৱতা, সিদ্ধঋষি আৰু চাৰণ সকলে মোক বৰ্তমানে অণ্ডকোষযুক্ত কৰাটো উচিত হব।' শতক্ৰতু ইন্দ্ৰৰ কথা শুনি অগ্নিপ্ৰমুখ দেৱগণে মৰুৎগণে সৈতে পিতৃদেৱসকলৰ ওচৰলৈ গৈ কলে, 'আপোনাসকলৰ হবিষ্ট হিচাপে উপ-কল্পিত এই মেষ অণ্ডকোষযুক্ত। ইন্দ্ৰ অণ্ডকোষবিহীন। অতএৱ আপোনাসকলে অতি শীঘ্ৰে মেষৰ অণ্ডকোষযুৰি ইন্দ্ৰক দান কৰক। এতিয়াৰপৰা মানুহে অৰ্পণকৰা অণ্ডকোষহীন মেষে আপোনালোকৰ তুষ্টি সাধন কৰিব আৰু আপোনালোকেও তেনে ধৰণে মেষ উছৰ্গা কৰা মানুহক অক্ষয় ফল দান কৰিব।' ১-৭

"অগ্নিৰ কথা শুনি পিতৃদেৱগণে মিলিত হৈ মেষৰ পৰা অণ্ডকোষযুৰি উভালি ইন্দ্ৰত বহুৱাই দিলে আৰু সেই সময়ৰ পৰা, হে কাকুৎস্থ, পিতৃদেৱসকলে মিলিত হৈ অণ্ডকোষ বিহীন মেষ গ্ৰহণ কৰি দাতাক যথোপযুক্ত ফল দান কৰে। হে ৰাঘৱ, সেই সময়ৰ পৰা মহাত্মা গৌতমৰ তপঃপ্ৰভাৱত ইন্দ্ৰ মেষাণ্ডযুক্ত হল। ৮-১০

এতেকে হে মহাতেজস্বী ৰাম, পুণ্যকৰ্ম্মা গৌতমৰ আশ্ৰমত প্ৰৱেশ কৰি দেৱৰূপিণী মহাভাগা অহল্যাক উদ্ধাৰ কৰা।"

বিশ্বামিত্ৰৰ কথা শুনি লক্ষ্মণে সৈতে ৰামে মুনিবৰক সন্মুখত লৈ আশ্ৰমত প্ৰৱেশ কৰি সুৰাসুৰ আৰু মানুহৰ অদৃশ্যা মহাভাগা অহল্যাক তপস্যাৰ বলত জিলিকি থকা দেখা পালে। এই অহল্যাক বিধাতাই অতি যতনেৰে সৈতে মায়া-ময়ী মূৰ্ত্তিহিচাপে নিৰ্ম্মাণ কৰিছিল। তেওঁৰ অঙ্গসকল ধূম্ৰাবৃত অগ্নিশিখা তুল্য অথবা তুষাৰাচ্ছন্ন মেঘমালাৰুদ্ধ পূৰ্ণচন্দ্ৰৰ প্ৰভাসম অথবা জলমধ্যস্থিত প্ৰখৰ সূৰ্য্য-ৰশ্মি সদৃশ সমুজ্জ্বল আছিল। এনে হেন ৰূপ-লাৱণ্যযুক্তা অহল্যা গৌতমৰ শাপ অনুসৰি ৰামৰ আগমন কাললৈ তিনিওলোকৰ অদৃশ্যা হৈ থাকি এতিয়া শাপৰ অন্তত ৰামৰ দৰ্শন পাই সকলোৰে দৃষ্টিভূতা হল। ১১-১৬

তেতিয়া ৰাম আৰু লক্ষ্মণ উভয়ে আনন্দতে অহল্যাৰ পদ স্পৰ্শকৰাত অহল্যায়ো গৌতমৰ বচন স্মৰণ কৰি ৰামৰ পাদস্পৰ্শ কৰি সমাহিতচিত্তে পাদ্য, অৰ্ঘ্য অৰ্পণৰ দ্বাৰা আতিথ্য সংকাৰ জনালত কাকুৎস্থ ৰামে যথাবিধি তাক গ্ৰহণ কৰিলে। লগে লগে দিব্য দুন্দুভি শব্দৰে সৈতে আকাশৰ পৰা পুষ্পবৃষ্টি হল আৰু গন্ধৰ্ব্ব আৰু অপ্সৰা সকলৰ ভিতৰত মহান আনন্দধ্বনি উঠিল। দেৱতাসকলেও 'সাধু' 'সাধু' বুলি প্ৰশংসাবাদ কৰি ঋষি গৌতমৰ আজ্ঞাধীনা আৰু তপোবল হেতু পূতশৰীৰা অহল্যাক পূজা অৰ্চনা জনালে। তেতিয়া মহাতেজস্বী গৌতমে অহল্যাক গ্ৰহণ কৰি পৰম সুখে ৰামৰ ওচৰত যথাবিধি পূজা জনাই তপস্যাত মগ্ন হল। ৰামেও মহামুনি গৌতমৰ পূজা গ্ৰহণ কৰি তাৰপৰা মিথিলালৈ প্ৰস্থান কৰিলে। ১৭-২২

**ইতি একোনপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## পঞ্চাশৎ সৰ্গ (৫০)

### ৰাম-লক্ষ্মণৰ জনক-ৰজাৰ যজ্ঞস্থললৈ গমন।

ৰামে সুমিত্ৰানন্দন লক্ষ্মণে সৈতে গৌতমৰ আশ্ৰমৰ পৰা বিশ্বামিত্ৰক আগত লৈ জনক ৰজাৰ যজ্ঞস্থলত উপস্থিত হল গৈ। তেতিয়া লক্ষ্মণে সৈতে ৰামে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক কলে, "হে মহাভাগ, মহাত্মা জনকৰ যজ্ঞসমৃদ্ধি নিশ্চয় সুচাৰুৰূপেই আগ বাঢ়িছে। নানা দেশনিবাসী বেদাধ্যয়নশীল ব্ৰাহ্মণসকল হাজাৰে হাজাৰে আমাৰ চকুত পৰিছে আৰু সেইদৰে শই শই শাৰীপাতি সজা ঋষিসকলৰ বাসভূমিও আমি দেখিবলৈ পাইছোঁ। এতেকে হে ব্ৰাহ্মণ, আমি য'ত থাকিম সেই ঠাই নিৰ্ধাৰিত কৰক।" ৰামৰ কথা শুনি মহামুনি বিশ্বামিত্ৰই পানীৰ ওচৰত নিৰ্জন এখন ঠাইত বাসস্থান স্থাপন কৰিলে। তেতিয়া সৰ্বজন-প্ৰশস্য নৃপবৰ জনকে বিশ্বামিত্ৰ উপস্থিত হোৱা শুনি পুৰোহিত শতানন্দ আৰু মহাত্মা ঋত্বিক সকলক আগত লৈ লৰালৰিকৈ হাতত অৰ্ঘ্যে সৈতে বিনয় সহকাৰে ধৰ্মভাবে বিশ্বামিত্ৰৰ ওচৰ চাপি অৰ্ঘ্য অৰ্পণ কৰিলে। বিশ্বামিত্ৰই সেই পূজা গ্ৰহণ কৰি ৰজাৰ কুশল আৰু যজ্ঞৰ নিৰ্বিঘ্ন সুধি উপাধ্যায়ে সৈতে ঋষিসকলৰ কুশল বাতৰি লৈ আনন্দচিত্তে সকলোৰে লগ মিলিত হল। তেতিয়া ৰজা জনকে কৃতাঞ্জলিপুটে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক কলে, "হে ভগবন, মুনিশ্ৰেষ্ঠসকলে সৈতে আপুনি আসন গ্ৰহণ কৰক।" জনকৰ কথা শুনি মুনিবৰে আসন গ্ৰহণ কৰাত ৰজাই পুৰোহিত, ঋত্বিক আৰু মন্ত্ৰীসকলে সৈতে চাৰিওফালে যথাযোগ্য ভাবে আসন গ্ৰহণ কৰি বহিল। ১-১২

তেতিয়া ৰজা জনকে বিশ্বামিত্ৰৰ পিনে চাই কলে, "ভগবন, আজিহে দেৱতা সকলে মোৰ যজ্ঞক সম্পূৰ্ণৰূপে সফল কৰিলে। ভগবন, আপোনাক দেখা পাই আজি মই যজ্ঞৰ ফল লাভ কৰিলোঁ। হে মুনিপুঙ্গৱ, যিহেতু আপুনি মুনিগণে সৈতে মোৰ এই যজ্ঞস্থলত উপস্থিত হৈছে, এতেকে মই ধন্য আৰু অনুগৃহীত হৈছোঁ। হে ব্ৰহ্মন্, পণ্ডিতসকলে দীক্ষাৰ বাবে বাৰ দিন ধাৰ্য্য কৰিছে, অতএব হে কৌশিক, যজ্ঞৰ ভাগ গ্ৰহণাৰ্থে আগত দেৱতাসকলক আপুনি দেখা পাব।" মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক প্ৰহৃষ্ট মনে এইদৰে কৈ ৰজা জনকে পুনঃ কৃতাঞ্জলি হৈ সংযতচিত্তে সুধিব ধৰিলে, "হে ব্ৰহ্মন, আপোনাৰ মঙ্গল হওক। দেখিছোঁ এই দুজন কুমাৰ দেৱতুল্য পৰাক্ৰমশালী, গমনত গজেন্দ্ৰ সদৃশ ধীৰ, ব্যাঘ্ৰ-বৃষভ সদৃশ বলবান, ৰূপত অশ্বিনীকুমাৰ সম আৰু প্ৰাপ্ত-যৌবন। অনুমান হয় যেন দুজন দেৱতাহে নিজ ইচ্ছা অনুসৰি সৰগৰ পৰা নামি আহি



পৃথিবীত অৱতীৰ্ণ হৈছে। হে মুনিবৰ, এওঁলোক দুজন কাৰ আৰু কিয়ই বা পদব্ৰজে এইখিনি পাইছেহি। হে মহামুনি, বৰায়ুধাৰী এওঁলোক দুয়োজনে গগন-প্ৰভাকৰ চন্দ্ৰ-সূৰ্য্যসম এই ঠাইৰ শোভা বৰ্ধন কৰি আছে। উভয়ে আকৃতি, ভাব-ভঙ্গী আৰু চৰিত্ৰত ইজনে সিজনৰ সদৃশ কাকপক্ষধৰ বীৰ—এওঁলোক কাৰ পুত্ৰ?" ১৩-২১

মহাত্মা জনকৰ কথা শুনি অপ্ৰমেয়াত্মা বিশ্বামিত্ৰই জনালে যে তেওঁলোক দুয়োজন ৰজা দশৰথৰ পুত্ৰ। তাৰ পিচত মহাজ্ঞানী মুনিবৰ বিশ্বামিত্ৰই ৰাম আৰু লক্ষ্মণৰ সিদ্ধাশ্ৰমত নিবাস, ৰাক্ষস বধ, সংহৃষ্টচিত্তে তালৈ আগমন, বিশালা আৰু অহল্যা দৰ্শন, গৌতমৰ লগত মিলন, মহান হৰধনুৰ বিষয়ে জানিবলৈ ইচ্ছা কৰি ইয়ালৈ কৰা আগমন—এই সকলো কথা মহাত্মা জনকক নিবেদন কৰি কথা সমাপ্ত কৰিলে। ২২-২৫

**ইতি পঞ্চাশৎ সৰ্গ সমাপ্ত।**

## একপঞ্চাশৎ সৰ্গ (৫১)

### শতানন্দৰ দ্বাৰা বিশ্বামিত্ৰৰ পৰিচয় দান।

ধীমান বিশ্বামিত্ৰৰ কথা শুনি তেজস্বী মহাতপা শতানন্দৰ শৰীৰ আনন্দতে ৰোমাঞ্চিত হব ধৰিলে। শতানন্দ ঋষি গৌতমৰ জ্যেষ্ঠ পুত্ৰ, তপস্যাবলত সমুজ্জ্বল প্ৰভান্বিত। ৰামক দেখা পাই তেওঁ অতিশয় বিস্ময়ান্বিত হল। তাৰ পিচত নৃপাত্মজ ৰাম আৰু লক্ষ্মণক সুস্থিৰ ভাবে বহিলোৱা দেখি তেওঁ মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক কব ধৰিলে, "হে মুনিপুঙ্গৱ, দীৰ্ঘকাল তপস্যাত মগ্ন থকা মোৰ যশস্বিনী আইক আপুনি ৰাজপুত্ৰ ৰামক দেখুৱাইছিল নে? তেজস্বিনী মোৰ আইয়ে বন্য ফল-মূলাদিৰে সৰ্বজনপূজ্য ৰামক পূজিছিল নে? হে মহাতেজা মুনিবৰ, আপুনি দেৱৰাজ ইন্দ্ৰৰ কুকীৰ্ত্তিৰ কথা উল্লেখ কৰি আইৰ বিষয়ে সকলোখিনি কথা ৰামৰ ওচৰত নিবেদন কৰিছিল নে? হে মুনিশ্ৰেষ্ঠ কৌশিক, আপোনাৰ মঙ্গল হওক, ৰামৰ লগত দৰ্শন হোৱাৰ পিচত আইৰ পিতাৰ লগত মিলন হৈছে নে? হে কুশিকাত্মজ, মহাতেজস্বী ৰামচন্দ্ৰ ইয়ালৈ অহাৰ আগতে মোৰ পিতৃদেৱে তেওঁক পূজা অৰ্চনা জনাইছিল নে আৰু ৰামচন্দ্ৰইও শান্তচিত্তে পিতৃদেৱক অভিবাদন জনাইছিল নে?" বাক্যবিশাৰদ আৰু কথাৰ মৰ্ম্মজ্ঞ মহামুনি বিশ্বামিত্ৰই শতানন্দৰ কথা শুনি তেওঁক কলে, "হে

মুনিশ্ৰেষ্ঠ, মোৰ কৰ্তব্য কৰ্মত কোনো প্ৰকাৰৰ ক্ৰটি ঘটা নাই। ভৃগুপুত্ৰ জমদগ্নিৰ লগত পৰশুৰামৰ মাতা ৰেণুকাৰ যিদৰে মিলন হৈছিল মুনি গৌতমৰ লগতো তেওঁৰ পত্নী অহল্যাৰ সেইদৰে মিলন ঘটিছে।" ১-১১

ধীশক্তি-সম্পন্ন বিশ্বামিত্ৰৰ কথা শুনি মহাতেজস্বী শতানন্দই ৰামক উদ্দেশ্য কৰি কলে, "হে নৰশ্ৰেষ্ঠ, আপোনাৰ ইহাগমন মই স্বাগতম্ বাক্যেৰে সাদৰিলোঁ। মোৰ ভাগ্যগুণে আজি আপুনি আনৰ অপৰাজিত মহৰ্ষি বিশ্বামিত্ৰক আগত লৈ ইয়াত উপস্থিত হৈছে। যিবোৰ কৰ্ম আনে চিন্তাশক্তিৰেও ঢুকি নাপায়, মহাতেজস্বী ব্ৰহ্মৰ্ষি বিশ্বামিত্ৰ তেনেবিধ কৰ্মবো কৰ্তা আৰু তপোবলত তেওঁ অপৰিমেয় শক্তিসম্পন্ন। এখেতেই জগতৰ পৰম গতি বুলি মই জানো। হে ৰাম, এনেহেন মহাতপস্বী কুশিক-পুত্ৰক আপোনাৰ সংৰক্ষক হিচাপে পোৱাত মোৰ অনুমান হৈছে এই পৃথিবীত আপোনাতকৈ ভাগ্যবান আন কোনো নাই। মহাত্মা কৌশিকৰ বল আৰু তত্ত্বকথা মই বৰ্ণনা কৰোঁ, আপুনি শুনক—ধৰ্মাত্মা এই পুৰুষে সুদীৰ্ঘকাল শত্ৰুকুল দমন কৰি ৰজা হিচাপে ৰাজত্ব কৰি আছিল। তেওঁ ধৰ্মজ্ঞ, কৃতবিদ্য আৰু প্ৰজাসকলৰ হিতকাৰ্য্যত ৰত আছিল। আদিতে প্ৰজাপতিৰ কুশ নামে এজন পুত্ৰ ৰজা আছিল। কুশৰ পুত্ৰ হৈছে বলশালী পৰম ধাৰ্মিক কুশনাভ। কুশনাভৰ পুত্ৰ বিশ্ববিশ্ৰুত গাধি। গাধিৰ পুত্ৰ মহাতেজস্বী মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰ। মহাতেজস্বী বিশ্বামিত্ৰই বহু হাজাৰ বছৰ ৰাজত্ব কৰি পৃথিবী পালন কৰি আছিল। এদিনাখন মহাতেজস্বী বিশ্বামিত্ৰই চতুৰঙ্গবল সংগ্ৰহ কৰি অক্ষৌহিণী সৈন্যেৰে পৰিবেষ্টিত হৈ পৃথিবী ভ্ৰমণলৈ ৰাহিৰ হল। বহুত নগৰ, ৰাষ্ট্ৰ, নদ, নদী, পৰ্বত, আশ্ৰম পৰিভ্ৰমণ কৰি শেহত বশিষ্ঠ ঋষিৰ আশ্ৰমত উপনীত হলহি। বিশ্বামিত্ৰই দেখিলে যে এই আশ্ৰম নানা পুষ্পিত লতা আৰু গছগছনিৰে পৰিপূৰ্ণ, বিবিধ পশুৰ বিচৰণ স্থল, সিদ্ধ আৰু চাৰণগণৰ বাসভূমি, আৰু দেব, দানব, গন্ধৰ্ব আৰু কিন্নৰৰ দ্বাৰা পৰিশোভিত। তেওঁ দেখিলে হৰিণাসকলে নিঃশঙ্কচিত্তে তাত বিচৰণ কৰি ফুৰিছে। ব্ৰাহ্মণ সকলে দলে দলে তাত বসতি কৰি আছে। ব্ৰহ্মৰ্ষি আৰু দেবৰ্ষিগণ সততে তাত বিৰাজ কৰিছে। এই ঠাই তপঃসিদ্ধ অগ্নিতুল্য, মহাত্মা চতুৰ্মুখব্ৰহ্মোপম ঋষিগণৰ দ্বাৰা অধ্যুসিত। জল, বায়ু, শুষ্কপত্ৰ, অথবা ফলমূলাদি মাত্ৰ ভক্ষণ কৰি প্ৰবৰ্ত্তি থকা, জপ আৰু হোমপৰায়ণ নিষ্পাপ জিতেন্দ্ৰিয় ঋষিসকল, বালখিল্য, বৈখানস*

* বালখিল্য, বৈখানস—ব্ৰহ্মাৰ নোম আৰু নখৰ পৰা উৎপন্ন ঋষিকুল। আকৃতিত তেওঁলোক নিচেই সৰু, একোটা বুঢ়া আঙ্গুলিৰ সমান। তেওঁলোক বৰ উগ্ৰতপস্বী। কথিত আছে যাঠি হাজাৰ বালখিল্যই সূৰ্য্যৰ ৰথ বেঢ়ি ধৰি থাকে। ব্ৰহ্মাৰ নোমৰ পৰা উৎপন্নসকলক বালখিল্য আৰু নখৰ পৰা উৎপন্নসকলক বৈখানস বোলে।



প্ৰভৃতিয়ে চতুৰ্দ্দিকে তাত শোভা বিস্তাৰ কৰি আছে। এইদৰে বিষয়ী সকলৰ ভিতৰত শ্ৰেষ্ঠ মহাপৰাক্ৰমশালী বিশ্বামিত্ৰই দেখিলে যে বশিষ্ঠ ঋষিৰ আশ্ৰমখন দ্বিতীয় এখন ব্ৰহ্মালোক সদৃশ। ১২-২৮

**ইতি একপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## দ্বিপঞ্চাশৎ সৰ্গ (৫২)

## বশিষ্ঠ আৰু ৰজা বিশ্বামিত্ৰৰ সম্বাদ

মহাবলশালী বীৰ বিশ্বামিত্ৰই তপস্বী-শ্ৰেষ্ঠ বশিষ্ঠক দেখা পাই প্ৰীত মনে সবিনয়ে তেওঁক প্ৰণতি জনালে। তেতিয়া মহাত্মা ভগবান বশিষ্ঠে স্বাগত বাণীৰে সম্ভাষণ জনাই তেওঁলৈ আসন আগবঢ়ালে। ধীমান বিশ্বামিত্ৰ উপবিষ্ট হোৱাৰ পিচত মুনিবৰে যথাবিধি ফলমূল আদিৰে যোগান ধৰিলে। ৰাজশ্ৰেষ্ঠ বিশ্বামিত্ৰই আতিথ্য গ্ৰহণ কৰি তপস্যা, অগ্নিহোত্ৰ, শিষ্য আনকি বনস্পতি সমূহৰো কুশল বাতৰি বশিষ্ঠক সুধিলে। উত্তৰত তপস্বীশ্ৰেষ্ঠ ব্ৰহ্মাৰ পুত্ৰ মহাতপা বশিষ্ঠই সকলোৰে কুশল বুলি জনাই সুখোপবিষ্ট ৰজা বিশ্বামিত্ৰক কলে, "হে ৰাজন, আপোনাৰ কুশল নে? হে ধৰ্মশীল বিশ্বামিত্ৰ, আপুনি ধৰ্মত থাকি প্ৰজাৰ মনোৰঞ্জক হৈ ৰাজ-ধৰ্ম ৰক্ষা কৰি প্ৰজা পালন কৰি আছে নে? আপোনাৰ কৰ্মচাৰীবৃন্দে যথোপযুক্ত হিচাবে পাবলগীয়া ধন পাই শাসনৰ বশ মানি আছে নে? হে ৰিপুসূদন, আপোনাৰ শত্ৰুকুল সম্পূৰ্ণৰূপে আপোনাৰ অধীনত আছে নে? হে পৰন্তপ, আপোনাৰ সৈন্যবল, ধনবল আৰু মিত্ৰবলৰ কুশল নে? হে অনঘ, আপোনাৰ পুত্ৰ, পৌত্ৰ সকলোৰে মঙ্গল নে?" মহাশক্তি সম্পন্ন ৰজা বিশ্বামিত্ৰই সবিনয়ে বশিষ্ঠক "সকলো বিষয়তে কুশল" বুলি উত্তৰ দিয়াত ধৰ্মিষ্ঠ ঋষি বশিষ্ঠ আৰু ৰজা বিশ্বামিত্ৰ উভয়ে সুদীৰ্ঘকাল পৰম আনন্দমনে নানা তৰহৰ কথা পাতি পৰস্পৰে পৰস্পৰক প্ৰীতি দান কৰিলে। ১-১১

হে ৰঘুনন্দন, কথাৰ শেহত ভগবান বশিষ্ঠই হাঁহি এটি মাৰি ৰজা বিশ্বামিত্ৰক কলে, "হে মহাশক্তিশালী ৰাজন, আপোনাৰ এই সৈন্যদল আৰু অতুলনীয় আপোনা-লৈকে যথাযোগ্য ভাবে আতিথ্য সৎকাৰ আগ বঢ়াব খুজিছোঁ। আশা কৰোঁ

আপুনি তাক গ্ৰহণ কৰিব। হে ৰাজন, আপুনি মোৰ শ্ৰেষ্ঠ অতিথি আৰু সযত্নে মই আপোনাক পূজা অৰ্চনা জনোৱা উচিত, এতেকে মই আগবঢ়োৱা আতিথ্য-সংকাৰ আপুনি গ্ৰহণ কৰিব বুলি মোৰ আশা।” ঋষি বশিষ্ঠই এইদৰে কোৱাত ৰজা বিশ্বামিত্ৰই কলে, “হে মুনিবৰ, আপুনি যথেষ্ট কৰিছে। আপোনাৰ বাক্য আৰু আশ্ৰমত থকা ফল-মূল, পাদ্য আচমনীয় দ্ৰব্যৰ দ্বাৰা আৰু বিশেষকৈ ভগবন্ত পুৰুষ আপোনাৰ দৰ্শনতে মই আপ্যায়িত। হে মহাপ্ৰাজ্ঞ, আপুনি নিজেই পূজনীয় হৈ মোৰ প্ৰতি যি অভ্যৰ্থনা দেখুৱাইছে সিয়ে মোৰ পক্ষে যথেষ্ট; এতিয়া নমস্কাৰ জনালোঁ, আশা কৰোঁ আপুনি স্নেহপূৰ্ণ দৃষ্টিৰে মোৰ পিনে চাব।” ১২-১৭

ৰজাই এইদৰে কোৱাতে উদাৰশীল ধৰ্মাত্মা বশিষ্ঠই পুনঃ পুনঃ আতিথ্য গ্ৰহণৰ বাবে পীড়াপীড়ি কৰাত গাধিসুত বিশ্বামিত্ৰই, “বাৰু তেন্তে সেয়ে হওক” বুলি উত্তৰ দি কলে “হে মুনিপুঙ্গৱ ভগবন, আপোনাৰ যেনে ইচ্ছা তেনে হওক।” ১৮-১৯

বিশ্বামিত্ৰৰ কথা শুনি তপস্বীশ্ৰষ্ঠ বশিষ্ঠই প্ৰীতমনে বিচিত্ৰাবৰ্ণা পাপবিহীনা হোমধেনুক আহ্বান কৰি কলে “শবলে, বেগেতে ইয়ালৈ আহি মোৰ কথা শুনা। চতুৰঙ্গ সৈন্যদলে সৈতে এই ৰাজৰ্ষিক অতি উৎকৃষ্ট মহাৰ্ঘ ভোজনৰ দ্বাৰা আতিথ্য সংকাৰ কৰিম বুলি ইচ্ছা কৰিছোঁ। তুমি মোৰ এই ইচ্ছা পূৰণ কৰা। হে দিব্য কামধেনু, মোৰ পৰিতুষ্টিৰ কাৰণে যাৰ যেনে ইচ্ছা, ষড়ৰসযুক্ত তেনে খাদ্য অভিবৰ্ষণ কৰা আৰু ৰসযুক্ত অন্ন, পান, লেহ্য চোষ্য সামগ্ৰী আদি অতি শীঘ্ৰে সৃষ্টি কৰা।” ২০-২৩

**ইতি দ্বিপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## ত্ৰিপঞ্চাশৎ সৰ্গ (৫৩)

## কামধেনু শবলাৰ মাহাত্ম্য

হে শত্ৰু-বিনাশক ৰাম, বশিষ্ঠই এইদৰে কোৱাত কামধেনু শবলাই যাৰ যেনে ইচ্ছা তেনে ধৰণৰ কাম্যবস্তু সমূহ সৃষ্টি কৰিলে। ইক্ষু আৰু মধু ৰসৰ পৰা উৎপন্ন মিঠাই, খৈ, মৈৰেয় আদি প্ৰসিদ্ধ মদ্যজাত বস্তু, বহুমূলীয়া পানীয় দ্ৰব্য, নানাবিধ খাদ্যদ্ৰব্য, গৰম ভাত, বিবিধ সুমিষ্ট খাদ্য, সুপ, দধি আৰু তাৰপৰা উৎপন্ন বস্তুজাত,



সুস্বাদু ৰসযুক্ত খাণ্ডবাদি ভক্ষ্যদ্ৰব্য আৰু সেইদৰে হাজাৰ হাজাৰ ৰৌপ্যপাত্ৰ শবলাই সৃষ্টি কৰিলে। হে ৰাম, শবলাৰ সৃষ্ট এই বস্তুসমূহ বশিষ্ঠৰ দ্বাৰা অৰ্পিত হোৱাত বিশ্বামিত্ৰৰ অনুগামী সৈন্যদলৰ সকলোৱে পৰম তৃপ্ত হল আৰু ৰাজৰ্ষি বিশ্বামিত্ৰয়ো তেওঁৰ অনুসঙ্গী ব্ৰাহ্মণ পুৰোহিত, অমাত্য মন্ত্ৰীবৰ্গ আৰু ভৃত্যবৰ্গ সৈতে বশিষ্ঠৰ দ্বাৰা অভ্যৰ্থিত হৈ হৃষ্টচিত্তে বশিষ্ঠক কলে, “হে ব্ৰহ্মণ, পৰম পূজনীয় আপোনাৰ দ্বাৰা এই দৰে অভ্যৰ্থিত হৈ আমি সম্মানিত হৈছোঁ। হে বাক্যবিশাৰদ, এতিয়া মই আপোনাক এটা কথা কব খোজোঁ, অনুগ্ৰহ কৰি শুনক। মই শই শই অথবা হাজাৰে হাজাৰে গৰু আপোনাক দিওঁ। তাৰ সলনি আপোনাৰ শবলা এই গাইজনী মোক দিয়ক। এই গাইজনী এটি ৰত্ন; হে ভগবন, আপোনাৰ জনা আছে যে ৰত্নৰ অধিকাৰী ৰজাহে। এতেকে হে ব্ৰাহ্মণ, শবলাক মোক দিয়ক কিয়নো ধৰ্মতঃ তেওঁ মোৰ।” ১-১০

ধৰ্ম্মাত্মা বিশ্বামিত্ৰই এইদৰে কোৱাত মুনিশ্ৰেষ্ঠ ভগবান বশিষ্ঠই ৰজাক (বিশ্বামিত্ৰক) কলে, “হে ৰাজন, শবলাৰ বিনিময়ে শত সহস্ৰ বা কোটি গোদান অথবা দ'মে দ'মে ধনসোণৰ দান দিলেও শবলাক দিব নোৱাৰিম। হে অৰিন্দম কোনেপধ্যে এই গাইজনী মই পৰিত্যাগ কৰিব পৰা বিধৰ নহয়। আত্মবান (অৰ্থাৎ জ্ঞানী) সকলৰ কীৰ্ত্তি যিদৰে চিৰসঙ্গী, এই শবলাও মোৰ পক্ষে তেনে। এই শবলাৰ সহায়তে মোৰ হব্য (অৰ্থাৎ দেবতা সম্বন্ধীয়), কব্য (অৰ্থাৎ পিতৃদেব সকলৰ সম্বন্ধীয়) দান আনকি মোৰ প্ৰাণযাত্ৰা পৰ্য্যন্ত সম্পাদিত হয়। অগ্নিহোত্ৰ, বলি, হোম আৰু সেইদৰে স্বাহাকাৰ, বষট্‌কাৰ যজ্ঞ আৰু বিবিধ বিদ্যা এই শবলাৰ আয়ত্তাধীন। হে ৰাজৰ্ষি, আপোনাৰ আতিথ্যাদি এই সকলো কামো নিঃসন্দেহে শবলাৰে আয়ত্তাধীন হৈ সম্পাদিত হৈছে। মই সত্য কাঢ়ি কৈছোঁ, এই শবলাই মোৰ সৰ্বস্ব আৰু আনন্দদাত্ৰী। এতেকে হে ৰাজন, এইবোৰ আৰু আন আন বহুত কাৰণত শবলাক মই দিব নোৱাৰোঁ।” ১১-১৬

ঋষি বশিষ্ঠই এইদৰে কোৱাত বাক্যবিশাৰদ বিশ্বামিত্ৰই আৰু অধিক আগ্ৰহান্বিত হৈ কব ধৰিলে, “হে সুব্ৰত, শবলাৰ বিনিময়ত মই আপোনাক চৌধ হাজাৰ সোণৰ খুগুৱা লগোৱা, বক্ষঃ আৰু গ্ৰীবা-বন্ধনী শৃঙ্খল আৰু অঙ্কুশ শোভিত হাতী, চাৰিটা চাৰিটা শ্বেতঅশ্বযুক্ত আৰু আঠশ সোণৰ কিঙ্কিনী লগোৱা ৰথ, বাহ্লিকাদি দেশজাত আৰু উচ্চৈঃশ্ৰবাদি জাতৰ মহাশক্তি সম্পন্ন এহেজাৰ দহটা ঘোঁৰা আৰু নানা বৰণীয়া তৰুণ বয়সৰ কোটি সংখ্যক ধেনু আপোনাক দান কৰিম, শবলাক মোক দিয়ক। হে দ্বিজোত্তম, ইয়াৰ উপৰিও আপুনি সোণ আৰু ৰত্ন যি পৰিমাণে ইচ্ছা কৰে সেই পৰিমাণে মই আপোনাক দিম, আপুনি শবলাক মোক দিয়ক।” ১৬-২১

ধীমান বিশ্বামিত্ৰই এইদৰে কোৱাত ভগবান বশিষ্ঠই কলে, "হে ৰাজন, শবলাক মই কোনোমতে নিদিম। এই শবলাই মোৰ ৰত্ন, এইয়েই মোৰ ধন, সৰ্বস্ব আনকি মোৰ জীবন। দৰ্শ, পৌৰ্ণমাস* যজ্ঞ, যজ্ঞৰ দক্ষিণা আৰু আন আন বিবিধ ক্ৰিয়া সকলো এই শবলাৰ আয়ত্বাধীন। হে ৰাজন, আপুনি নিশ্চয়কৈ জানিব, যাবতীয়া ক্ৰিয়া-কলাপ সকলোৰে মূল এই শবলা। অধিক কৈ আৰু কি লাভ, কামদুহা এই শবলাক মই নিদিম। ২২-২৫

ইতি ত্ৰিপঞ্চাশৎ সৰ্গ সমাপ্ত।

## চতুঃপঞ্চাশৎ সৰ্গ (৫৪)

## বশিষ্ঠ-বিশ্বামিত্ৰৰ যুদ্ধ

যেতিয়া বশিষ্ঠমুনিয়ে কোনো প্ৰকাৰে কামধেনুক ত্যাগ নকৰোঁ বুলি কলে, তেতিয়া বিশ্বামিত্ৰই বলপূৰ্বক শবলাক কাঢ়ি ললে। হে ৰাম, মহাত্মা ৰজাই বলপূৰ্বক ধেনুজনীক লৈ যাব ধৰোঁতে শোকতে অভিভূতা হৈ তাই দুখপূৰ্ণ চিত্তে কান্দি কান্দি চিন্তা কৰিব ধৰিলে, "ৰজাৰ ভৃত্য সকলে শোকসন্তপ্তা আৰু দীনভাবাপন্না অবস্থাত মোক যে এইদৰে অবমানিত কৰিব বিচাৰিছে, ভগবান বশিষ্ঠই তেন্তে মোক পৰিত্যাগ কৰিলে নেকি? উদাৰাত্মা মহৰ্ষিৰ মই কি অপকাৰ কৰিছোঁ যে মুনিয়ে মোক নিষ্পাপ বুলি জানিও পৰম ধাৰ্মিক তেওঁৰ ভক্ত মোক পৰিত্যাগ কৰিলে।" এইদৰে ঘনাই ঘনাই চিন্তা কৰি দুমুনিয়াহ এটা কাঢ়ি ৰাজভৃত্য সকলৰ হাতৰ পৰা এৰাই বায়ুবেগে আহি পৰম তেজস্বী মহাত্মাৰ ভৰিত পৰিলহি। তেতিয়া অশ্ৰুপূৰ্ণ নয়নে বশিষ্ঠৰ আগত থিয় দি কান্দি কান্দি কব ধৰিলে, "হে ব্ৰহ্মাসুত ভগবান বশিষ্ঠ, আপুনি কি মোক পৰিত্যাগ কৰিছে যে এই ৰাজভৃত্যসকলে আপোনাৰ ওচৰৰ পৰা মোৰ টানি নিব বিচাৰিছে!" শবলাই এইদৰে কোৱাত ব্ৰহ্মৰ্ষি বশিষ্ঠই তেওঁৰ ভগিনী সদৃশ শোক-সন্তপ্তহৃদয়া দুঃখিতা তেওঁক কলে, "শবলে, মই তোমাক পৰিত্যাগ কৰা নাই আৰু তুমি মোৰ কোনো অপকাৰো কৰা নাই। মহাবলশালী এই ৰজাই বলপূৰ্বক তোমাক মোৰ ওচৰৰ পৰা কাঢ়ি নিছে। ৰজাৰ সমান বল মোৰ নাই; তাৰ উপৰিও বিশেষকৈ আজিৰ

* অমাবস্যা আৰু পূৰ্ণিমা তিথিত কৰিব লগা যজ্ঞ।



দিনত (যিহেতু ৰজা মোৰ অতিথি)। ৰজা ক্ষত্ৰিয়, অতএব বলী আৰু পৃথিবীৰ অধিপতি। সম্মুখতে হাতী, ঘোঁৰা, ৰথ, ধ্বজাদিৰে পৰিপূৰ্ণ এই অক্ষৌহিণী সেনা সকলে সৈতে তেওঁ আজি অতিশয় বলশালী।" ১-২২

বশিষ্ঠই এইদৰে কোৱাত অতিশয় বিনীত ভাবে বাক্যতত্বজ্ঞা শবলাই অতুল প্ৰভাবশালী ব্ৰহ্মৰ্ষিক কলে, "হে ব্ৰহ্মন, মনীষীসকলে কয়, বল ক্ষত্ৰিয়ৰ অধীনস্থ নহয়। ব্ৰাহ্মণ ক্ষত্ৰিয়তকৈ অধিক বলবান। দিব্য ব্ৰহ্মবল ক্ষত্ৰিয়ৰ বলতকৈ অধিক শক্তিসম্পন্ন। আপোনাৰ শক্তি অপৰিমিত, বিশ্বামিত্ৰ মহাবীৰ্য্যশালী হলেও আপোনাৰ তুলনাত অধিক বলশালী নহয়। আপোনাৰ তেজ আনৰ পক্ষে দুৰ্দ্ধৰ্ষ। হে মহাতেজাঃ ঋষি, আপুনি ব্ৰহ্মবল ধাৰণ কৰি মোক* নিয়োগ কৰক, মই দুৰাত্মাৰ দৰ্প, বল আৰু চেষ্টা বিনাশ কৰোঁ।' ১৩-১৬

ৰাম, শবলাই মহাযশস্বী বশিষ্ঠক এইদৰে কোৱাত "শত্ৰুদল-বিনাশক সৈন্যবল সৃষ্টি কৰা" এই বুলি শবলাক আদেশ দিলে। সুৰভিয়ে মুনিবৰৰ এই কথা শুনি হাম্বাৰৱ কৰি পহ্লবাদি শত শত সৈন্য সৃষ্টি কৰিলে আৰু সেই সৈন্যদলে বিশ্বামিত্ৰই চাই থাকোঁতে থাকোঁতে তেওঁৰ সৈন্যদল বিনাশ কৰিলে। তেতিয়া ৰজা বিশ্বামিত্ৰই ক্ৰোধবিস্ফাৰিতনয়নে বছা বছা অস্ত্ৰেৰে পহ্লবসৈন্যক ধ্বংস কৰিলে। শবলাই পহ্লৱ সৈন্য শই শই এইদৰে বিনষ্ট হোৱা দেখি পুনঃ শঁক, যবন আৰু উভয়েৰে মিশ্ৰিত ঘোৰাকৃতি সৈন্যদল সৃষ্টি কৰিলে। এই শক আৰু যবনমিশ্ৰিত সৈন্যই সমগ্ৰ ভূমি আগুৰি পেলালে। তেওঁলোক অতি প্ৰভাবশালী, বীৰ্য্যবান, পীতবস্ত্ৰে আবৃত শৰীৰ-বিশিষ্ট, তীক্ষ্ম খড়্গ আৰু পট্টিশধাৰী। এই সৈন্যসমূহে প্ৰদীপ্ত পাবক সদৃশ বিশ্বামিত্ৰৰ সমগ্ৰ সৈন্যবল দগ্ধ কৰিলে। তেতিয়া মহাতেজস্বী বিশ্বামিত্ৰই এনে অস্ত্ৰ প্ৰয়োগ কৰিব ধৰিলে যে যবনকম্বোজ আৰু বৰ্বৰ সৈন্যসমূহ আকুল হৈ উঠিল। ১৭-২৩

ইতি চতুঃপঞ্চাশৎ সৰ্গ সমাপ্ত।

* কামধেনুৱে আনৰ দ্বাৰা নিযুক্ত হলেহে নিজ শক্তি প্ৰয়োগ কৰিব পাৰে।

## পঞ্চপঞ্চাশৎ সৰ্গ ( ৫৫ )

## বিশ্বামিত্ৰৰ পৰাজয়

ৰজা বিশ্বামিত্ৰৰ অস্ত্ৰৰ প্ৰকোপত বিমোহিত হৈ শবলাৰ সৃষ্ট সৈন্যদলৰ তৎমৎ হেৰোৱা দেখি বশিষ্ঠই আদেশ দিলে, "কামধেনু, যোগবলৰ সহায়ত সৈন্যদল সৃষ্টি কৰা।" কোৱা মাত্ৰকে কামধেনুৰ হুঙ্কাৰৰ পৰা সূৰ্য্যসদৃশ কম্বোজ সৈন্য, ওহাৰৰ পৰা শস্ত্ৰপানি বৰ্বৰ জাতীয় সৈন্য, যোনিভাগৰ পৰা যবন, গোময় স্থানৰ ( পোকৰৰ ) পৰা শঁক, লোমকূপৰ পৰা ম্লেচ্ছ, হাৰীত আৰু কিৰাত সৈন্যসমূহ উৎপন্ন হৈ বিশ্বামিত্ৰৰ পদাতিক, অশ্বাৰোহী, গজাৰোহী আৰু ৰথাৰোহী সকলো সৈন্য তৎক্ষণাৎ নিৰ্মূল কৰিলে। মহাত্মা বশিষ্ঠই সৈন্যসমূহ এইদৰে উৎসাদিত কৰা দেখি বিশ্বামিত্ৰৰ এশ পুত্ৰই নানাবিধৰ অস্ত্ৰেৰে সুসজ্জিত হৈ ক্ৰোধপূৰ্ণভাৱে তপস্বী-প্ৰবৰ বশিষ্ঠৰ ওচৰলৈ খেদা দিলে, তেতিয়া মহান ঋষিয়ে এক হুঙ্কাৰতে সিহঁতৰ সকলোটিকে দগ্ধ কৰিলে। ১-৬

এইদৰে মহাত্মা বশিষ্ঠৰ প্ৰভাৱত অশ্ব, ৰথ, পদাতি আৰু আন আন সৈন্যবল আৰু লগতে তেওঁৰ শতপুত্ৰ ভস্মীভূত হোৱা দেখি সুমহাযশা বিশ্বামিত্ৰ লজ্জান্বিত হৈ চিন্তাযুক্ত হল। এনে অৱস্থাত বিশ্বামিত্ৰ তৰঙ্গহীন সমুদ্ৰৱৎ অথবা ভগ্নদন্ত সৰ্পৱৎ অথবা ৰাহুগ্ৰস্ত সূৰ্য্যৱৎ নিষ্প্ৰভ হল ; আৰু পুত্ৰ আৰু সৈন্যবল বিনাশ হোৱাৰ কাৰণে তেওঁ পক্ষহীন পক্ষীৰ নিচিনা সকলো ফালৰপৰা নিৰুৎসাহ হৈ নিষ্ফলতা হেতু মানসিক খেদ অনুভৱ কৰিব ধৰিলে। ৭-১০

তেতিয়া বিশ্বামিত্ৰই অবশিষ্ট এক পুত্ৰক ক্ষত্ৰিয় ধৰ্ম অনুসৰি ৰাজ্যপালনৰ ভাৰ অৰ্পণ কৰি বনৰ ভিতৰত প্ৰবেশ কৰিলে। তালৈ গৈ মহাতপস্বী বিশ্বামিত্ৰই হিমালয়ৰ দাঁতিত কিন্নৰ আৰু উৰগ সকলৰ বাসভূমিত মহাদেৱৰ তুষ্টিৰ অৰ্থে তপস্যা আৰম্ভ কৰিলে। কিছুদিন যোৱাৰ পিচত বৃষভধ্বজ বৰদাতা মহাদেৱে দেখা দি কলে, "হে ৰাজন, তুমি কি উদ্দেশ্যে তপস্যা আৰম্ভ কৰিছা ? তুমি কি কব বিচাৰিছা কোৱাঁ। মই বৰদান দিম, যি বৰকে ইচ্ছা কৰা কোৱাঁ।" দেৱদেৱ মহাদেৱে এইদৰে কোৱাত মহাতপশালী বিশ্বামিত্ৰই প্ৰণিপাত পূৰ্বক কলে, "হে অনঘ মহাদেৱ, যদি মোৰ প্ৰতি তুষ্ট হৈছে তেন্তে অঙ্গ উপাঙ্গ * মন্ত্ৰ আৰু ৰহস্যৰে সৈতে ধনুৰ্বেদ জ্ঞান মোক দিয়ক আৰু দেৱতা, দানব, মহৰ্ষি, গন্ধৰ্ব, যক্ষ, ৰক্ষৰ ভিতৰত যিবোৰ

* অঙ্গ—ওচৰত নিক্ষেপ। উপাঙ্গ—দূৰত নিক্ষেপ।



অস্ত্ৰ প্ৰচলিত আছে সেই সকলোবোৰ—হে মহাদেৱ, আপোনাৰ অনুগ্ৰহত মোত প্ৰতিভাত হওক। এই মোৰ ঈপ্সিত বৰ।" তেতিয়া মহাদেৱে 'তথাস্তু' বুলি কৈ অন্তৰ্হিত হল। ১১-১৮

মহাবলশালী বিশ্বামিত্ৰই মহাদেৱৰ পৰা অস্ত্ৰসমূহ লাভ কৰি দৰ্পান্বিত হৈ পৰ্বকালত স্ফীত সমুদ্ৰৰ দৰে বীৰ্য্যবলত বলীয়ান হৈ ঋষিপ্ৰবৰ বশিষ্ঠ মৰিল বুলিয়ে অনুমান কৰিলে। পিচত আশ্ৰমত প্ৰবেশ কৰি এনে অস্ত্ৰসমূহ ত্যাগ কৰিব ধৰিলে যে অস্ত্ৰৰ তেজত তপোবন দগ্ধ হোৱা যেন হল। ধীমান বিশ্বমিত্ৰৰ প্ৰযুক্ত অস্ত্ৰসমূহৰ কোব দেখি আশ্ৰমস্থ মুনিসকল শই শই চাৰিওফালে যেনি পালে তেনি পলাব ধৰিলে। এইদৰে মুনি বশিষ্ঠৰ শিষ্য আৰু আশ্ৰমৰ পশুপক্ষী সকলো ভয়তে বিহ্বল হৈ হাজাৰে হাজাৰে নানা দিকে পলাল। ফলত মহাত্মা বশিষ্ঠই—"ভয় নাই ভয় নাই, সূৰ্য্যৰ প্ৰভাৱত নীহাৰকণা যিদৰে বিধ্বস্ত হয় মইও গাধিপুত্ৰক সেইদৰে বিনাশ কৰিম"—এইদৰে কোৱা সত্ত্বেও আশ্ৰম জনশূন্য হল আৰু ক্ষণকালৰ নিমিত্তে বৃক্ষাদি পশুপক্ষীহীন উখৰ ভূমিৰ নিচিনা শব্দহীন হল। তেতিয়া মহাতেজস্বী তপস্বীপ্ৰবৰ বশিষ্ঠই ৰোষেৰে সৈতে বিশ্বামিত্ৰক উদ্দেশ্য কৰি কলে, "ৰে দুৰাচাৰ, যিহেতু বহুদিনৰ পৰা গঢ়ি তোলা এই আশ্ৰম বিনষ্ট কৰিলি, এতেকে হে মূঢ়, তইও জীয়াই নাথাকিবি।" এই বুলি কৈ অতিশয় ক্ৰোধান্বিত হৈ লৰালৰিকৈ বিধূম অগ্নিসদৃশ কালাগ্নিৰূপ যমদণ্ড হাতেৰে তুলি লৈ থিয় দিলে। ১৯-২৮

**ইতি পঞ্চপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## ষট্‌পঞ্চাশৎ সৰ্গ ( ৫৬ )

## বিশ্বামিত্ৰৰ পৰাজয় ( সমাপ্ত )

মহামুনি বশিষ্ঠই এইদৰে কোৱাত মহাবলশালী বিশ্বামিত্ৰই আগ্নেয় অস্ত্ৰক লক্ষ্য কৰি কৈ উঠিল, "বশিষ্ঠ, ( এতিয়াই তই তোৰ উপযুক্ত শিক্ষা পাবি )।" তেতিয়া ভগবান বশিষ্ঠই আন এডাল কালদণ্ডসম ব্ৰহ্মদণ্ড উত্তোলন কৰি ক্ৰোধপূৰ্ণস্বৰে কৈ উঠিল, "ৰে ক্ষত্ৰিয়াধম, এই মই থিয় দি ৰৈ আছোঁ, তোৰ যিমানখিনি শক্তি আছে তাক দেখুৱা। মই আজি তোৰ দৰ্প চূৰ্ণ কৰিম। হে গাধিসুত, তোৰ অস্ত্ৰৰো গৰ্ব বিলোপ কৰিম। তই দেখিবি কি তুচ্ছ তোৰ ক্ষত্ৰিয়বল আৰু কি উচ্চ আৰু

মহান এই ব্ৰহ্মবল! ৰে ক্ষত্ৰিয়কুলাঙ্গাৰ, মোৰ দিব্য ব্ৰহ্মবলৰ মহিমা চাই ল।" এই বুলি কৈ বশিষ্ঠই ব্ৰহ্মদণ্ডৰ সহায়ত পানীৰে অগ্নিৰ প্ৰকোপ কমোৱাৰ নিচিনা গাধিপুত্ৰৰ সৰ্বশ্ৰেষ্ঠ ঘোৰ আগ্নেয় অস্ত্ৰ নিষ্প্ৰভ কৰিলে। ১-৫

তেতিয়া গাধিনন্দন বিশ্বামিত্ৰই কুপিত হৈ ভীষণ বাৰুণ, ইন্দ্ৰ, পাশুপত, ঐষিক অস্ত্ৰ নিক্ষেপ কৰিলে। লগে লগে মানবাস্ত্ৰ মোহন, গান্ধৰ্বাস্ত্ৰ স্বাপন, জৃম্ভন, সন্তাপণ, বিলাপন, শোষণ, দাৰণ, দুৰ্জয় বজ্ৰাস্ত্ৰ, ব্ৰহ্মপাশ, কালপাশ, বাৰুণপাশ, মহাদেবৰ প্ৰিয় পিনাকাস্ত্ৰ, শুষ্ক আৰু আৰ্দ্ৰ বজ্ৰ, দণ্ডাস্ত্ৰ, পৈশাচ, ক্ৰৌঞ্চাস্ত্ৰ, ধৰ্মচক্ৰ, কালচক্ৰ, বিষ্ণুচক্ৰ, বায়ব্যাস্ত্ৰ, মথনাস্ত্ৰ, হয়শিৰাস্ত্ৰ, কঙ্কাল আৰু মুসল শক্তিদ্বয়, মহাস্ত্ৰ বিদ্যাধৰ আৰু দাৰুণ কালাস্ত্ৰ, ঘোৰ ত্ৰিশূলাস্ত্ৰ, কাপাল, কঙ্কণ, এই সকলো অস্ত্ৰ বশিষ্ঠৰ ওপৰত নিক্ষেপ কৰিলে। কিন্তু কি আচৰিত! ব্ৰহ্মাৰ পুত্ৰ বশিষ্ঠই এই সকলো অস্ত্ৰ এক দণ্ডৰ সহায়ত গ্ৰাস কৰি থলে। এই সকলোবোৰ অস্ত্ৰ এইদৰে শান্ত হলত ক্ষিপ্ৰহস্ত গাধিসুতে ব্ৰহ্মাস্ত্ৰ হাতত ললে। ব্ৰহ্মাস্ত্ৰ উদ্যত হোৱা দেখি অগ্নিপ্ৰমুখ দেবতাগণ, দেবৰ্ষিগণ, গন্ধৰ্ব, মহোৰগসমূহকে আদি কৰি ত্ৰৈলোক্যৰ সকলো জীব সন্ত্ৰস্ত হল। হে ৰাঘব, এই ব্ৰহ্মাস্ত্ৰৰো ব্ৰহ্মতেজ বশিষ্ঠ ঋষিয়ে ব্ৰহ্মদণ্ডৰ ব্ৰহ্মতেজৰ সহায়ত গ্ৰাস কৰিলে। বিশ্বামিত্ৰৰ ব্ৰহ্মাস্ত্ৰ গ্ৰাস কৰাৰ সময়ত মহাত্মা বশিষ্ঠই ত্ৰৈলোক্য বিমুগ্ধকাৰী ভীষণ এক ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। সেই মহাত্মাৰ শৰীৰৰ প্ৰত্যেক লোমকুপৰপৰা ধূমাবৃত্ত অগ্নিস্ফুলিঙ্গ সমূহ নিৰ্গত হব ধৰিলে আৰু বশিষ্ঠৰ হস্তস্থিত ব্ৰহ্মদণ্ডই ধূমবিহীন আন এডাল কালদণ্ডৰ নিচিনা শোভা ধাৰণ কৰিলে। ৬-১৯

তেতিয়া সকলো মুনিয়ে তপস্বীপ্ৰবৰ বশিষ্ঠক স্তুতি কৰিব ধৰিলে, "হে ব্ৰহ্মণ, আপোনাৰ এই অমোঘ তেজ নিজ তেজবলতে ধাৰণ কৰক; হে ব্ৰহ্মণ, মহাবলশালী বিশ্বামিত্ৰ পৰাভূত হৈছে; আপোনাৰ শক্তি অমোঘ, হে সৰ্বশ্ৰেষ্ঠ, লোকসমূহে শান্তি পাওক।" এইদৰে উক্ত হৈ মহাশক্তিসম্পন্ন তপস্বী বশিষ্ঠই অস্ত্ৰ সম্বৰণ কৰিলে। তেতিয়া বিশ্বামিত্ৰ পৰাভূত হৈ দীৰ্ঘনিশ্বাস কাঢ়ি কব ধৰিলে, "ধিক্ ক্ষত্ৰিয়বল, ব্ৰহ্মতেজৰ যি বল সেয়েহে প্ৰকৃত বল, যিহেতু এক ব্ৰহ্মদণ্ডৰ সহায়ত মোৰ সকলো অস্ত্ৰ বিনষ্ট হল। এতেকে প্ৰসন্নচিত্তে ব্ৰহ্মত্বৰ কাৰণভূত সেই মহাতপস্যাহে মই আৰম্ভ কৰিম। ২০-২৪

ইতি ষট্‌পঞ্চাশৎ সৰ্গ সমাপ্ত।

## সপ্তপঞ্চাশৎ সৰ্গ (৫৭)

### ব্ৰহ্মাৰ পৰা বিশ্বামিত্ৰৰ ৰাজৰ্ষি পদপ্ৰাপ্তি।
### ত্ৰিশঙ্কুৰ উপাখ্যান।

ইয়াৰ পিচত, হে ৰাম, মহাতপা বিশ্বামিত্ৰই মহাত্মাৰ (বশিষ্ঠৰ) লগত বৈৰ-ভাব ৰাখি আত্মপৰাভৱ স্মৰণ কৰি সন্তপ্তহৃদয়ে বাৰবাৰ দীৰ্ঘনিশ্বাস কাঢ়ি মহিষীৰে সৈতে দক্ষিণ দিশলৈ গল আৰু তাত ঘোৰ তপস্যা আৰম্ভ কৰিলে। তাত তেওঁ ফলমূল ভক্ষণ কৰি জিতেন্দ্ৰিয় হৈ পৰম তপস্যা কৰিলে। এই কালৰ ভিতৰতে তেওঁৰ হবিস্পন্দ, মধুস্পন্দ, দৃঢ়নেত্ৰ আৰু মহাৰথ নামে চাৰিটি সত্যধৰ্মপৰায়ণ পুত্ৰ উপজে। হাজাৰ বছৰ অতীত হলত লোকপিতামহ ব্ৰহ্মা উপস্থিত হৈ তপোধন বিশ্বামিত্ৰক কলে, "হে কুশিকাত্মজ, তুমি তপস্যাৰ দ্বাৰা ৰাজৰ্ষি হিচাপে লোকসমূহ জয় কৰিছা। তোমাৰ এই তপস্যাৰ দ্বাৰা তোমাক ৰাজৰ্ষি বুলি মই মানি লৈছোঁ।" এই বুলি মহাতেজস্বী পৰমেশ্বৰ ব্ৰহ্মা দেৱতাসকলে সৈতে স্বৰ্গ আৰু তাৰপৰা ব্ৰহ্মলোকলৈ গল। এই কথা শুনি বিশ্বমিত্ৰই লাজতে তলমুখ কৰি অতিশয় দুখিত হৈ ক্ৰোধে সৈতে কলে, "এইদৰে কঠোৰ তপশ্চৰ্য্যা কৰা সত্ত্বেও ঋষিগণে সৈতে দেবতাসকলে মোক ৰাজৰ্ষি বুলিহে জানিলে, অতএব বুজিলোঁ মোৰ তপস্যাৰ কোনো ফল নধৰিলে।" মনৰ ভিতৰতে এনেদৰে সিদ্ধান্ত কৰি ধৰ্মাত্মা মহাতপস্বী বিশ্বামিত্ৰই পৰমাত্মাৰ ধ্যানত মন নিয়োগ কৰি তপস্যা আৰম্ভ কৰিলে। ১-১০

ঠিক এনে সময়তে, হে ৰাম, সত্যবাদী, জিতেন্দ্ৰিয়, ইক্ষ্বাকুকুলবৰ্ধন ত্ৰিশঙ্কু নামে ৰজাৰ মনত "যজ্ঞবলেৰে সশৰীৰে দেবতাসকলৰ বাসস্থান স্বৰ্গলৈ যাম" এনে ভাব হোৱাত ঋষি বশিষ্ঠৰ আগত তেওঁ তেওঁৰ মনৰ ভাব প্ৰকাশ কৰিলে। মহাত্মা বশিষ্ঠই সেইটো অসম্ভব বুলি তেওঁৰ অনুৰোধ নৰখাত ৰজা ত্ৰিশঙ্কুৱে তেওঁৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে দক্ষিণ দিশলৈ গল, য'ত বশিষ্ঠৰ পুত্ৰসকলে দীৰ্ঘকাল ধৰি তপশ্চৰ্য্যা কৰি আছিল। তালৈ গৈ মহাতেজা ত্ৰিশঙ্কুৱে দেখিলে যে বশিষ্ঠৰ এশ মনস্বী পুত্ৰই তপস্যাৰত হৈ উজ্জ্বল শোভা ধাৰণ কৰি আছে। ৰজাই গুৰুদেবৰ সেই মহাত্মা পুত্ৰসকলৰ ওচৰ চাপি শ্ৰেষ্ঠানুক্ৰমে অভিবাদন জনাই লাজতে অলপ তললৈ মুখ কৰি কৃতাঞ্জলিপুটে কলে, "হে মহাভাগ সকল, আপোনাসকল শৰণ্য অতএব মই আপোনাসকলত শৰণ মাগিছোঁ। হে মহাত্মাসকল, আপোনাসকলৰ মঙ্গল হওক। মহাত্মা বশিষ্ঠই মোৰ অনুৰোধ প্ৰত্যাখ্যান কৰিছে। মই মহান এক যজ্ঞ

সম্পন্ন কৰিবলৈ বাঞ্ছা কৰিছোঁ। মোৰ অনুৰোধ, আপোনাসকলে সেই বিষয়ে মোক অনুমতি দিয়ক। আপোনাসকল আমাৰ গুৰুৰ পুত্ৰ আৰু তপস্যাৰত; মই আপোনালোক সকলোকে মূৰ পাতি প্ৰণাম জনাই আপোনাসকলৰ ওচৰত ভিক্ষা মাগিছোঁ। আপোনাসকলে সমাহিতচিত্তে মোৰ সিদ্ধিৰ অৰ্থে যজ্ঞ আৰম্ভ কৰক যাতে মই সশৰীৰে স্বৰ্গলোক পাব পাৰোঁ। হে তপোধনসকল, ভগবান বশিষ্ঠই প্ৰত্যাখ্যান কৰাৰ পিচত গুৰুপুত্ৰ আপোনালোক সকলোটিৰ আশ্ৰয় লোৱা ভিন্ন আন উপায় মই একো নেদেখোঁ। ইক্ষ্বাকুবংশৰ সকলোৰে পুৰোহিতবৰ্গই পৰম গতি। অতএব ঋষি বশিষ্ঠৰ পিচত আপোনালোকেই মোৰ পৰম দেৱতা।” ১১-২২

**ইতি সপ্তপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## অষ্টপঞ্চাশৎ সৰ্গ (৫৮)

### ত্ৰিশঙ্কুৰ উপাখ্যান (ক্ৰমশঃ)

হে ৰাম, ঋষিপুত্ৰসকলে ত্ৰিশঙ্কুৰ কথা শুনি ক্ৰুদ্ধ হৈ ৰজাক কলে, “ৰে দুৰ্মতি, সত্যবাদী গুৰুদেৱৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ তুমি তেওঁক অতিক্ৰম কৰি শাখান্তৰ বিচাৰি আনত আশ্ৰয় বিচাৰিছা। ইক্ষ্বাকুবংশীয় ৰজাসকলৰ পুৰোহিতেই পৰম গতি। সত্যবাদী আমাৰ পিতৃদেৱৰ বাক্য অতিক্ৰম কৰিবলৈ কাৰো শক্তি নাই। ভগবান ঋষি বশিষ্ঠই যিটো অসম্ভৱ বুলি প্ৰকাশ কৰিছে, সেই যজ্ঞ সম্পন্ন কৰিবলৈ আমি সমৰ্থ হব পাৰোঁ কেনেকৈ? হে নৰশ্ৰেষ্ঠ, তুমি নিতান্তই মূৰ্খ। পুনঃ নিজ নগৰলৈ গমন কৰা। হে পাৰ্থিব, অস্মদীয় পিতৃদেৱ ভগবান বশিষ্ঠই ত্ৰৈলোক্যৰে যজ্ঞ সম্পাদন কৰিবলৈ সক্ষম। তেখেতক অৱমানিত কৰিব পাৰো এনে সামৰ্থ্য আমাৰ নাই।” বশিষ্ঠপুত্ৰসকলৰ ক্ৰোধপূৰ্ণ এই কথা শুনি ৰজা ত্ৰিশঙ্কুই পুনৰায় তেওঁবিলাকক কলে, “ভগবান বশিষ্ঠই মোক প্ৰত্যাখ্যান কৰিছে আৰু গুৰুপুত্ৰ আপোনাসকলেও প্ৰত্যাখ্যান কৰিলে। হে তপোধনসকল, আপোনাসকলৰ মঙ্গল হওক। মই এতিয়া অন্য উপায় বিচাৰিম।” ১-৮

ৰজাৰ ঘোৰ অভিসন্ধিযুক্ত এই কথা শুনি ঋষিপুত্ৰসকল অতিশয় ক্ৰুদ্ধ হৈ “তই চণ্ডালত্ব প্ৰাপ্ত হবি” এই বুলি অভিসম্পাত দি নিজ নিজ আশ্ৰমত প্ৰৱেশ কৰিলে। ৯



তাৰ পিচত ৰাতি শেষ হোৱাৰ লগে লগে ৰজা চণ্ডালত্ব প্ৰাপ্ত হল। তেওঁৰ পৰিধান নীলবস্ত্ৰ, বৰ্ণ কৃষ্ণ, কেশ খৰ্ব্ব হল। চিতাভস্ম তেওঁৰ অঙ্গৰাগ আৰু শ্মশান-পুষ্পই হল তেওঁৰ মাল্য; লৌহনিৰ্মিত অলঙ্কাৰে হল তেওঁৰ আভৰণ। হে ৰাম, ৰজাৰ এই চণ্ডালৰূপ দেখি মন্ত্ৰীমণ্ডলী, পৌৰগণ আৰু আন যিসকল ৰজাৰ অনুগামী আছিল সকলোৱে তেওঁক এৰি যেয়ে যেনিয়ে পালে গুচি গল। হে কাকুৎস্থ, তেতিয়া ধীৰ ৰজাই দিন-ৰাতি নিজৰ ভিতৰতে বিদগ্ধ হৈ অকলশৰে তপোধন বিশ্বামিত্ৰৰ ওচৰ চাপিলে। ৰাম, মুনি বিশ্বামিত্ৰই চণ্ডালৰূপী ৰজাক এইদৰে বিফলমনোৰথ হোৱা দেখি তেওঁৰ মনত দয়াৰ ভাব উপজিল। তেতিয়া করুণাৰ্দ্ৰ চিত্তে মহাতেজস্বী পৰমধাৰ্মিক বিশ্বামিত্ৰই ঘোৰমূৰ্তি ৰজাক কলে, “ৰাজন, তোমাৰ মঙ্গল হওক। হে মহাবলশালী ৰাজপুত্ৰ, তোমাৰ ইয়ালৈ অহাৰ কাৰণ কি? অযোধ্যাধিপতি বীৰ ৰজা, শাপহেতু তুমি চণ্ডালত্ব প্ৰাপ্ত হৈছা।” বিশ্বামিত্ৰৰ কথা শুনি বাক্যকুশল চণ্ডালৰূপী ৰজাই কৃতাঞ্জলি হৈ কলে, “ভগবন, গুৰুদেৱ বশিষ্ঠই মোৰ অনুৰোধ প্ৰত্যাখ্যান কৰিছে আৰু সেইদৰে গুৰুপুত্ৰসকলেও মোক প্ৰত্যাখ্যান কৰাত মোৰ মনোবাঞ্ছা সিদ্ধ নহল, অধিকন্তু মোৰ বিপৰ্য্যয়হে ঘটিল। হে সৌম্যদৰ্শন, মোৰ আকাঙ্ক্ষা আছিল সশৰীৰে স্বৰ্গলৈ যোৱা। মই শতসংখ্যক যজ্ঞ সম্পন্ন কৰিছোঁ। তাৰ ফলো মই নাপালোঁ। মই অতীতত কেতিয়াও মিছা কথা কোৱা নাই আৰু এতিয়াও কোনো দিনে নিজে বিপন্ন হৈয়ো মিছাৰ আশ্ৰয় লোৱা নাই। ক্ষত্ৰিয়ধৰ্মক সাক্ষি কৰি শপত লৈ কৈছোঁ, বহুবিধ যজ্ঞ মই সম্পন্ন কৰিছোঁ, ধৰ্মেৰে সৈতে প্ৰজাপালন কৰিছোঁ আৰু মহাত্মা গুৰুজনসকলোকো সজগুণ আৰু আচাৰেৰে সন্তুষ্ট কৰিছোঁ। হে মুনিপুঙ্গৱ, এতিয়া ধৰ্মবিষয়ত উৎকৰ্ষ সাধন কৰিম বুলিয়েই যজ্ঞানুষ্ঠানত প্ৰবৃত্ত হবলৈ বিচাৰিছিলোঁ; কিন্তু মোৰ গুৰুজনসকল তাত সন্তুষ্ট নহল। এই সকলো কাৰণ নিৰীক্ষণ কৰি মোৰ অনুমান হৈছে দৈৱই প্ৰধান, পুৰুষাৰ্থ নিৰৰ্থক। দৈৱই সকলোকে অধিকাৰ কৰি আছে, দৈৱই পৰম গতি। ১০-২২

“এতেকে হে ভগবন, মই অতিশয় বিপন্ন হৈ আপোনাৰ প্ৰসাদ ভিক্ষা কৰিছোঁ। আপোনাৰ মঙ্গল হওক। দৈৱবিড়ম্বিত মোৰ প্ৰতি অনুগ্ৰহ কৰক। মোৰ আন উপায় নাই আৰু শৰণৰ স্থানো আন কোনো নাই। এতিয়া আপুনি পুৰুষকাৰৰ সহায়ত মোৰ দৈৱক প্ৰতিৰোধ কৰক। ২৩-২৪

**ইতি অষ্টপঞ্চাশৎ সৰ্গ সমাপ্ত।**

## একোনষষ্টিতম সৰ্গ (৫৯)

### ত্ৰিশঙ্কুৰ উপাখ্যান (ক্ৰমশঃ)

ৰজাই এইদৰে কোৱাত কুশিকাত্মজ বিশ্বামিত্ৰই কৃপা-পৰবশ হৈ সাক্ষাৎ চণ্ডালত্ব প্ৰাপ্ত ৰজাক মধুৰ স্বৰে কব ধৰিলে, "বৎস ইক্ষাকু-নন্দন, স্বাগতম্; তোমাক সুধাৰ্মিক বুলি জানি মই আশ্ৰয় দিলোঁ। হে নৃপশ্ৰেষ্ঠ, তুমি ভয় নকৰিবা। মই যজ্ঞবিষয়ত সহায়কাৰক পুণ্যকৰ্মা ঋষিসকলক নিমন্ত্ৰণ কৰি আনিম। তেতিয়া তুমি একান্তমনে যজ্ঞ সম্পন্ন কৰিবা। তোমাৰ গুৰুজন প্ৰদত্ত শাপহেতু যদিও তোমাৰ এই ৰূপৰ পৰিবৰ্ত্তন নহয় তথাপি এই ৰূপকে লৈ তুমি সশৰীৰে স্বৰ্গলৈ গমন কৰিবা। হে নৰাধিপ, যি হেতু তোমাৰ শৰণ্য হিচাপে কৌশিকৰ ওচৰলৈ আহি শৰণ মাগিছা। এতেকে মোৰ অনুমান স্বৰ্গ তোমাৰ হাতৰ মুঠিত।" ১-৫

এই বুলি কৈ মহাতেজস্বী বিশ্বামিত্ৰই তেওঁৰ পৰম ধাৰ্মিক মহাপ্ৰাজ্ঞ পুত্ৰ সকলক যজ্ঞৰ সম্ভাৰ সংগ্ৰহাৰ্থে আদেশ দিলে আৰু তেওঁৰ শিষ্যবৰ্গক মাতি আনি এইদৰে কলে, "মোৰ আদেশ অনুসৰি তোমালোকে বশিষ্ঠৰ শত পুত্ৰকে আৰম্ভ কৰি সমগ্ৰ ঋষি-মণ্ডলীক এই যজ্ঞলৈ আহ্বান কৰা আৰু সেইদৰে শিষ্য আৰু বেদজ্ঞ ঋত্বিক সকলে সৈতে সুহৃদবৰ্গকো নিমন্ত্ৰণ কৰা। মোৰ এই নিমন্ত্ৰণ পাই যদি কোনোৱে অন্যৰকম উক্তি কৰে তেনেহলে অনাদৰসূচক সেই সকলৰ কথা মোৰ ওচৰত যথাযথ ভাবে নিবেদন কৰিবা।" বিশ্বামিত্ৰৰ কথা শুনি তেওঁৰ আজ্ঞা অনুসৰি শিষ্যবৰ্গ দিশে দিশে প্ৰস্থান কৰিলে। ৬-৯

বিশ্বামিত্ৰৰ ব্ৰহ্মবাদী শিষ্যসমূহ সকলো দিশৰ পৰা উভতি আহি সমুজ্জলিত তেজঃসম্পন্ন মুনিবৰৰ সন্মুখীন হৈ ব্ৰহ্মবিৎ ঋষিসকলৰ কথা বৰ্ণাব ধৰিলে, "হে ভগবন্, আপোনাৰ নিমন্ত্ৰণ পাই দ্বিজাতিগণ আহি পৰিছে। অকল ঋষি মহোদয় আৰু বশিষ্ঠৰ একশ পুত্ৰ উপস্থিত হোৱা নাই। হে মুনিশ্ৰেষ্ঠ, বশিষ্ঠৰ পুত্ৰসকলে ক্ৰোধপূৰ্ণ বাক্যে যি প্ৰত্যুত্তৰ দিছে তাক আমি যথাযথভাবে নিবেদন কৰোঁ, শুনক। 'যি যজ্ঞৰ যাজক এজন ক্ষত্ৰিয় আৰু বিশেষকৈ যি যজ্ঞৰ অনুষ্ঠাতা এজন চণ্ডাল, সেই যজ্ঞৰ আহুতিস্বৰূপ প্ৰদত্ত হবিঃ কোন দেবতা অথবা ঋষিয়ে গ্ৰহণ কৰিব পাৰে? কোন ব্ৰাহ্মণ বা মহাত্মাই চণ্ডালৰ অন্ন ভোজন কৰি বিশ্বামিত্ৰকৰ্ত্তৃক পালিত হলেও স্বৰ্গলৈ যাব পাৰিব?' হে মুনিশ্ৰেষ্ঠ, মহোদয়কে আদি কৰি বশিষ্ঠ পুত্ৰ সকলে



আৰক্ত নয়নে ক্ৰোধপূৰ্ণ ভাবে এই নিষ্ঠুৰ বাণী প্ৰয়োগ কৰিছে।" তেওঁবিলাকৰ কথা শুনি মুনিপুঙ্গৱ বিশ্বামিত্ৰই খঙতে জ্বলি উঠি আৰক্তনেত্ৰে কব ধৰিলে, "যিহেতু উগ্ৰ তপস্যাৰত অতএৱ দোষৰঞ্জিত বুলি জানিও মোক এইদৰে দোষযুক্ত কৰিছে, এতেকে সেই দুৰাত্মাসকল ভস্মীভূত হব তাত কোনো সংশয় নাই। আজিয়ে সিহঁত কালপাশত বন্ধ হৈ যমৰ সদন পাব। সাতশ জীৱনকাল মৃতপ* হৈ কুকুৰৰ মাংস ভোজন কৰি জঘন্য মুষ্টিকবৎ† বিৰূপাকৃতি আৰু বিকৃত অবস্থাত জগতত বিচৰণ কৰিব; আৰু সেই দুৰ্বুদ্ধি মহোদয়ে যি দোষৰহিত অবস্থাতো মোৰ ওপৰত দোষাৰোপ কৰিছে সিও চণ্ডালত্ব প্ৰাপ্ত হৈ দুখিত ভাবে সকলো লোকতে নিষ্ঠুৰ হিচাবে প্ৰাণীসমূহৰ প্ৰাণসংহাৰ কৰি ফুৰিব আৰু মোৰ এই ক্ৰোধৰ ফলত সুদীৰ্ঘকাল দুৰ্গতি ভোগ কৰিব।" ১০-২১

মহাতপা তেজঃপূৰ্ণ মুনিপ্ৰবৰ বিশ্বামিত্ৰই এই কথা কৈ ঋষিসকলৰ মাজত কথাৰ সামৰণি মাৰিলে। ২২

**ইতি একোণষষ্টিতম সৰ্গ সমাপ্ত।**

## ষষ্ঠিতম সৰ্গ (৬০)

### অন্তৰীক্ষত ত্ৰিশঙ্কুৰ স্থিতি আৰু গ্ৰহ-নক্ষত্ৰৰ সৃষ্টি।

মহাতেজস্বী ঋষি বিশ্বামিত্ৰই মহোদয়কে আদি কৰি বশিষ্ঠৰ শতপুত্ৰ তপঃপ্ৰভাবত নিহত হোৱা জানি ঋষিসকলৰ মাজত কব ধৰিলে, "ইক্ষ্বাকুবংশোদ্ভৱ এই ৰজা জগতত ত্ৰিশঙ্কু নামে খ্যাত। তেওঁ ধাৰ্মিক আৰু বদান্য। নিজৰ এই শৰীৰে সৈতে স্বৰ্গলোক জয় কৰাৰ ইচ্ছা কৰি মোৰ শৰণ ভিক্ষা কৰিছে। এতেকে যিদৰে এওঁ সশৰীৰে স্বৰ্গলৈ যাব পাৰে আপোনালোকে মোৰ সৈতে তেনে যজ্ঞ আৰম্ভ কৰক।" বিশ্বামিত্ৰৰ কথা শুনি ধৰ্মজ্ঞ মহৰ্ষিসকলে ধৰ্মভাবাপন্ন হৈ সকলোটিয়ে গোট খাই স্থিৰ কৰিলে যে এই কুশিকাত্মজ মুনি অতিশয় কোপন স্বভাবৰ। এতেকে তেখেতে যি কৈছে সকলো কাম সেইমতে সম্পন্ন হব লাগিব। তাত কোনো সংশয় নাই।

* মৃতপ—শবৱস্ত্ৰাদি আহৰণকাৰী: অথবা শববাহক।

† মুষ্টিক—অতি ঘৃণনীয় নীহজাতকৰ মানুহ।

ভগবান বিশ্বামিত্ৰ স্বয়ং অগ্নিসদৃশ আৰু খং উঠিলেই অভিসম্পাত দিব। এতেকে যাতে ইক্ষ্বাকুকুলজাত ৰজা ত্ৰিশঙ্কু বিশ্বামিত্ৰৰ তেজঃপ্ৰভাৱত স্বৰ্গ লৈ যাব পাৰে তেনে যজ্ঞ আৰম্ভ হওক আৰু তোমালোক সকলোৱে সেইদৰে নিজ নিজ কামত প্ৰবৃত্ত হোৱা।" এই বুলি কৈ মহৰ্ষিসকলে যজ্ঞাৰ্থ ক্ৰিয়াসমূহৰ উদ্যোগ কৰিলে আৰু মহাতেজা বিশ্বামিত্ৰই নিজে যাজকৰ পদ ললে। তেতিয়া মন্ত্ৰজ্ঞ ঋত্বিকসকলে কল্পসূত্ৰানুযায়ী কাৰ্য্যকলাপ যথাবিধি সম্পন্ন কৰিলে। ১-১০

তাৰ পিচত বহুত দিন অতীত হৈ যোৱাত মহাতপা ঋষি বিশ্বামিত্ৰই যজ্ঞৰ নিজ নিজ ভাগ গ্ৰহণ কৰিবলৈ দেৱতাসকলক আহ্বান জনালে কিন্তু কোনো দেৱতা তাত উপস্থিত নহল। তেতিয়া মহামুনি বিশ্বামিত্ৰই কোপাবিষ্ট হৈ স্ৰুব তুলি লৈ ত্ৰিশঙ্কুক কলে, "হে নৰেশ্বৰ, মোৰ স্বোপাৰ্জিত তপস্যাৰ বল চোৱাঁ; মোৰ নিজ শক্তিবলে তোমাক সশৰীৰে স্বৰ্গ লৈ পঠাম। হে নৰেশ্বৰ, যদি স্বোপাৰ্জিত তপস্যাৰ কিঞ্চিত ফল আছে তেন্তে তাৰ বলতেই যি স্বৰ্গধাম সশৰীৰে দুষ্প্ৰাপ্য তুমি তালৈ গতি কৰা।" মুনিয়ে এইদৰে কোৱাৰ লগে লগে, হে কাকুৎস্থ, আন আন মুনিসকলৰ চকুৰ আগতে নৰেশ্বৰে সশৰীৰে স্বৰ্গ লৈ গতি কৰিলে। ১১-১৬

তেতিয়া পাকশাসন ইন্দ্ৰই আন আন দেৱতাসকলে সৈতে কৈ উঠিল, "হে ত্ৰিশঙ্কু, তুমি পুনঃ উভতি যোৱা; স্বৰ্গবাসৰ যোগ্যতা তোমাৰ হোৱা নাই। হে মূ[ঢ়] তুমি গুৰুজনৰ দ্বাৰা অভিশপ্ত, অতএৱ অধোমুখী হৈ তুমি পুনঃ পৃথিবীত পতিত হোৱা।" মহেন্দ্ৰই এইদৰে কোৱাত ত্ৰিশঙ্কুই পুনঃ নিপতিত হৈ "ত্ৰাহি" "ত্ৰাহি" বুলি তপোধন বিশ্বামিত্ৰৰ নাম লৈ চিঞঁৰিবলৈ ধৰিলে। তেতিয়া কৌশিক বিশ্বামিত্ৰই ৰজাৰ এই চিঞঁৰ শুনি খঙতে জ্বলি উঠি "থাকা, তাতেই থাকা" এই বুলি কৈ উঠিল। তেতিয়া তেজঃশক্তিসম্পন্ন ঋষি বিশ্বামিত্ৰই ঋষিসকলৰ মাজত দ্বিতীয় প্ৰজাপতিৰ ৰূপ ধাৰণ কৰি দক্ষিণ দিশত সপ্তৰ্ষিমণ্ডল আৰু আন আন ক্ষুদ্ৰ নক্ষত্ৰসমূহ সৃষ্টি কৰিলে। এইদৰে মহাযশস্বী মুনিয়ে ঋষিসকলৰ মাজত থাকি দক্ষিণদিশৰ নক্ষত্ৰসমূহ সৃষ্টি কৰি কৈ উঠিল "এতিয়া মই আন এজন ইন্দ্ৰ সৃষ্টি কৰিম অথবা মোৰ সৃষ্ট লোকসমূহ ইন্দ্ৰবিহীন হৈ থাকিব।"* এই বুলি কৈ খঙতে আন আন দেৱতাসমূহ সৃষ্টি কৰিবলৈ মন মেলিলে। ১৭-২৩

তেতিয়া ঋষিসংঘে সৈতে সুৰ আৰু অসুৰগণ সন্ত্ৰস্ত হৈ বিনীতভাৱে মহাত্মা

* উত্তৰ দিশত ধ্ৰুৱ নক্ষত্ৰ আৰু সপ্তৰ্ষিমণ্ডলৰ নিচিনা দক্ষিণ দিশত ত্ৰিশঙ্কুকধ্ৰুৱতৰা কৰি তেওঁৰ চতুঃপাৰ্শ্বে সপ্তৰ্ষিমণ্ডল আদি মোৰ সৃষ্ট এই লোক সমূহত ত্ৰিশঙ্কুই ইন্দ্ৰ হব আৰু এইদৰে ত্ৰিশঙ্কুক প্ৰতিষ্ঠিত কৰি তেওঁৰ সঙ্গী আন আন দেৱতা সমূহৰ সৃষ্টি কৰিম—এই অভিপ্ৰায়—টীকাকাৰ।



বিশ্বামিত্ৰক কব ধৰিলে, "হে মহাভাগ, এই ৰজাজন গুৰুজনৰ দ্বাৰা অভিশপ্ত, এতেকে হে তপোধন, এওঁ সশৰীৰে স্বৰ্গ লৈ যাবলৈ অক্ষম।" মুনিশ্ৰেষ্ঠ কৌশিকে দেৱতাসকলৰ এই কথা শুনি গভীৰ অৰ্থপূৰ্ণ বাক্যেৰে তেওঁলোকক কলে, "হে দেৱতাসকল, আপোনাসকলৰ মঙ্গল হওক। কিন্তু মই এই ৰজাজনৰ সশৰীৰে স্বৰ্গাৰোহণ প্ৰতিজ্ঞা কৰিছোঁ; মই প্ৰতিজ্ঞা মিথ্যা কৰিব নোৱাৰোঁ। গতিকে এইখনেই ত্ৰিশঙ্কুৰ শাশ্বত স্বৰ্গ হওক। মোৰ সৃষ্ট নক্ষত্ৰসমূহ, লোকসমূহ থাকে মানে সকলো থাকিব। গতিকে মই যি যি কৰিলোঁ দেৱতাসকলে তাত অনুমতি দান কৰক।" ২৪-২৯

বিশ্বামিত্ৰই এইদৰে কোৱাত দেৱতাসকলে তেওঁক কলে, "হে মুনিবৰ, আপোনাৰ মঙ্গল হওক। আপুনি যি কৈছে সেইটো সেইদৰেই হব। সূৰ্য্যৰ গতিপথৰ বাহিৰত এই সকলো নক্ষত্ৰ বিদ্যমান থাকিব আৰু তেওঁলোকৰ মধ্যত ত্ৰিশঙ্কু অধোমুখে দেৱতাসদৃশ দীপ্তিমান হৈ জ্বলি থাকিব আৰু এই জ্যোতিৰ্মণ্ডলী সেই নৃপশ্ৰেষ্ঠক অনুগমন কৰিব। এতেকে তেওঁৰ উদ্দেশ্য এইদৰে সিদ্ধ হোৱাত তেওঁ স্বৰ্গলোকলৈ যোৱাৰ নিচিনা কীৰ্ত্তিমন্ত হৈ থাকিব।" ৩০-৩৩

তেতিয়া দেৱতাসকলে এইদৰে স্তুতি জনোৱাত মহাতেজস্বী ধৰ্মাত্মা বিশ্বামিত্ৰই ঋষিসকলৰ সন্মুখত 'বাৰু সেয়ে হব' বুলি কৈ দেৱতাসকলৰ কথা মানি ললে। যজ্ঞৰ শেহত দেৱতাসকল আৰু তপোধন মহাত্মা ঋষিবৰ্গ যিদৰে আহিছিল সেইদৰে নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে। ৩৪

ইতি ষষ্ঠিতম সৰ্গ সমাপ্ত।

## একষষ্টিতম সৰ্গ (৬১)

### ৰজা অম্বৰীষৰ যজ্ঞ: শুনঃশেপৰ উপাখ্যান

হে নৰশ্ৰেষ্ঠ ৰাম, মহাতেজস্বী বিশ্বামিত্ৰই ঋষিসকলক যোৱা দেখি তেওঁৰ লগত থকা বনবাসী ঋষিসকলক কলে, "আমি এই দক্ষিণ দিশত থকা কালত মহাবিঘিনিয়ে আমাক পাব ধৰিছে; এতেকে আমি অন্যদিশলৈ গমন কৰোঁ আৰু তাতে তপস্যা কৰিম। হে মহাত্মন সকল, আমি পশ্চিম দিশৰ বিশাল তপোবনযুক্ত পুষ্কৰ হ্ৰদলৈ যাওঁ। সেই তপোবন অতি সুখকৰ; আমি সুখে তাত তপশ্চৰ্য্যা

কৰিব পাৰিম।" এই বুলি কৈ মহাতেজা মুনিবৰে পুষ্কৰলৈ গৈ ফলমূলাশী হৈ উগ্ৰ তপস্যা আৰম্ভ কৰিলে। ১-৩

ঠিক এনে সময়তে অম্বৰীষ নামে খ্যাত অযোধ্যাৰ মহান নৰপতিয়ে যজ্ঞ আৰম্ভ কৰিলে। যজ্ঞক্ৰিয়া চলি থাকোঁতে ইন্দ্ৰদেৱে তেওঁৰ যজ্ঞৰ পশু অপহৰণ কৰিলে। পশু অপহৃত হোৱাত ব্ৰাহ্মণে ৰজাক কলে, "ৰাজন, তোমাৰ দুৰ্নীতিহেতু পশু অপহৃত হোৱাত তোমাৰ যজ্ঞ নষ্ট হৈছে। হে নৰেশ্বৰ, যি ৰজাই ৰক্ষণকাৰ্য্যত অশক্ত, দোষে তেওঁক বিনাশ কৰে। হে পুৰুষৰ্ষভ, ইয়াৰ প্ৰায়শ্চিত্ত স্বৰূপ যজ্ঞ চলিথকা কালৰ ভিতৰতে হয় সেই পশুটো অথবা পশুৰ সলনি আন কোনো মানুহক বলি স্বৰূপে আনক।" ৪-৮

উপাধ্যায়ৰ কথা শুনি পুৰুষশ্ৰেষ্ঠ মহামতি ৰজাই হাজাৰ গৰুৰ বিনিময়ে নৰ-ৰূপী পশুৰ অনুসন্ধান কৰিব ধৰিলে। তেতিয়া ৰজাই দেশ, জনপদ, প্ৰখ্যাত নগৰ আৰু বন সমূহত আৰু পুণ্যভূমি আশ্ৰমস্থলত এই নৰৰূপ পশুৰ অনুসন্ধান কৰি অৱশেহত, হে ৰঘুনন্দন ৰাম, ভৃগুতুঙ্গ নামে পৰ্বতত ভাৰ্য্যা আৰু পুত্ৰৰে সৈতে বাস কৰি থকা ঋচীক নামৰ এক মুনিক লগ পালে। ৯-১১

মহাতেজস্বী অমিতপ্ৰভ ৰাজৰ্ষি অম্বৰীষে তপোবলতে দীপ্তিমান মহৰ্ষিক প্ৰণাম পূৰ্বক সন্তুষ্ট কৰি সৰ্বত্ৰ কুশল বাতৰি সুধি কব ধৰিলে, "হে মহাভাগ, যদি লক্ষ গোদানৰ সলনি যজ্ঞীয় পশুৰ কাৰণে আপোনাৰ পুত্ৰ এটিক বিক্ৰি কৰে, তেনেহলে হে ভাৰ্গৱ, মই কৃতাৰ্থ হওঁ। মই সকলো দেশতে পৰিভ্ৰমণ কৰিলোঁ, কিন্তু যজ্ঞীয় পশু বিচাৰি নাপালোঁ। এতেকে মূল্য গ্ৰহণ কৰি আপোনাৰ এটি পুত্ৰ মোক দান কৰক। ৰজাই এইদৰে কোৱাত মহাতেজস্বী ঋচীকে উত্তৰ দিলে, "হে নৰশ্ৰেষ্ঠ, মই কোনো প্ৰকাৰে জেষ্ঠ পুত্ৰক বিক্ৰি নকৰোঁ।" মহাত্মা ঋচীকৰ কথা শুনি পুত্ৰসকলৰ মাতাই নৰশ্ৰেষ্ঠ অম্বৰীষক কলে, "ভগবান ভাৰ্গৱে কৈছে জ্যেষ্ঠ পুত্ৰক তেওঁ বিক্ৰি নকৰে, কিন্তু হে প্ৰভু, কনিষ্ঠ পুত্ৰ শুনক মোৰ অতি আদৰৰ। এতেকে হে ৰাজন, কনিষ্ঠ পুত্ৰক মই সমৰ্পণ কৰিব নোৱাৰোঁ। হে নৰশ্ৰেষ্ঠ, দেখা গৈছে প্ৰায়ে জ্যেষ্ঠ পুত্ৰ পিতাকৰ আৰু কনিষ্ঠ পুত্ৰ মাকৰ অতি আদৰৰ হয়, এতেকে কনিষ্ঠজনক মই ৰাখিম।" ১২-১৯

মুনি আৰু মুনিপত্নীয়ে এইদৰে কোৱাত, হে ৰাম, মধ্যম পুত্ৰ শুনঃশেপে কলে, "পিতাই তেওঁৰ জেষ্ঠ পুত্ৰক বিক্ৰি নকৰে আৰু আইয়ে দিব নোখোজে কনিষ্ঠ জনক। এতেকে মধ্যম পুত্ৰ বিক্ৰীত হব পাৰে এয়ে মোৰ অনুমান। এতেকে হে ৰাজনন্দন, আপুনি মোক লৈ বলক।" ২০-২১



হে মহাবাহু ৰঘুনন্দন, ব্ৰহ্মবাদী ঋষিপুত্ৰৰ কথাৰ শেহত কোটি কোটি হিৰণ্য ৰত্নৰাশি আৰু লক্ষ ধেনু দান কৰি ৰাজৰ্ষি অম্বৰীষে পৰম প্ৰীত হৈ শুনঃশেপক লৈ ৰথাৰোহণ কৰি শীঘ্ৰে প্ৰস্থান কৰিলে। ২২-২৪

**ইতি একষষ্টিতম সৰ্গ সমাপ্ত।**

## দ্বিষষ্টিতম সৰ্গ (৬২)

### শুনঃশেপৰ মুক্তি আৰু অম্বৰীষৰ যজ্ঞ সমাপ্তি।

হে নৰশ্ৰেষ্ঠ ৰঘুনন্দন, মহাযশঃশালী ৰজা অম্বৰীষে শুনঃশেপক লৈ দুপৰীয়া সময়ত পুষ্কৰ হ্ৰদৰ ওচৰত বিশ্ৰাম লবলৈ থকা কালত যশোবন্ত শুনঃশেপে বৃহৎ পুষ্কৰ হ্ৰদৰ ওচৰলৈ আহি ঋষিবৰ্গৰে সৈতে তপস্যা-নিৰত তেওঁৰ মাতুল বিশ্বামিত্ৰক দেখা পালে। তৃষ্ণা আৰু শ্ৰমতে অতিশয় আতুৰ হৈ দীনভাৱে বিষন্নবদনে মুনিৰ কোলত পৰি কব ধৰিলে, "হে সৌম্য, মোৰ আই নাই, বোপাই নাই, কোনো জ্ঞাতি নাই, বন্ধুতো দূৰৰ কথা; হে মুনিপুঙ্গৱ, আপুনি মোক পৰিত্ৰাণ কৰক; হে নৰশ্ৰেষ্ঠ, আপুনি সকলোৰে আশ্ৰয়স্থল আৰু পৰিত্ৰাতা। আপুনি এনে প্ৰতিবিধান কৰক যাতে ৰজাও কৃতকাৰ্য্য হয় আৰু মইও দীৰ্ঘায়ু লাভ কৰি সৰ্বোৎকৃষ্ট তপস্যা আচৰণৰ দ্বাৰা স্বৰ্গলোক উপভোগ কৰিব পাৰোঁ। হে ধৰ্মাত্মন, মই অনাথ, আপুনি আপোনাৰ মহানুভৱ গুণৰ দ্বাৰা মোৰ নাথ স্বৰূপ হৈ পিতাই পুত্ৰক ৰক্ষা কৰা দি বিপন্ন অৱস্থাৰ পৰা মোৰ জীৱন ৰক্ষা কৰক।" ১-৭

মহাতপা বিশ্বামিত্ৰই শুনঃশেপৰ কথা শুনি বহুপ্ৰকাৰ প্ৰবোধ বাক্যেৰে তেওঁক সান্ত্বনা দি তেওঁৰ পুত্ৰসকলক কলে, "পৰলোকৰ হিতকামনা কৰি যি উদ্দেশ্যে শুভাকাঙ্ক্ষী পিতাই পুত্ৰৰ জন্ম দিয়ে, সেই সময় আজি উপস্থিত। বালক এই মুনিপুত্ৰজনে মোত শৰণ মাগিছে। এওঁৰ জীৱনৰ কাৰণে তোমালোক মোৰ পুত্ৰসকলে এটা হিতকাৰ্য্য কৰা। তোমালোক সকলোটি পুণ্যকৰ্মশীল আৰু ধৰ্মপৰায়ণ। ৰজাৰ যজ্ঞৰ কাৰণে বলিস্বৰূপ হৈ অগ্নিৰ তৃপ্তি সাধন কৰা। তাৰ দ্বাৰা এই শুনঃশেপ ৰক্ষা পৰিব, যজ্ঞ নিৰ্বিঘ্নে সম্পাদিত হব, দেৱতা সকলোৰো তৃপ্তি সাধন হব আৰু মোৰ উক্ত বাণীও যথাৰ্থতা লাভ কৰিব।" ৮-১২

হে নৰশ্ৰেষ্ঠ ৰাম, মুনিবৰৰ এই কথা শুনি মধুস্পন্দাদি তেওঁৰ পুত্ৰসকলে অভিমান কৰি হাঁহিৰ ছলে কলে, “হে বিভু, নিজৰ পুত্ৰক বলিদান দি আনৰ পুত্ৰক পৰিত্ৰাণ কৰাটো কেনে ধৰণৰ কথা! ভোজন কালত কুকুৰৰ মাংসৰ দৰে আমি এইটো এটা অকাৰ্য্য বুলি ভাবোঁ।”

পুত্ৰ সকলৰ কথা শুনি মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰই ক্ৰোধতে চকু ৰঙা কৰি কব ধৰিলে, “তোমালোকে নিৰ্ভয়ে মোৰ বাক্য উলঙ্ঘা কৰি ধৰ্মবিগৰ্হিত ৰোমহৰ্ষক যি দাৰুণ প্ৰত্যুত্তৰ প্ৰদান কৰিলা, তাৰ ফলত বশিষ্ঠৰ পুত্ৰশতৰ নিচিনা কুক্কুৰ মাংসাশী হৈ মুষ্টিকাদি জাতিত জন্ম লৈ পূৰ্ণ এহাজাৰ বছৰকাল পৃথিবীত বাস কৰিব লাগিব।” ১৩-১৭

এইদৰে নিজ পুত্ৰগণক অভিসম্পাত দি মুনিবৰে আৰ্ত্ত শুনঃশেপক সকলো প্ৰকাৰ দুখৰ পৰা ৰক্ষা কৰি কব ধৰিলে, “হে শুনঃশেপ, যেতিয়া তোমাক যজ্ঞীয় পৱিত্ৰ জৰীৰে বান্ধি ৰক্তমাল্য এবং অনুলেপনৰ দ্বাৰা অভিৰঞ্জিত কৰি বৈষ্ণৱ-যুপকাষ্ঠত বান্ধি থব তেতিয়া মন্ত্ৰৰ দ্বাৰা অগ্নিদেবতাক স্তুতি কৰিবা। হে মুনি-পুত্ৰ, তুমি এই দুইটি দিব্য গাথা ( স্তোত্ৰ ) ৰজা অম্বৰীষৰ যজ্ঞস্থলত গাবা আৰু তাৰ দ্বাৰাই সিদ্ধি লাভ কৰিবা।” ১৮-২০

শুনঃশেপে ধীৰচিত্তে এই স্তোত্ৰ দুটি আয়ত্ব কৰি লৈ শীঘ্ৰে ৰাজসিংহ অম্বৰীষক কলে, “হে ৰাজসিংহ মহামতি ৰাজন, আমি দুয়ো সোনকালে যাওঁহক। হে ৰাজেন্দ্ৰ, আপুনি যজ্ঞ সমাপন কৰি দীক্ষা উত্তীৰ্ণ হওক।” ঋষিপুত্ৰৰ কথা শুনি হৰ্ষান্বিত হৈ ৰজাই শীঘ্ৰে কাৰ্য্যতৎপৰ হৈ যজ্ঞস্থললৈ প্ৰস্থান কৰিলে। শাস্ত্ৰমতে প্ৰস্তুত যজ্ঞস্থলত দৰ্ভৰজ্জু আদি পৱিত্ৰীকৰণ দ্ৰব্যাদিৰ দ্বাৰা কাৰণ ভূত বলিক পশুত্বত আৰোপণ কৰি ৰক্তবস্ত্ৰ পৰিধান কৰাই যুপকাষ্ঠত বান্ধি থলে। এইদৰে বদ্ধ হৈ মুনিপুত্ৰ শুনঃশেপে পৰম পৱিত্ৰ স্তোত্ৰদ্বয়ৰ দ্বাৰা যথাবিধি ইন্দ্ৰ আৰু ইন্দ্ৰানুজক ( বিষ্ণুযুপদেবক ) স্তুতি কৰিব ধৰিলে। সহস্ৰাক্ষ ইন্দ্ৰই ৰহস্যমূল এই স্তুতিৰ দ্বাৰা পৰিতুষ্ট হৈ শুনঃ-শেপক দীৰ্ঘায়ু বৰ প্ৰদান কৰিলে। এইদৰে হে নৰশ্ৰেষ্ঠ ৰাম, ৰজাই যজ্ঞ সমাপ্ত কৰি সহস্ৰাক্ষৰ প্ৰসাদত বহুগুণ ফল লাভ কৰিলে; আৰু মহাতপস্বী ধৰ্মাত্মা বিশ্বামিত্ৰই পুষ্কৰহ্ৰদত পুনঃ এহেজাৰ বছৰ তপস্যা* কৰিলে। ২১-২৮

ইতি দ্বিষষ্টিতম সৰ্গ সমাপ্ত।

---

* পুত্ৰক দিয়া শাপৰদ্বাৰা পুৰাৰ্জিত তপস্যা নষ্ট হোৱাত পুনঃ তপস্যা আৰম্ভ।

## ত্ৰিষষ্টিতম সৰ্গ ( ৬৩ )

### বিশ্বামিত্ৰ-মেনকাৰ আখ্যান ঃ বিশ্বামিত্ৰৰ অনুতাপ ঃ পুনঃ তপস্যা আৰম্ভ।

হাজাৰ বছৰ সম্পূৰ্ণ হোৱাৰ পিচত মহামুনিয়ে ব্ৰত সমাপন কৰিলত দেবতাবৰ্গে তপস্যাৰ ফলদান কৰিবলৈ উপস্থিত হলহি। তেতিয়া মহাতেজঃসম্পন্ন ব্ৰহ্মাই মধুৰ বাক্যে কলে, “তোমাৰ মঙ্গল হওক। তুমি তোমাৰ স্বোপাৰ্জিত শুভ কৰ্মফলৰ দ্বাৰা ঋষিত্ব প্ৰাপ্ত হলা।” এই কথা কৈ দেবেশ ব্ৰহ্মা স্বৰ্গলৈ প্ৰস্থান কৰিলে। তাৰ পিচত মহাতেজস্বী বিশ্বামিত্ৰই পুনঃ মহান এক তপস্যা আৰম্ভ কৰিলে। ১-৩

এইদৰে বহুত কাল অতীত হলত পৰমাসুন্দৰী অপ্সৰা মেনকাই আহি সেই পুষ্কৰ হ্ৰদত স্নান কৰিবলৈ আৰম্ভ কৰিলে। কুশিকাত্মজ মহাতেজস্বী বিশ্বামিত্ৰই মেঘৰ মাজত থকা বিজুলীৰ নিচিনা অতুলনীয় ৰূপসম্পন্না মেনকাক দেখা পালে। তেতিয়া কামদেবৰ প্ৰভাবৰ অধীন হৈ মুনিয়ে মেনকাক কলে, “হে অপ্সৰা, স্বাগত! তুমি মোৰ এই আশ্ৰমত বাস কৰা। তোমাৰ মঙ্গল হওক। অনুগ্ৰহ কৰি মদন-প্ৰপীড়িত মোক গ্ৰহণ কৰা।” মুনিয়ে এইদৰে কোৱাত পৃথুজঘনা মেনকাই সেই আশ্ৰমতে থাকিবলৈ লাগিল। ফলত বিশ্বামিত্ৰৰ তপস্যাত মহা বিঘিনিয়ে দেখা দিলে। হে ৰাঘৱ, মেনকা আশ্ৰমত থকা কালৰ ভিতৰত বিশ্বামিত্ৰৰ পাঁচ পাঁচকৈ দহবছৰ সুখতে অতিবাহিত হল। এইদৰে সময় অতিবাহিত হোৱাত মহা-মুনি বিশ্বামিত্ৰ লজ্জিত হৈ কামভাব সংযত কৰি চিন্তা আৰু শোকগ্ৰস্ত হল। হে ৰঘুনন্দন, তেতিয়া বিশ্বামিত্ৰৰ ক্ৰোধ উপজিল; মনে মনে স্থিৰ কৰিলে “তপোবল হৰণৰ বাবে এই সকলো দেবতাসকলৰে কৰ্ম। দহবছৰ কাল মোৰ এটামাত্ৰ অহোৰাত্ৰৰ নিচিনাহে অনুমান হৈছে। কামমোহাভিভূত হৈ থকাৰ বাবে মহা বিঘিনি উপস্থিত হল।” হে ৰাম, দীৰ্ঘনিঃশ্বাস কাঢ়ি মুনিবৰে দুখতে অনুতপ্ত হৈ মেনকাক সন্ত্ৰস্ত আৰু কৃতাঞ্জলিপুটে কঁপি থকা দেখি মধুৰবাক্যে তেওঁক বিদায় দি উত্তৰ দিশৰ পৰ্বতলৈ গমন কৰিলে।

তালৈ গৈ তেওঁ একান্তমনে কামভাবক জয় কৰিব বুলি দৃঢ়সংকল্প হৈ কৌশিকী নৈৰ তীৰলৈ গৈ দুঃসাধ্য তপস্যা আৰম্ভ কৰিলে। এইদৰে উত্তৰ দিশৰ পৰ্বতত ঘোৰ তপস্যাত মুনিবৰৰ হেজাৰ হেজাৰ বছৰ অতিক্ৰম হোৱাত দেবতাসকলৰ মনত মহৎ ভয় উপস্থিত হল। তেতিয়া দেবতাসকলে ঋষিগণে সৈতে ব্ৰহ্মাৰ গুৰিলৈ গৈ মন্ত্ৰণা কৰিলে যে কুশিকাত্মজ বিশ্বামিত্ৰই মহৰ্ষিত্ব লাভ কৰিব পাৰে। দেবতা

সকলৰ কথা শুনি সৰ্বলোক পিতামহ ব্ৰহ্মাই তপোধন বিশ্বামিত্ৰক মধুৰ বাক্যে কলে, "হে মহৰ্ষি, হে বৎস, স্বাগত ; তোমাৰ উগ্ৰ তপস্যাত মই সন্তুষ্ট ; হে কৌশিক, ঋষিমুখ্যত্বৰূপ মহত্ব আখ্যা তোমাক দিলোঁ।" ব্ৰহ্মাৰ কথা শুনি তপোধন বিশ্বামিত্ৰই প্ৰণতিপূৰ্বক কৃতাঞ্জলিপুটে কলে "ভগবন, যদি মোৰ স্বোপাৰ্জিত শুভ কৰ্মফল হেতু অতুলনীয় ব্ৰহ্মৰ্ষি পদ মোত উল্লেখ কৰিব পৰা নাই তেনে হলে বুজিব লাগিব মই জিতেন্দ্ৰিয় হব পৰা নাই।" ব্ৰহ্মাই কলে, "মুনিশ্ৰেষ্ঠ, এতিয়াও তুমি সেই পৰিমিত জিতেন্দ্ৰিয় হব পৰা নাই। তাৰ বাবে তুমি যত্নপৰায়ণ হোৱা।" এই বুলি কৈ ব্ৰহ্মা ত্ৰিদিবলৈ গল। ব্ৰহ্মাৰ লগতে দেবতাসকল তাৰপৰা প্ৰস্থান কৰাত মহামুনি বিশ্বামিত্ৰই উৰ্দ্ধবাহু আৰু অবলম্বনবিহীন হৈ বায়ুভক্ষণ কৰি তপশ্চৰ্য্যা আৰম্ভ কৰিলে। তেওঁ পঞ্চতপা ব্ৰত আৰম্ভ কৰি দিন ৰাতি বৰ্ষাকালত মুকলি আকাশত, শীতকালত পানীৰ মাজত থাকি হাজাৰ বছৰ উগ্ৰ তপস্যাৰত হল। ১৫-২৪

মহামুনি বিশ্বামিত্ৰ এইদৰে তপস্যাৰত হোৱাত দেবতাসকল আৰু বাসবৰ মনত আতঙ্ক উপস্থিত হল। তেতিয়া মৰুৎগণে সৈতে শক্ৰই ৰম্ভা নামৰ অপ্সৰাক নিজৰ পক্ষে হিতকাৰী অথচ কৌশিকৰ পক্ষে অহিতকাৰী এই আদেশ প্ৰয়োগ কৰিলে। ২৫-২৬

**ইতি ত্ৰিষষ্টিতম সৰ্গ সমাপ্ত।**

## চতুঃষষ্টিতম সৰ্গ (৬৪)

## তপস্যাত বিঘিনি ঃ ৰম্ভাৰ শিলাত্ব প্ৰাপ্তি।

ইন্দ্ৰই কলে, "ৰম্ভে, দেবতাসকলৰ হিতাৰ্থে মহৎ এটা কাৰ্য্য সাধন কৰিব লগা হৈছে। তুমি কাম আৰু মোহভাবক আশ্ৰয় কৰি কৌশিকক প্ৰলোভন দেখুৱা।" ধীমান সহস্ৰাক্ষ ইন্দ্ৰই এইদৰে কোৱাত সলজ্জভাবে কৃতাঞ্জলিপুটে ৰম্ভাই উত্তৰ দিলে, "হে সুৰপতি, এই মহামুনি বিশ্বামিত্ৰ অতি উগ্ৰ প্ৰকৃতিৰ। হে দেব, এনে কৰিলে তেওঁ নিঃসন্দেহে মোৰ প্ৰতি ভীষণ ক্ৰুদ্ধ হব। হে দেব, আপুনি মোৰ প্ৰতি সদয় হওক ; তেওঁলৈ মোৰ মহৎ ভয়।" ৰাম, ভয়বিহ্বলা ৰম্ভাই ভয়তে এইদৰে কোৱাত কৃতাঞ্জলিপুটা কম্পমানা ৰম্ভাক ইন্দ্ৰই কলে, "ৰম্ভে, তুমি ভয়



নকৰিবা। তোমাৰ মঙ্গল হওক। মোৰ আজ্ঞা তুমি পালন কৰা। কন্দৰ্পে সৈতে মই বসন্তকালৰ কোকিলৰূপ ধাৰণ কৰি মনোমুগ্ধকৰ গছত পৰি তোমাৰ ওচৰতে থাকিম। হে ভদ্ৰে, তুমি দীপ্তিময় বহুবিধ ৰূপ ধাৰণ কৰি তপস্বী ঋষি কৌশিকৰ মন ভেদ কৰিবা।" ১-৭

ইন্দ্ৰৰ কথা শুনি ৰম্ভাই অতি উত্তম ৰূপ ধাৰণ কৰি পবিত্ৰ হাঁহিসনা মুখেৰে মনোমুগ্ধকাৰী ভাবক আশ্ৰয় কৰি বিশ্বামিত্ৰক প্ৰলোভন দেখুৱাব ধৰিলে। লগে লগে কোকিলৰ মনোহাৰী স্বৰো আহি ঋষিৰ কাণত প্ৰবেশ কৰিলে। তেতিয়া ঋষিয়ে আনন্দোৎফুল্ল মনে ৰম্ভাৰ প্ৰতি দৃষ্টিপাত কৰিলে। কোকিলস্বৰমিশ্ৰিত অতুলনীয় সেই গীতধ্বনি শুনি আৰু লগে লগে ৰম্ভাক দেখা পাই মুনিৰ মনত সন্দেহ উপস্থিত হল। মুনিপুঙ্গব বিশ্বামিত্ৰই এই সকলো ইন্দ্ৰৰ কাম বুলি জানি সক্ৰোধে ৰম্ভাৰ প্ৰতি অভিশাপ দিলে, "ৰম্ভে, যিহেতু কাম আৰু ক্ৰোধক জয় কৰিবলৈ ইচ্ছা কৰা অৱস্থাত মোক এইদৰে প্ৰলুব্ধ কৰিব বিচাৰিছা, অতএব হে দুৰ্ভগে, তুমি দহহাজাৰ বছৰ শিলাৰূপী হৈ থাকিব লাগিব। মোৰ ক্ৰোধত অভিশপ্ত তোমাক তপোবল সমন্বিত মহাতেজা কোনো ব্ৰাহ্মণেহে উদ্ধাৰ কৰিব।" ৮-১৩

মহাতেজা বিশ্বামিত্ৰমুনিয়ে এইদৰে কৈ ক্ৰোধ সম্বৰণ কৰিব নোৱাৰি নিজৰ ভিতৰতে বৰ অনুতপ্ত হল। তেওঁৰ এই মহৎ শাপৰ ফলত ৰম্ভা শিলামূৰ্ত্তি হল আৰু কন্দৰ্প আৰু ইন্দ্ৰ উভয়ে ঋষিবৰৰ এই বাক্য শুনি তাৰপৰা প্ৰস্থান কৰিলে। ১৪-১৫

ৰাম, মহাতেজস্বী বিশ্বামিত্ৰই তেওঁৰ কোপহেতু তপোবল হানি হোৱাত ইন্দ্ৰিয়জয় লাভ কৰিব নোৱাৰি মনত শান্তি নাপালে। তপোবল হানি হোৱাৰ কাৰণে তেওঁৰ মনে মনে চিন্তা হল, "আৰু কেতিয়াও মই ক্ৰোধৰ বশীভূত নহম আৰু আৰু কেতিয়াও কোনো কথা নকম ; বহুত বছৰকাল উশাহ পৰ্য্যন্ত নলম ; বিজিতেন্দ্ৰিয় হৈ নিজকে নিজে শোষণ কৰিম। যেতিয়ালৈ তপস্যাৰ বলত ব্ৰহ্মত্ব উপাৰ্জন কৰিব নোৱাৰো, তেতিয়ালৈ উশাহ-নিশাহ নলম আৰু কোনো দ্ৰব্য ভক্ষণ নকৰিম। এইদৰেই বহুকাল কটাম। তপস্যাৰত হৈ থকা কালত মোৰ শৰীৰৰ কোনো অঙ্গ ক্ষয় প্ৰাপ্ত নহব।" ১৬-১৯

হে ৰঘুনন্দন, এইদৰে হাজাৰ বছৰলৈ ব্ৰতৰ বাবে দীক্ষিত হৈ মুনিবৰে পৃথিৱীত অতুলনীয় এক প্ৰতিজ্ঞা কৰি থাকিল। ২০

**ইতি চতুঃষষ্টিতম সৰ্গ সমাপ্ত।**

## পঞ্চষষ্টিতম সৰ্গ (৬৫)

## বিশ্বামিত্ৰৰ ব্ৰহ্মৰ্ষিত্ব লাভ ঃ জনক ৰজাৰ গৃহলৈ গমন।

হে ৰাম, মহামুনি বিশ্বামিত্ৰই উত্তৰ দিক পৰিত্যাগ কৰি পূৰ্বদিকলৈ গৈ দাৰুণ তপস্যা আৰম্ভ কৰিলে। হাজাৰ বছৰ মৌনব্ৰত অবলম্বন কৰি অতি দুষ্কৰ তপস্যাত ৰত হৈ থকা কালৰ ভিতৰত তেওঁ নিজকে নিজে শুকান কাঠ এডোখৰত পৰিণত কৰিলে, আৰু নানাবিধ বিঘিনিৰ সম্মুখীন হৈয়ো খঙক মনত ঠাই নিদিলে। স্থিৰচিত্তে তপস্যাত অধিষ্ঠিত হৈ হাজাৰ বছৰৰ শেহত ব্ৰত পূৰ্ণ হোৱাত মহাব্ৰতী বিশ্বামিত্ৰই অন্ন ভক্ষণ কৰিবলৈ সাজু হল। হে ৰঘূত্তম, ঠিক এনে সময়তে দ্বিজাতিৰূপ ধাৰণ কৰি ইন্দ্ৰ ওচৰলৈ আহি অন্ন ভিক্ষা কৰিলে। স্থিৰচিত্তে সেই ব্ৰাহ্মণক সকলোখিনি সিদ্ধান্ন দান কৰি মহাতপা ভগবান ঋষিয়ে পুনঃ মৌন অবস্থাতে থাকি বিপ্ৰবৰক কোনো কথা নকলে। ঋষিবৰে পূৰ্বৰ নিচিনাকৈ নিঃশ্বাস প্ৰশ্বাস ৰুদ্ধ কৰি মৌনী হৈয়ে থাকিল। এইদৰে আকৌ এহেজাৰ বছৰ নিঃশ্বাস ৰুদ্ধ কৰি থকাৰ ফলত তেওঁৰ শিৰোভাগৰ ব্ৰহ্মৰন্ধ্ৰয়েদি প্ৰদীপ্ত অগ্নি নিৰ্গত হব ধৰিলে। এই অগ্নিৰ দীপ্তিতে ত্ৰিলোক সন্তপ্ত আৰু ব্যাকুল হল।* দেৱতা, ঋষি, গন্ধৰ্ব, পন্নগ, উৰগ আৰু ৰক্ষঃ আদি জীৱসমূহ এই তেজৰ বলত বিমোহিত হৈ নিষ্প্ৰভ হল। তেতিয়া সকলোৱে দুখত অভিভূত হৈ পিতামহৰ ওচৰলৈ গৈ কব ধৰিলে, "হে দেৱ, আমি বহুপ্ৰকাৰে মহামুনি বিশ্বামিত্ৰক ক্ৰুদ্ধ আৰু লুব্ধ কৰিবলৈ বিচাৰিলোঁ। কিন্তু একোতে মুনিবৰ বিচলিত নহল, আনপিনে তেওঁৰ তপস্যা বৃদ্ধিহে পাইছে। কোনো প্ৰকাৰৰ অকণি-মানো পাপ বা দোষ তেওঁত নাই। এতেকে মুনিবৰে যি ইচ্ছা কৰিছে যদি তাক দিয়া নহয় তেন্তে চৰাচৰ সমগ্ৰ ত্ৰিলোক ধ্বংস হব। এতিয়াই দিকসমূহ ব্যাকুল হৈ উঠিছে, কোনোপিনে কোনোটোৱে প্ৰকাশ লাভ কৰিব পৰা নাই। সমুদ্ৰসমূহ ক্ষুব্ধ হৈছে আৰু পৰ্বতশ্ৰেণী ছিন্ন-ভিন্ন হব ধৰিছে। ধৰণী ঘনাই ঘনাই কঁপি উঠিছে। বায়ুও শঙ্কিত হৈ চলাচল কৰিব এৰিছে। হে ব্ৰহ্মন্, ইয়াৰ প্ৰতিকাৰ আমি বিচাৰি পোৱা নাই। এনে অৱস্থাত মানুহ নাস্তিকত পৰিণত হব। ত্ৰিলোক বিমুগ্ধপ্ৰায় হৈছে আৰু সকলোৱে চিত্ত বিচলিত হৈছে। সেই মহৰ্ষিৰ তেজোবলত সূৰ্য্যও নিষ্প্ৰভ হৈছে। এতেকে হে ভগৱন, যুগান্তত কালাগ্নিয়ে যিদৰে নিখিল ব্ৰহ্মাণ্ড দগ্ধ কৰে

---

* সত্বগুণৰ তেজৰ আগত, দেৱতাসকলৰ ৰজঃ তমঃ অথবা সকলোৱে সংমিশ্ৰিত তেজ সন্তপ্ত হল।—টীকাকাৰ



সেইদৰে মহাদ্যুতিসম্পন্ন অগ্নিস্বৰূপ এই মহামুনিয়ে জগত বিনাশ কৰাৰ আগতে তেওঁক সন্তুষ্ট কৰা উচিত। তেওঁ যিহকে ইচ্ছা কৰে আন কি দেৱৰাজ্য পৰ্য্যন্তও তেওঁক দান কৰক।" ১-১৮

তেতিয়া দেৱতাবৰ্গই পিতামহ ব্ৰহ্মাক আগত লৈ মহাত্মা বিশ্বামিত্ৰৰ ওচৰলৈ আহি মধুৰ বাক্যে কব ধৰিলে, "হে ব্ৰহ্মৰ্ষি, স্বাগত। তোমাৰ তপস্যাত আমি সকলো সন্তুষ্ট। হে কৌশিক, তোমাৰ এই উগ্ৰ তপৰ ফলত তুমি ব্ৰাহ্মণকুলত অধিষ্ঠিত হৈছা; দেৱতাসকলে সৈতে মই তোমাক দীৰ্ঘায়ু দান কৰিলোঁ। তোমাৰ মঙ্গল হওক; তুমি শান্তি লাভ কৰা। হে সৌম্য, এতিয়া তুমি যলৈ ইচ্ছা কৰা তালৈ যোৱা গৈ।" পিতামহ ব্ৰহ্মাৰ কথা শুনি ব্ৰহ্মাক লৈ সকলো দেৱতাগণক প্ৰণাম কৰি আনন্দিত চিত্তে মহামুনিয়ে কলে, "ভগৱন, যদি মই ব্ৰাহ্মণ্য প্ৰাপ্ত হলো আৰু সেইদৰে দীৰ্ঘায়ুঃকালো পালোঁ, তেন্তে ওঙ্কাৰ, বষট্‌কাৰ আৰু বেদেও মোক বৰণ কৰক (অৰ্থাৎ এই সকলোতে মোৰ প্ৰতিপত্তি বা অধিকাৰ হওক); আৰু হে দেৱগণ, ক্ষত্ৰ আৰু ব্ৰহ্মবিদ্যাত শ্ৰেষ্ঠ ব্ৰহ্মাৰ পুত্ৰ বশিষ্ঠদেৱেও মোক সেইদৰে কওক। যদি মোৰ এই শ্ৰেষ্ঠ অভিলাষ পূৰ্ণ কৰে তেতিয়াহে আপোনালোকক বিদায় দিব পৰা হব।" ১৯-২৪

তেতিয়া দেৱতাসকলে তপস্বীসকলৰ বৰেণ্য বশিষ্ঠক প্ৰসন্ন কৰাত বশিষ্ঠদেৱে বিশ্বামিত্ৰৰ লগত সখ্যভাৱ স্থাপন কৰি "ব্ৰহ্মৰ্ষিত্ব প্ৰাপ্ত হৈছে" বুলি কৈ বিশ্বামিত্ৰক কলে, "আপুনি এতিয়া ব্ৰহ্মৰ্ষিত্ব প্ৰাপ্ত হৈছে তাত সন্দেহ নাই আৰু ব্ৰহ্মণ্য লাভৰ হেতু যি যি সংস্কাৰৰ আৱশ্যক সেই সকলো সম্পন্ন হৈছে।" বশিষ্ঠই এই দৰে কোৱাৰ পিচত দেৱতাসকলৰ যেয়ে য'ৰ পৰা আহিছিল তালৈ প্ৰস্থান কৰিলে। ধৰ্মাত্মা বিশ্বামিত্ৰই অত্যুত্তম ব্ৰাহ্মণত্ব লাভ কৰি তাপস-বৰেণ্য বশিষ্ঠক পূজা অৰ্চনা কৰি সৰ্বতোভাৱে কৃতকাৰ্য্য হৈ তপস্যাৰত হৈয়ে সমগ্ৰ পৃথিৱী পৰিভ্ৰমণ কৰিলে। হে ৰাম, মহাত্মা বিশ্বামিত্ৰই এইদৰে ব্ৰাহ্মণত্ব লাভ কৰিছে। ৰাম, এই মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰ সাক্ষাৎ মূৰ্তিমান তপস্যা, পৰম ধাৰ্মিক আৰু পৰাক্ৰমী। ২৫-২৯

দ্বিজশ্ৰেষ্ঠ মহাতেজা শতানন্দই এইদৰে কৈ তেওঁৰ কথাৰ সামৰণি মৰাত, ৰজা জনকে ৰাম-লক্ষণৰ লগত সকলো কথা শুনি কৃতাঞ্জলিপুটে কুশিকাত্মজ বিশ্বামিত্ৰক কব ধৰিলে, "হে কৌশিক, মই ধন্য আৰু বিশেষভাৱে অনুগৃহীত, যিহেতু কাকুৎস্থ ৰাম-লক্ষ্মণৰে সৈতে আহি আপুনি মোৰ এই যজ্ঞত উপস্থিত হৈছে। হে ব্ৰহ্মন্, হে মহাদ্যুতি, আপোনাৰ দৰ্শন লাভৰ পৰা মই পৱিত্ৰ হলোঁ। আপোনাৰ দৰ্শন পাই মই বহুগুণে বিভূষিত হলোঁ। হে মহাতেজস্বী ব্ৰহ্মন্, আপোনাৰ মহৎ তপস্যাৰ বিস্তাৰিত বৰ্ণনা মহাত্মা ৰামে সৈতে মই শ্ৰৱণ কৰিলোঁ আৰু

সভাস্থ সদস্যবৰ্গয়ো আপোনাৰ অশেষ গুণাবলী শ্ৰবণ কৰিলে। আপোনাৰ তপস্যা আৰু বল অপ্ৰমেয়। হে কুশিকাত্মজ, আপোনাৰ গুণাবলীও অতুলনীয়। হে বিভো, আপোনাৰ আশ্চৰ্য্যজনক কীৰ্ত্তিকলাপ শ্ৰবণ কৰি মোৰ তৃপ্তি নপলায়। হে মুনি-শ্ৰেষ্ঠ, সূৰ্য্যমণ্ডল এতিয়া অস্তাচল চূড়াবলম্বী হৈছে আৰু ধৰ্মকাৰ্য্যৰ কাল উপস্থিত হৈছে। কাইলৈ ৰাতিপুৱা যেন আপোনাৰ সাক্ষাৎ লাভ কৰিব পাৰোঁ। হে তাপস-শ্ৰেষ্ঠ, আপোনাৰ মঙ্গল হওক। এতিয়া মোক যাবলৈ অনুমতি দিয়ক। ৩০-৩৭

মুনিবৰ বিশ্বামিত্ৰ, এইদৰে উক্ত হৈ পুৰুষশ্ৰেষ্ঠ জনকৰ প্ৰশংসা কৰি আনন্দিত চিত্তে তেওঁক বিদায় দিলে। তেতিয়া মিথিলাধিপতি জনকে উপাধ্যায় আৰু বান্ধববৰ্গে সৈতে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক প্ৰদক্ষিণ কৰি বিদায় ললে আৰু ধৰ্মাত্মা বিশ্বামিত্ৰইয়ো ৰাম আৰু লক্ষণে সৈতে মহাত্মাসকলৰ দ্বাৰা পূজিত হৈ নিজ বাসস্থানলৈ গতি কৰিলে। ৩৮-৪০

ইতি পঞ্চষষ্টিতম সৰ্গ সমাপ্ত।

## ষট্‌ষষ্টিতম সৰ্গ (৬৬)

### হৰধনুৰ বৰ্ণনা : সীতাৰ জন্ম : জনক ৰজাৰ পণ।

পিচদিনা বিমল প্ৰভাতকাল উদিত হোৱাত নৰাধিপ জনকে প্ৰাতঃকৃত্য সমাপন কৰি ৰাঘৱে সৈতে মহাত্মা বিশ্বামিত্ৰক মাত লগালে। ধৰ্মাত্মা ৰজাই শাস্ত্ৰমতে মুনিবৰ আৰু মহাত্মা ৰাঘবদ্বয়ক আদৰ অভ্যৰ্থনা জনাই কব ধৰিলে, "হে ভগবন, আপোনাৰ মঙ্গল হওক। হে অনঘ, আপোনাৰ প্ৰতি মোৰ কৰণীয় কি হব পাৰে আপুনি আদেশ কৰক, মই আপোনাৰ আজ্ঞাধীন হৈ আছোঁ। ১-৩

মহাত্মা জনকে এইদৰে কোৱাত ধৰ্মাত্মা বাক্যবিশাৰদ মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰই উত্তৰ দিলে, "ৰাজন্, এই দুজন দশৰথপুত্ৰ লোকসমাজত বিখ্যাত ক্ষত্ৰিয়-সন্তানে আপোনাৰ ওচৰত থকা শ্ৰেষ্ঠ ধনুখন চোৱাৰ মানসে ইয়ালৈ আহিছে। আপোনাৰ মঙ্গল হওক। আপুনি ধনুখন তেওঁলোকক দেখুৱাওক। নৃপাত্মজদ্বয়ে আপোনাৰ ধনুখন চাই মনস্কাম পূৰ্ণ হলে যথা ইচ্ছা প্ৰস্থান কৰিব।" ৪-৬

এই কথাৰ উত্তৰত জনকে মহামুনিক সম্বোধন কৰি কলে, "হে ভগবন, যি



কাৰণত এই ধনু ইয়াত আছে তাৰ বিবৰণ শুনক। ভগবন, আমাৰ পূৰ্বপুৰুষ নিমিৰ জ্যেষ্ঠ পুত্ৰ দেবৰাত নামে খ্যাত এজন নৰপতি আছিল। মহাত্মা সেই দেবৰাতৰ হাতত এই ধনুখন ন্যাসৰূপে প্ৰদত্ত হয়। আগৰ দিনত দক্ষযজ্ঞ বিনাশৰ সময়ত বীৰ্য্যবান মহাদেৱে এই ধনুত জ্যা আৰোপণ কৰি যজ্ঞ ধ্বংস কৰাৰ পিচত খঙতে দেবতাসকলক উদ্দেশ্য কৰি অবলীলাক্ৰমে কলে, "যিহেতু মোৰ প্ৰাপ্য যজ্ঞ-ভাগ তোমালোক দেবতাবৰ্গে মোক নিদিলা এতেকে এই ধনুৰে মই তোমালোকৰ মুণ্ডপাত কৰিম।" হে মুনিপুঙ্গৱ, তেতিয়া দেবতাগণ বিমনা হৈ দেৱেশ মহাদেবক তুষ্ট কৰাত তেওঁ মহাত্মা দেবতাসকলৰ ওপৰত তুষ্ট হৈ তেওঁলোকক এই ধনুৰত্ন দান কৰিলে। মহাত্মা সদাশিবৰ এই ধনুৰত্ন আমালোকৰ পূৰ্বপুৰুষ দেবৰাতৰ ওপৰত ন্যস্ত হয়। ৭-১৩

"তাৰ পিচত মই মাটি চাহ কৰোঁতে নাঙলৰ মুখত সীতাৰ উৎপত্তি হয়। যি হেতু ক্ষেত্ৰ শোধন কৰোতে নাঙলৰ সীতাত তেওঁ জন্ম ললে, এতেকে তেওঁ সীতা নামে জনাজাত হল। হে মুনিপুঙ্গৱ, এইদৰে ভূতলৰ পৰা উৎপন্ন হৈ মোৰ আত্মজা-ৰূপে ডাঙৰ হৈ থকাত ৰজাবৰ্গে তেওঁক পত্নীৰূপে বৰণ কৰিবলৈ আহিল। কিন্তু হে ভগবন, সীতা বীৰ্য্যশুল্কা ( অৰ্থাৎ শক্তিৰ বিনিময়তহে বৰেণ্যা )—এই পণ হেতু সীতাক বৰণ কৰিবলৈ অহা পৃথিবী-পতিসকলক মই মোৰ কন্যাক দান কৰিব নোৱাৰিলোঁ। হে মুনিশ্ৰেষ্ঠ, তেতিয়া সকলো নৃপতিবৃন্দই মিলিত হৈ মিথিলালৈ আহি সুধিলে যে সীতাক পাবলৈ কি ধৰণৰ পৰাক্ৰম দৰ্শাব লাগে। তেওঁবিলাকে এইদৰে সোধাত মই শিবদত্ত ধনু তেওঁলোকক দেখুৱাওঁ। কিন্তু তেওঁলোকৰ কোনোৱে সেই ধনু গ্ৰহণ কৰিব বা তুলি লব নোৱাৰিলে। হে মহামুনে, সেই বীৰ্য্য-শালী ৰজাসকলৰ বল অলপ বুলি জানি মই ৰাজন্যবৰ্গক বিদায় দিলোঁ। হে তপোধন, তাৰ পিচত কি হল শুনক। তেতিয়া ৰজাসকলে ক্ৰোধান্বিত হৈ ধনুত জ্যা আৰোপণ বিষয়ে সকলোৱে নিজক অল্পবীৰ্য্য বুলি জানি বলপূৰ্বক সীতাক গ্ৰহণ কৰিবলৈ মিথিলা নগৰী অবৰোধ কৰিলে। নৃপতিবৰ্গে কন্যাৰ ওপৰত এটা মূল্য নিৰূপণ কৰাৰ কাৰণে নিজকে নিজে অবমানিত বুলি ভাবি অতিশয় ক্ৰোধান্বিত হৈ মিথিলা নগৰীৰ ওপৰত উৎপীড়ন কৰিব ধৰিলে। এইদৰে এবছৰ কাল অতীত হোৱাত, হে মুনিশ্ৰেষ্ঠ, মোৰ নগৰ ৰক্ষাৰ বাবে কোনো উপায় নথকাত মই অতিশয় দুঃখিত হলোঁ। তেতিয়া সকলো দেবতাবৰ্গক তপস্যাৰে তুষ্ট কৰাত তেওঁলোকে পৰমপ্ৰীত হৈ মোক চতুৰঙ্গ সেনাদল দান কৰিলে আৰু তাৰ সহায়ত বীৰ্য্যহীন অথবা সংদিগ্ধবীৰ্য্য পাপাত্মা নৃপতিবৰ্গ পৰাজিত হৈ চতুৰ্দ্দিকে পলায়ন কৰিলে। ১৩-২৪

"হে মুনিশাৰ্দূল, এইখনেই পৰমদীপ্তিমান সেই ধনু। হে সুব্ৰত, মই ৰাম আৰু লক্ষ্মণক সেই ধনু দেখুৱাওঁ। হে মুনে, যদি ৰামে এই ধনুত জ্যা আৰোপণ কৰিব পাৰে তেতিয়াহলে দশৰথৰ পুত্ৰত মই অযোনিসম্ভৱা সীতাক অৰ্পণ কৰিম।" ২৫-২৬

ইতি ষট্‌ষষ্টিতম সৰ্গ সমাপ্ত।

## সপ্তষষ্টিতম সৰ্গ (৬৭)

### হৰ-ধনু ভঙ্গঃ সীতাৰ লগত ৰামৰ বিবাহ সঙ্কল্প।

মহামুনি বিশ্বামিত্ৰই জনকৰ কথা শুনি ৰজাক কলে, "আপুনি ধনুখন ৰামক দেখুৱাওক।" তেতিয়া ৰজা জনকে মন্ত্ৰীসকলক আদেশ দিলে—"দিব্য গন্ধমাল্যাদি অনুলেপিত ধনুখন ইয়ালৈ আনা।" এইদৰে জনকৰ দ্বাৰা আদিষ্ট হৈ অমিত-বলশালী মন্ত্ৰীবৰ্গই নগৰত প্ৰবেশ কৰি সেই ধনুখন আগত লৈ বাহিৰলৈ ওলাই আহিল। দীৰ্ঘকায় হৃষ্টপুষ্টাঙ্গ পাঁচহেজাৰ মানুহে ধনুখন ভৰাই থোৱা আঠচকাযুক্ত বাকচটো কথমপিহে লৈ আহিব পাৰিছিল। ধনু ভৰাই থোৱা লোহ নিৰ্মিত বাকচটো আনি মন্ত্ৰীবৰ্গই দেৱসদৃশ জনক ৰাজাক কলে, "হে মিথিলাধিপ ৰাজেন্দ্ৰ জনক, সৰ্বৰাজগণ-পূজিত এইখনেই সেই শ্ৰেষ্ঠ ধনু। এতিয়া ইচ্ছা কৰিলে আপুনি ইয়াক দেখুৱাব পাৰে।" ৰজাই তেওঁলোকৰ কথা শুনি হাতযোৰ কৰি মহাত্মা বিশ্বামিত্ৰ আৰু ৰাম-লক্ষ্মণক কলে, "হে ব্ৰহ্মন্, জনকবংশীয় ৰজাগণ কৰ্তৃক পূজিত ধনুৰত্ন এইখন। আৰু যি সকল মহাবীৰ্য্যশালী ৰজাই ইয়াক উত্তোলন কৰি জ্যা আৰোপ কৰিব পৰা নাই, তেওঁলোকেও ইয়াৰ প্ৰতি যথেষ্ট পূজা অৰ্চনা কৰিছে। সুৰ, অসুৰ, ৰাক্ষস, গন্ধৰ্ব, যক্ষ, কিন্নৰ, মহোৰগ কোনোৱে ইয়াত জ্যা আৰোপণ কৰিব পৰা নাই। এতেকে মানুহৰ পক্ষে ইয়াক তুলি লৈ জ্যা আৰোপণ কৰাৰ পিচত শৰ-সংযোগ কৰাৰ শক্তি ক'ত? এতেকে হে মহাভাগ, আপুনি এই ধনুৰত্ন ৰাজপুত্ৰ দুজনক দেখুৱাওক।" ১-১১

জনকৰ কথা শুনি ৰামক লগত লৈ বিশ্বামিত্ৰই তেওঁক কলে, "বৎস ৰাম, এইখনেই সেই ধনু—তুমি চোৱাঁ।" মহৰ্ষিৰ কথামতে ৰামে য'ত ধনুখন আছিল,



হৰ-ধনু ভঙ্গ

তালৈ গৈ বাকচৰ ঢাকনি গুচাই ধনুখন দেখি কলে, "আপোনাসকলৰ অনুমতি হলে, এই দিব্য ধনুৰত্ন মই হাতেৰে ছুই চাওঁ আৰু ইয়াক তুলি লৈ জ্যা আৰোপ কৰিবলৈ যত্ন কৰোঁ।" ৰজা আৰু মুনি উভয়ে "নিশ্চয়" বুলি কোৱাত, মুনিৰ কথামতে ৰামচন্দ্ৰই হেলাৰঙে ধনুৰ মাজভাগত হাতেৰে খামোচ মাৰি ধৰিলে আৰু হাজাৰ হাজাৰ নৃপতিবৰ্গই চাই থাকোঁতে থাকোঁতে ধৰ্মাত্মা মহাযশস্বী নৰশ্ৰেষ্ঠ ৰঘুনন্দনে হেলাৰঙে সেই ধনুত (মৌৰ্ব্বী) জ্যা আৰোপণ কৰি টান দিওঁতেই ধনুখন মাজ ভাগত দুখণ্ড হৈ ভাঙি পৰিল। এইদৰে ধনু ভঙ্গ হোৱাত তাৰপৰা বজ্ৰপাত সম যি শব্দ উৎপন্ন হল তাতে পৰ্বত বিদীৰ্ণ হৈ ভূমিকম্প হোৱাদি হল আৰু সেই শব্দৰ প্ৰকোপতে মুনিবৰ, ৰজা জনক আৰু ৰাঘবদ্বয়ৰ বাহিৰে আন সকলে মূৰ্চ্ছিত হৈ মাটিত বাগৰি পৰিল। পিচত প্ৰজাবৰ্গই চৈতন্য লাভ কৰাত ৰজাৰ মনৰ পৰা সীতা-সম্প্ৰদান সম্বন্ধে উৎকণ্ঠাজনিত আশঙ্কা দূৰ হোৱাত বাক্যবিশাৰদ ৰজা জনকে কৃতাঞ্জলিপুটে মুনিশ্ৰেষ্ঠ বিশ্বামিত্ৰক কলে, "হে ভগবন, দশৰথাত্মজ ৰামৰ শক্তি সাক্ষাৎ দৃষ্টিগোচৰ হল আৰু মোৰ পক্ষে এইটো এটা অদ্ভুত আৰু চিন্তা আৰু বোধৰ অতীত ব্যাপাৰ যেন লাগিছে। মোৰ কন্যা সীতাদেৱীয়ে দশৰথাত্মজ ৰামক স্বামী হিচাবে গ্ৰহণ কৰি জনককুলৰ কীৰ্তি-বৰ্ধন কৰিব। হে কৌশিক, 'সীতা বীৰ্য্যশুল্কা' (বীৰ্য্য প্ৰকাশৰ দ্বাৰাহে লভ্যা) মোৰ এই প্ৰতিজ্ঞাও এতিয়া ফলবতী হল। অতএব মোৰ প্ৰাণতকৈও প্ৰিয়া মোৰ কন্যা সীতাক মই ৰামত সম্প্ৰদান কৰিম। হে ব্ৰহ্মন, আপোনাৰ অনুমতি হলে মোৰ মন্ত্ৰীবৰ্গই তড়িৎবেগে ৰথাৰোহণ কৰি অযোধ্যালৈ গমন কৰক আৰু ৰজা দশৰথক সবিনয়ে অনুৰোধ কৰি মোৰ এই নগৰলৈ আনক, আৰু বীৰ্য্যশুল্কা সীতাৰ সবিশেষ বিবৰণ তেখেতক নিবেদন কৰক। লগতে মুনি বিশ্বামিত্ৰ সংৰক্ষিত কাকুৎস্থদ্বয়ৰ কথাও তেওঁক জনাওক। এইদৰে সকলো কথা কৈ তেওঁক প্ৰফুল্লিত কৰি অতি শীঘ্ৰে তেওঁক ইয়ালৈ আনক।" উত্তৰত কৌশিকে "সেয়ে হওক" বুলি কোৱাত ধৰ্মাত্মা ৰজাই মন্ত্ৰীসকলৰ লগত পৰামৰ্শ কৰি ৰাজ-আদেশ অনুসৰি সকলো বাতৰি ঠিক যেনেদৰে ঘটিছে তেনেদৰে জনাই ৰজাক নিমন্ত্ৰণ কৰি আনিবলৈ অযোধ্যালৈ দূত পঠালে। ১২-২৭

ইতি সপ্তষষ্টিতম সৰ্গ সমাপ্ত।

# অষ্টষষ্টিতম সৰ্গ (৬৮)

## দশৰথৰ ওচৰত দূতৰ প্ৰাৰ্থনা।

দূতসকল ৰজা জনকৰ দ্বাৰা আদিষ্ট হৈ বাহন-নিযুক্ত অশ্ব পথক্লান্ত হোৱাৰ বাবে বাটত তিনি ৰাতি কাল ক্ষেপি শেহত অযোধ্যাপুৰীত প্ৰবেশ কৰিলে। প্ৰহৰীয়ে ৰজা জনকৰ অনুৰোধ নিবেদন কৰাত দশৰথৰ অনুমতিক্ৰমে দূতসকলে ৰাজ-অন্তঃপুৰত প্ৰবেশ কৰি দেৱসদৃশ দ্যুতিসম্পন্ন বৃদ্ধ ৰজাক তাত দেখা পালে। তেতিয়া তেওঁলোকে বদ্ধাঞ্জলিপুট হৈ নিৰ্ভয়ে বিনয়সহকাৰে মধুৰ বাক্যে কব ধৰিলে, "হে মহাৰাজ, অগ্নিহোত্ৰী মিথিলাধিপতি ৰজা জনকে পুনঃপুনঃ স্নেহপূৰ্ণ মধুৰ বাক্যে উপাধ্যায় পুৰোহিতগণ আৰু ভৃত্যবৰ্গেৰে সৈতে আপোনাৰ সৰ্বাঙ্গীন কুশল বাতৰি সুধি ব্ৰহ্মৰ্ষি কৌশিকৰ অনুমতিক্ৰমে আপোনালৈ কৈ পঠিয়াইছে, 'আপোনাৰ জনা আছে যে যেয়ে হৰধনু ভঙ্গক্ৰমে নিজ বীৰত্ব প্ৰকাশ কৰিব পাৰিব তেৱেঁহে মোৰ কন্যা সীতাৰ পাণি গ্ৰহণ কৰিব পাৰিব; মোৰ এই প্ৰতিজ্ঞা অনুসৰি চাৰিওফালৰ পৰা ৰজাসকল আহি বীৰ্য্যহীনতা প্ৰকাশ কৰি বিফল-মনোৰথ হৈ উভতি গৈছে। হে ৰাজন, আপোনাৰ পুত্ৰকণ ৰামচন্দ্ৰই বিশ্বামিত্ৰক আগত লৈ যদৃচ্ছাক্ৰমে ইয়ালৈ আহি মোৰ সেই কন্যা সীতাক জয়লাভ কৰিছে। হে মহাৰাজ, মহাত্মা ৰামে মহান এখন সমাজৰ মাজত সেই দিব্য ধনুবত্ন মাজতে দ্বিখণ্ডিত কৰি ভাঙি পেলাইছে। অতএব মোৰ বীৰ্য্যশুল্কা সীতা সেই মহাপুৰুষৰ হাতত সমৰ্পণীয়া। মই মোৰ প্ৰতিজ্ঞাপাশৰ পৰা উদ্ধাৰ পাবলৈ বিচাৰিছোঁ, এতেকে আপুনি সেই বিষয়ে অনুমতি দিবলৈ অনুৰোধ জনাইছোঁ। হে মহাৰাজ, আপুনি উপাধ্যায় আৰু পুৰোহিতগণে সৈতে অতি শীঘ্ৰে ইয়ালৈ আহি ৰাম আৰু লক্ষ্মণক চাওকহি। আপোনাৰ মঙ্গল হওক। হে ৰাজেন্দ্ৰ, এতিয়া আপুনি মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰাওক। আপুনি আপোনাৰ উভয় পুত্ৰৰে প্ৰীতি সাধন কৰিব পাৰিব।' ঋষি শতানন্দৰ মত অনুসৰি বিশ্বামিত্ৰৰ অনুমতিক্ৰমে বিদেহাধিপতিয়ে মধুৰ এই বাক্য আপোনালৈ কৈ পঠিয়াইছে।" ১-১৩

দূতসকলৰ কথা শুনি ৰজা পৰম আনন্দিত হৈ বশিষ্ঠ আৰু বামদেব প্ৰমুখ্যে মন্ত্ৰীবৰ্গক কলে, "হে মহাভাগসকল, কুশিকপুত্ৰ বিশ্বামিত্ৰ কৰ্তৃক সংৰক্ষিত হৈ কৌশল্যানন্দবৰ্দ্ধন ৰাম, লক্ষ্মণে সৈতে বিদেহ নগৰত আছে। মহাত্মা জনকে তেওঁৰ বীৰ্য্যপৰাক্ৰম দেখি ৰাঘৱক তেওঁৰ কন্যাদান কৰিবলৈ বিচাৰিছে। মহাত্মা জনকৰ



কাৰ্য্য যদি আপোনাসকলৰ মনঃপুত হয়, তেতিয়া হলে আমি তেওঁৰ নগৰীলৈ যাওঁ। কালক্ষয় কৰাৰ কোনো প্ৰয়োজন নাই।" ৰজাৰ এই কথা শুনি মহৰ্ষিসকলে সৈতে মন্ত্ৰীবৰ্গই "উত্তম কথা" বুলি সমৰ্থন কৰাত ৰজা পৰম প্ৰীত হল আৰু কলে "কাইলৈ আমি সকলোৰে যাত্ৰা কৰোঁ।" আনপিনে ৰজা জনকৰ মন্ত্ৰীবৰ্গই সুন্দৰৰূপে সংকৃত হৈ আতিথ্যাদি গুণৰ দ্বাৰা তৃপ্তি লাভ কৰি ৰাতিটো তাতে কটালে। ১৪-১৯

**ইতি অষ্টষষ্টিতম সৰ্গ সমাপ্ত।**

# একোনসপ্ততিতম সৰ্গ (৬৯)

## ৰজা দশৰথৰ মিথিলালৈ আগমন।

তাৰ পিচত ৰাতিটো পুৱালত উপাধ্যায় আৰু বন্ধুবৰ্গে সৈতে ৰজা দশৰথে আনন্দিত চিত্তে সুমন্ত্ৰক কলে, "মোৰ ধনাধ্যক্ষসকলে বহুবিধ ৰত্নৰে সৈতে অজস্ৰ ধন লগত লৈ সুৰক্ষিত হৈ আগে আগে গমন কৰক। মোৰ আদেশ অনুসৰি চতুৰঙ্গ বল আগবাঢ়ক আৰু যানবাহন আৰু শ্ৰেষ্ঠ তুৰঙ্গ সমূহ যাত্ৰাৰ কাৰণে প্ৰস্তুত হওক। বশিষ্ঠ, বামদেব, জাবালি, কশ্যপ, মাৰ্কণ্ডেয়, দীৰ্ঘায়ুসম্পন্ন ঋষি কাত্যায়ন —এই দ্বিজগণ আগে আগে গমন কৰক আৰু মোৰ কাৰণেও ৰথ প্ৰস্তুত হওক। ৰজা জনকৰ দূতসমূহে লৰালৰিকৈ যাবলৈ অনুৰোধ কৰিছে, এতেকে সময় নষ্ট কৰাৰ আৱশ্যক নাই।" ৰজাৰ আদেশ মতে ঋষিসকলেৰে সৈতে গৈ থকা ৰজাৰ পিচে পিচে চতুৰঙ্গ সেনাদলে খোজ ললে। এইদৰে বাটত চাৰিদিন কটাই বিদেহ ৰাজ্যৰ ওচৰ চপাত শ্ৰীমান ৰজা জনকে তেওঁলোকৰ আগমন বাৰ্ত্তা পাই তেওঁলোকৰ বাবে পূজা অৰ্চনাৰ যোগাৰ কৰিলে। ১-৭

তাৰ পিচত বৃদ্ধ ৰজা দশৰথক লগ পাই ৰজা জনক পৰম প্ৰীত হৈ আনন্দতে কব ধৰিলে, "হে নৰশ্ৰেষ্ঠ, স্বাগতম্। হে ৰাঘৱ, মোৰ সৌভাগ্যক্ৰমে আপোনাক আজি ইয়াত পোৱা হৈছে। আপোনাৰ এই আগমনৰ দ্বাৰা আপোনাৰ উভয় পুত্ৰৰে স্ববীৰ্য্যোপাৰ্জিত প্ৰীতি আপুনি লাভ কৰিব; আৰু দেবতাবৃন্দ পৰিবৃত শতক্ৰতুৰ (ইন্দ্ৰৰ) আগমনৰ নিচিনা দ্বিজশ্ৰেষ্ঠ মুনিগণ পৰিবেষ্টিত মহাতেজস্বী ভগবান বশিষ্ঠৰ আগমনো মোৰ সৌভাগ্যৰে ফল। তেওঁৰ আগমনত মোৰ সকলো

বিঘিনি নাশ হল আৰু বীৰ্য্যশ্ৰেষ্ঠ মহাপৰাক্ৰমশালী ৰঘুকুলৰ লগত মোৰ সম্বন্ধ ঘটাত মোৰ নিজ কুল পূজিত হল। হে নৰপতি, কাইলৈ ৰাতিপুৱা উত্তম ঋষিবৃন্দই যজ্ঞ সমাপন কৰাৰ পিচত আপুনি বিবাহ কাৰ্য্য সম্পাদন কৰিব পাৰিব।" ৮-১৩

ঋষিসকলৰ মাজত জনকৰ এই কথা শুনি বাক্যবিদপ্ৰবৰ ৰজা দশৰথে কলে, "তাহানি কালৰে কোৱা কথা যে কন্যা-দান গ্ৰহণ, দাতাৰ ইচ্ছা-সাপেক্ষ ; এতেকে হে ধৰ্মজ্ঞ, আপুনি যিদৰে কব সেইদৰেই কৰা হব।" বিদেহাধিপতি জনকে সত্যবাদী ৰজা দশৰথৰ ধৰ্মানুমোদিত যশস্কৰ এই কথা শুনি পৰম বিস্ময়ান্বিত হল। তাৰ পিচত উপস্থিত মুনিগণে পৰস্পৰৰ সমাগমত পৰম আনন্দিত হৈ ৰাতিটো সুখতে কটালে আৰু ৰজা দশৰথেও তেওঁৰ পুত্ৰ দুজনক পাই পৰম আনন্দিত হল আৰু জনকৰ দ্বাৰা অভ্যৰ্থিত হৈ তাতে থাকিল। মহাতেজস্বী ৰজা জনকে যজ্ঞৰ অৱশিষ্ট ক্ৰিয়া আৰু কন্যাদানৰ বাবে কৰিব লগীয়া যি যি কাম বাকী আছিল সকলো শেষ কৰি ৰাতিটো অতিবাহিত কৰিলে। ১৪-১৮

**ইতি একোনসপ্ততিতম সৰ্গ সমাপ্ত।**

## সপ্ততিতম সৰ্গ (৭০)

### বশিষ্ঠৰ দ্বাৰা সূৰ্য্যবংশৰ বৰ্ণনা।

পিচদিনা ৰাতিপুৱা প্ৰাতঃকৃত্য সমাপন কৰি মহৰ্ষিসকলে সৈতে বাক্যবিশাৰদ জনকে পুৰোহিত শতানন্দক কলে, "মোৰ অতিধাৰ্মিক বীৰ্য্যশক্তিসম্পন্ন ভ্ৰাতা কুশধ্বজ পবিত্ৰ সাংকাশ্যা নগৰীত বাস কৰে। সেই নগৰীৰ চতুৰ্দিকে যন্ত্ৰফলকযুক্ত প্ৰাচীৰ। তাৰ অধিবাসীগণে ইক্ষুমতী নামক নদীৰ পানী পান কৰে। মুঠতে কুবেৰৰ পুষ্পকৰথ সদৃশ পৰম পৱিত্ৰ স্বৰ্গতুল্য সেই নগৰী। মোৰ ভ্ৰাতৃজনক মই এইসময়ত দেখিবলৈ ইচ্ছা কৰিছোঁ। তেওঁ মোৰ যজ্ঞৰ ৰক্ষাকৰ্তা হব। এতেকে তেওঁ মোৰে সৈতে এই আনন্দ উপভোগ কৰক এয়ে মোৰ ইচ্ছা।" ১-৪

এই কথা কোৱাৰ লগে লগে শতানন্দৰ ওচৰলৈ কাৰ্য্যক্ষম কেইজনমান দূত আহি উপস্থিত হল। ৰজা জনকে তেওঁলোকক আদেশ দিয়া মাত্ৰকে তেওঁলোকে শীঘ্ৰগামী ঘোঁৰাত উঠি, দেৱদূতসকলে ইন্দ্ৰৰ আদেশমতে বিষ্ণুক আনিবলৈ যোৱাৰ-



দৰে নৰশ্ৰেষ্ঠ কুশধ্বজক আনিবলৈ প্ৰস্থান কৰিলে। তেওঁলোক সাংকাশ্যাত উপস্থিত হৈ কুশধ্বজৰ লগত সাক্ষাৎ কৰি জনকৰজাৰ মনোবাঞ্ছা আৰু আন আন যি যি ঘটিছিল সেই সকলো কথা তেওঁক নিবেদন কৰিলে। শীঘ্ৰগামী দূতসমূহৰ পৰা সকলো বৃত্তান্ত অৱগত হৈ ৰাজ-আজ্ঞা অনুসৰি কুশধ্বজ উপস্থিত হৈ পৰম ধাৰ্মিক মহাত্মা জনকক দেখা পালে আৰু ঋষি শতানন্দ আৰু ধৰ্মিষ্ঠ জনকক অভিবাদন কৰি ৰাজোপযুক্ত পৰম দিব্য আসনত উপবেশন কৰিলে। অমিতদ্যুতি-সম্পন্ন বীৰ ভ্ৰাতৃযুগলে নিজ নিজ আসনত বহি লৈ মন্ত্ৰীশ্ৰেষ্ঠ সুদামক কৈ পঠালে, "হে মন্ত্ৰীপতি, তুমি অতি শীঘ্ৰে অমিতপ্ৰভাশালী ইক্ষ্বাকু-কুলসম্ভৱ ৰজা দশৰথৰ ওচৰলৈ গৈ নিজ পুত্ৰ আৰু মন্ত্ৰীবৰ্গে সৈতে তেওঁক ইয়ালৈ আনা।" তেতিয়া সুদাম দশৰথৰ শিবিৰলৈ গৈ ৰঘুকুলবৰ্দ্ধন দশৰথক দেখা পাই মূৰ দোঁৱাই নমস্কাৰ কৰি কলে, "হে অযোধ্যাধিপতি বীৰ, মিথিলাধিপতি ৰজা জনকে উপাধ্যায় আৰু পুৰোহিতগণে সৈতে আপোনাৰ আগমন প্ৰতীক্ষা কৰি আছে।" মন্ত্ৰীপ্ৰবৰ সুদামৰ কথা শুনি ৰজা দশৰথে ঋষি আৰু বন্ধুবান্ধৱগণে সৈতে জনকৰজা থকা ঠাইলৈ গৈ মন্ত্ৰী, উপাধ্যায় আৰু বন্ধুবৰ্গেসৈতে বিদেহ ৰজাক কব ধৰিলে, "হে মহাৰাজ, আপোনাৰ জনা আছে যে ভগৱান ঋষি বশিষ্ঠ ইক্ষাকুকুলৰ গুৰু আৰু তেওঁৱেই এই কুলৰ হকে সকলো বিষয়তে বক্তা। ঋষি বিশ্বামিত্ৰৰ অনুমতিক্ৰমে মহৰ্ষিগণে সৈতে ধৰ্মাত্মা তেওঁ মোৰ বংশানুক্ৰম বৰ্ণনা কৰিব।" ৫-১৭

ৰজা দশৰথে এই বুলি কৈ বিৰত হোৱাত বাক্যবিদ্ ভগবান ঋষি বশিষ্ঠই পুৰোহিতবৰ্গে সৈতে বিদেহাধিপতিক কব ধৰিলে, "অব্যক্তৰ ( পৰংব্ৰহ্মাৰ ) পৰা ব্ৰহ্মা ( চতুৰ্মুখ )ৰ উৎপত্তি। ব্ৰহ্মা শাশ্বত, নিত্য আৰু অব্যয়। ব্ৰহ্মাৰ পৰা মৰীচিৰ উৎপত্তি। মৰীচিৰ পুত্ৰ কশ্যপ। কশ্যপৰ পুত্ৰ বিবস্বান, বিবস্বানৰ পুত্ৰ বৈবস্বত মনু—যিজন প্ৰজাপতি মনু নামে স্মৃত। মনুৰ পুত্ৰ ইক্ষাকু। এই ইক্ষ্বাকুই অযোধ্যাৰ সৰ্ব্বপ্ৰথম ৰজা। ইক্ষাকুৰ পুত্ৰ শ্ৰীমান কুক্ষি নামে বিখ্যাত। কুক্ষিৰ পুত্ৰ শ্ৰীমান বিকুক্ষি। বিকুক্ষিৰ পুত্ৰ মহাতেজস্বী প্ৰতাপবান বাণ। বাণৰ পৰম শক্তিশালী পুত্ৰ অনৰণ্য। অনৰণ্যৰ পৰা পৃথুৰ জন্ম আৰু পৃথুৰ পৰা ত্ৰিশঙ্কুৰ। ত্ৰিশঙ্কুৰ পুত্ৰ মহাযশঃশালী ধুন্ধুমাৰ। ধুন্ধুমাৰৰ পুত্ৰ মহাৰথ যুবনাশ্ব। যুবনাশ্বৰ পুত্ৰ হল পৃথিৱীপতি মান্ধাতা। মান্ধাতাৰ পুত্ৰ শ্ৰীমান সুসন্ধি। সুসন্ধিৰ দুজন পুত্ৰ—ধ্ৰুৱসন্ধি আৰু প্ৰসেনজিৎ। যশস্বী ধ্ৰুৱসন্ধিৰ পুত্ৰ ভৰত। ভৰতৰ পুত্ৰ মহাতেজস্বী অসিত। অসিতৰ শত্ৰুপক্ষীয় ৰজা হৈহয়, তালজঙ্ঘ আৰু শশবিন্দু তেওঁৰ বিৰুদ্ধে থিয় হোৱাত ৰজাই তেওঁলোকৰ লগত যুঁজত হাৰি ৰাজ্যৰ পৰা নিৰ্বাসিত হল। তেতিয়া তেওঁ ভাৰ্য্যা দুগৰাকীৰে সৈতে হিমালয়লৈ প্ৰস্থান









কৰিলে। তাত দুৰ্বল ৰজা অসিতে সময়ত কালৰ মুখত পৰি ইহলীলা সম্বৰণ কৰে। কথিত আছে সেই সময়ত তেওঁৰ ভাৰ্য্যা দুগৰাকী সগৰ্ভা আছিল। তাৰে এজনাই সপত্নীৰ গৰ্ভবিনাশ কৰিবলৈ তেওঁক বিষমিশ্ৰিত খাদ্য প্ৰদান কৰিছিল। পিচত ৰম্য সেই পৰ্বততে ভৃগুনন্দন চ্যবন নামে এজন ঋষি বাস কৰিছিল। তেতিয়া পদ্মপলাশলোচনা মহিষী কালিন্দীয়ে অকলে দেবদ্যুতিসম্পন্ন ভাৰ্গবক স্তুতি কৰি শ্ৰেষ্ঠ এটি পুত্ৰ কামনা কৰি ঋষি চ্যবনক অভিবাদন জনালে। তেতিয়া বিপ্ৰবৰে পুত্ৰকাঙ্ক্ষিনী কালিন্দীক কলে, “হে মহাভাগে, তোমাৰ উদৰত অতিশীঘ্ৰে মহাবীৰ্য্য-শালী প্ৰবলপৰাক্ৰান্ত তেজস্বী এটি সুপুত্ৰ জন্মগ্ৰহণ কৰিব। হে কমললোচনে, তোমাৰ পৱিত্ৰ শ্ৰীমান সেই পুত্ৰ, তোমাক অৰ্পণ কৰা গৰ—( বিষে ) সৈতে উপজিব।” তেতিয়া ৰাজপুত্ৰী পতিব্ৰতা কালিন্দীয়ে ঋষি চ্যবনক নমস্কাৰ কৰি বিদায় ললে। পতি নোহোৱা অৱস্থাতে সেই দেবীৰ পৰা এটা পুত্ৰ উপজিল। সপত্নীয়ে তেওঁৰ গৰ্ভ বিনাশ হওক বুলি দিয়া বিষে (গৰে) সৈতে ওপজা কাৰণে পুত্ৰৰ নাম হল সগৰ। সগৰৰ পুত্ৰ অসমঞ্জস, অসমঞ্জসৰ পুত্ৰ অংশুমান। অংশুমানৰ পুত্ৰ দিলীপ আৰু দিলীপৰ পুত্ৰ ভগীৰথ। ভগীৰথৰ পুত্ৰৰ নাম ককুৎস্থ, ককুৎস্থৰ পুত্ৰ ৰঘু। ৰঘুৰ তেজস্বী পুত্ৰ প্ৰবৃদ্ধ, যিজনে শাপগ্ৰস্ত হৈ নৰখাদক ৰাক্ষস হয়; পিচত কল্মষপাদ* নামে প্ৰসিদ্ধি লাভ কৰে। কল্মষপাদৰ পৰা শঙ্খনৰ জন্ম। শঙ্খনৰ পৰা সুদৰ্শন আৰু সুদৰ্শনৰ পৰা অগ্নিবৰ্ণ। অগ্নিবৰ্ণৰ পুত্ৰ শীঘ্ৰগ, শীঘ্ৰগৰ পুত্ৰ মৰু, মৰুৰ পুত্ৰ প্ৰশুশ্ৰুক আৰু প্ৰশুশ্ৰুকৰ পুত্ৰ অম্বৰীষ। অম্বৰীষৰ পুত্ৰ ৰজা নহুষ, নহুষৰ পুত্ৰ যযাতি আৰু যযাতিৰ পুত্ৰ নাভাগ। নাভাগৰ পুত্ৰ অজ, অজৰ পুত্ৰ দশৰথ। এই দশৰথৰে পুত্ৰ ৰাম আৰু লক্ষণ, এই ভ্ৰাতৃযুগল।” ১৮-৪৩

“হে ৰাজন, ইক্ষ্বাকুবংশৰ ৰজাসকল আদিৰে পৰা বিশুদ্ধ, পৰম ধাৰ্মিক, সত্যবাদী আৰু বীৰ। এই বংশৰে বংশধৰ ৰাম আৰু লক্ষ্মণৰ কাৰণে আপোনাৰ কন্যা দুগৰাকীক বৰণ কৰা হৈছে। এতিয়া আপুনি উপযুক্ত পাত্ৰত উপযুক্তা পাত্ৰী অৰ্পণ কৰক।” ৪৪-৪৫

**ইতি সপ্ততিতম সৰ্গ সমাপ্ত।**

---

* বশিষ্ঠই শাপ দিওঁতে ৰজাইও হাতত পানী লৈ মন্ত্ৰপূত কৰি বশিষ্ঠক প্ৰতিশাপ দিবলৈ প্ৰস্তুত হৈছিল। এনেতে তেওঁৰ মহিষীয়ে অনুনয় কৰাত সেই পানী নিজৰ ভৰিত ঢালি দিয়ে। মন্ত্ৰপূত পানীৰ গুণত তেওঁৰ ভৰি কৃষ্ণবৰ্ণ হয়। এই কাৰণে তেওঁৰ নাম কল্মষপাদ ( কল্মষ = পাপ, কৃষ্ণবৰ্ণ )।

## একসপ্ততিতম সৰ্গ ( ৭১ )

### জনকৰ দ্বাৰা নিমিবংশ কথনঃ ৰাম লক্ষ্মণৰ বিবাহ প্ৰস্তাব।

বশিষ্ঠদেৱে এইদৰে কোৱাত ৰজা জনকে হাতযোৰ কৰি কলে, “হে মহাভাগ, আপোনাৰ মঙ্গল হওক। এতিয়া আমাৰ এই কুলৰ বংশানুক্ৰমো কীৰ্তন কৰোঁ, অনুগ্ৰহ কৰি শুনক। হে মুনিশ্ৰেষ্ঠ; কন্যাসম্প্ৰদান কালত সদ্বংশজাতসকলৰ নিজৰ কুলৰ বিষয়ে সবিশেষ বৰ্ণনা দিয়াটো কৰ্তব্যৰ ভিতৰত। এতেকে হে মহামতি, মই বৰ্ণনা কৰোঁ, আপোনালোকে শুনক। ১-২

স্বকৰ্মগুণে তিনিও জগতত প্ৰখ্যাত নিমি নামে পৰম ধাৰ্মিক, সৰ্বজনশ্ৰেষ্ঠ এজন ৰজা আছিল। তেওঁৰ মিথি নামে এটা পুত্ৰ হয়। মিথিৰ পুত্ৰ জনকেই আমাৰ বংশত জনক শব্দ ব্যৱহাৰ কৰাৰ প্ৰথম মূলভূত কাৰণ ৰজা। জনকৰ পুত্ৰ উদাবসু। উদাবসুৰ পুত্ৰ ধৰ্মাত্মা নন্দিবৰ্ধন। নন্দিবধনৰ পুত্ৰ বীৰ সুকেতু নামে প্ৰসিদ্ধ। সুকেতুৰ পুত্ৰ ধৰ্মাত্মা মহাবলশালী দেবৰাত। ৰাজৰ্ষি দেবৰাতৰ পুত্ৰ বৃহদ্ৰথ। বৃহদ্ৰথৰ পুত্ৰ প্ৰতাপশালী বীৰ মহাবীৰ। মহাবীৰৰ পুত্ৰ ধৃতিমান সত্যবিক্ৰম সুধৃতি। সুধৃতিৰ পুত্ৰ পৰমধাৰ্মিক ধৰ্মাত্মা ধৃষ্টকেতু। ৰাজৰ্ষি ধৃষ্টকেতুৰ পুত্ৰ হৰ্য্যশ্ব নামে খ্যাত। হৰ্য্যশ্বৰ পুত্ৰ মৰু; মৰুৰ পুত্ৰ প্ৰতীন্ধক; প্ৰতীন্ধকৰ পুত্ৰ ধৰ্মাত্মা ৰাজা কীৰ্তিৰথ। কীৰ্তিৰথৰ পুত্ৰৰ নাম দেৱমীঢ়; দেৱমীঢ়ৰ পুত্ৰ বিবুধ; বিবুধৰ পুত্ৰ মহীধ্ৰক; মহীধ্ৰকৰ পুত্ৰ মহাবলশালী ৰজা কীৰ্তিৰাত; ৰাজৰ্ষি কীৰ্তিৰাতৰ পুত্ৰ মহাৰোমা; মহাৰোমাৰ পুত্ৰ ধৰ্মাত্মা স্বৰ্ণৰোমা; ৰাজৰ্ষি স্বৰ্ণৰোমাৰ পুত্ৰ হ্ৰস্বৰোমা। মহাত্মা ধাৰ্মিক হ্ৰস্বৰোমাৰ দুজন পুত্ৰ – জ্যেষ্ঠজন মই আৰু কনিষ্ঠ-জন মোৰ ভাই বীৰ কুশধ্বজ। পিতৃদেৱে জ্যেষ্ঠ মোক ৰজা পাতি কুশধ্বজৰ ভাৰ মোৰ ওপৰত অৰ্পণ কৰি বনলৈ যায়। বৃদ্ধকালত পিতা স্বৰ্গগামী হোৱাত মই ধৰ্মমতে ৰাজ্যৰ ভাৰ গ্ৰহণ কৰি দেৱতুল্য ভ্ৰাতা কুশধ্বজক স্নেহেৰে সৈতে লালন পালন কৰি থাকিলোঁ। ৩-১৫

“পিচত কিছুকাল অতিবাহিত হোৱাত সাংকাশ্য নগৰৰ পৰা আহি বীৰ্য্যবান ৰজা সুধন্বাই মিথিলা নগৰী অবৰোধ কৰে। তেওঁ কৈ পঠালে যে শৈব ধনুৰত্ন আৰু পদ্মাক্ষী কন্যা সীতাক তেওঁক অৰ্পণ কৰিব লাগে। মই নিদিওঁ বোলাত হে মহৰ্ষি, তেওঁৰে সৈতে মোৰ যুদ্ধ হয়। ৰণত সুধন্বা পৰাজিত হৈ মোৰ হাতত মৃত্যুমুখত পৰে। হে মুনিশ্ৰেষ্ঠ, ৰজা সুধন্বাক বধ কৰি মোৰ বীৰ ভ্ৰাতা কুশধ্বজক তাত ৰজা



পাতিলোঁ। হে মহামুনি, মোৰ এই ভ্ৰাতা কনীয়ান আৰু মই জ্যেষ্ঠ। হে মুনিপুঙ্গৱ, এতিয়া মই বীৰ্য্যশুল্কা দেৱকন্যা সদৃশী সীতাক ৰামলৈ আৰু মোৰ নিজ দুহিতা উৰ্মিলাক লক্ষ্মণলৈ দান কৰিলোঁ। মই ত্ৰিসত্য কাঢ়ি কৈছোঁ, ইয়াত কোনো সংশয় নাই। হে মুনিশ্ৰেষ্ঠ, এই বধূদ্বয়ক পৰমপ্ৰীতিৰে সৈতে মই ৰাম আৰু লক্ষ্মণত পাত্ৰস্থ কৰিলোঁ। হে ৰাজন, এতিয়া আপুনি গোদান, নান্দীমুখ শ্ৰাদ্ধাদি বৈবাহিক পিতৃ-কাৰ্য্যসমূহ সম্পন্ন কৰক। আপোনাৰ মঙ্গল হওক। হে মহাবাহু, আজি মঘা নক্ষত্ৰ, হে প্ৰভু, আজিৰ পৰা তৃতীয় দিনত প্ৰশস্ত ফল্গুনী নক্ষত্ৰত বিবাহকাৰ্য্য সম্পন্ন হওক। এই সময়ত ৰাম আৰু লক্ষ্মণৰ হিতৰ অৰ্থে বৈবাহিক দান কাৰ্য্যও আপোনাৰ কৰিব লগীয়া আছে।’ ১৬-২৪

**ইতি একসপ্ততিতম সৰ্গ সমাপ্ত।**

## দ্বিসপ্ততিতম সৰ্গ ( ৭২ )

### ভৰত আৰু শত্ৰুঘ্নৰ বিবাহৰ প্ৰস্তাব।

বীৰ ৰজা বিদেহাধিপতিয়ে এইদৰে কৈ কথাৰ সামৰণি মৰাত মহামুনি বিশ্বামিত্ৰই বশিষ্ঠদেৱে সৈতে একমত হৈ তেওঁক কলে, “হে নৰপুঙ্গৱ, ইক্ষ্বাকু আৰু বিদেহ ৰাজকুলৰ বিৱৰণ এক অতুলনীয় আৰু অচিন্ত্যনীয় ব্যাপাৰ। কোনো বংশই ইয়াৰ সমকক্ষ নহয়। এতেকে ৰাম আৰু লক্ষ্মণৰ লগত সীতা আৰু উৰ্মিলাৰ বৈবাহিক সম্বন্ধ এক অনুৰূপ ধৰ্ম আৰু ৰূপৰ সম্বন্ধ। এই খিনিতে হে নৰশ্ৰেষ্ঠ, মোৰ আৰু এটা কথা কবলৈ আছে, শুনক। ধৰ্মজ্ঞ এই ৰজা কুশধ্বজ আপোনাৰ কনিষ্ঠ ভ্ৰাতা। হে ৰাজন্, ধৰ্মাত্মা এই কুশধ্বজৰ অতুলনীয়ৰূপসম্পন্না কন্যা দুটীক ধীমান ৰাজকুমাৰ ভৰত আৰু শত্ৰুঘ্নৰ বাবে পাত্ৰী হিচাপে বিচাৰিব খুজিছোঁ। ৰজা দশৰথৰ পুত্ৰসকল ৰূপ-যৌবনশালী আৰু সকলোটি লোকপালসম দেৱতুল্য পৰাক্ৰমশালী। হে ৰাজেন্দ্ৰ, এই দুজন ভ্ৰাতাৰ বৈবাহিক সম্বন্ধৰ দ্বাৰা আপুনি ইক্ষ্বাকু-কুলৰ লগত সম্বন্ধ ঘটালে পুণ্যকৰ্মা আপোনাৰ চিত্তই স্থিৰতা লাভ কৰিব।” ১-৮

বশিষ্ঠৰ সন্মতি অনুসৰি বিশ্বামিত্ৰই কোৱা এই কথা শুনি ৰজা জনকে হাতযোৰ কৰি মুনিপ্ৰবৰ দুজনক কলে, “যিহেতু ভবাদৃশ শ্ৰেষ্ঠ মুনি দুজনাই এই

কুল-সম্বন্ধ আজ্ঞা কৰিছে, এতেকে মোৰ এই কুল ধন্য হৈছে বুলি মানিছোঁ। আপোনালোক দুজনাৰ মঙ্গল হওক। আপোনালোকে যিদৰে কৈছে, সেইমতে হব। এই দুগৰাকী কন্যাক ভৰত আৰু শত্রুঘ্নত অর্পণ কৰা হব। হে মহামুনি, এদিনতে মহাবলশালী চাৰিওজন ৰাজপুত্ৰই চাৰিওজনী ৰাজকুমাৰীৰ পাণিগ্রহণ কৰক। হে ব্রহ্মণ, প্রজাপতি ভগ যাৰ অধিষ্ঠাত্রী দেৱতা আগত সেই ফল্গুনী নক্ষত্রদ্বয়যুক্ত দিনকে পণ্ডিতসকলে বিবাহৰ পক্ষে প্রশস্ত দিন বুলি ধার্য্য কৰিছে। এতেকে সিদিনাই বিবাহ কার্য্য সম্পন্ন হোৱা উচিত হব।" ৯-১৩

ৰজা জনকে শ্রুতিমধুৰ এই কথাখিনি কৈ আসনৰ পৰা উঠি হাতযোৰ কৰি মুনি দুজনাক কলে, "হে মুনিপুঙ্গব, কন্যাদানস্বৰূপ এই মহৎ ধর্মকর্ম আপোনালোকৰ অনুগ্রহত সম্পাদিত হল। এতিয়া ৰজা দশৰথ যেনে মইও আপোনালোকৰ তেনে শিষ্য হলোঁ। আপোনাসকলে অনুগ্রহ কৰি এই শ্রেষ্ঠ আসন ( সিংহাসন ) গ্রহণ কৰক। ৰজা দশৰথৰ অযোধ্যা নগৰীত আপোনালোকৰ যি প্রভুত্ব, মোৰ এই নগৰীতো আপোনালোকৰ তেনে, ইয়াত কোনো শঙ্কা নকৰিব।" ১৪-১৬

বিদেহাধিপতি জনকে এইদৰে কোৱাত ৰঘুনন্দন ৰজা দশৰথে হৃষ্টচিত্তে উত্তৰ দিলে, "আপোনালোক মিথিলেশ্বৰ ভ্রাতৃযুগল অশেষগুণসম্পন্ন। ঋষিসকল আৰু ৰাজন্যবর্গ, আপোনালোক দুজনৰ দ্বাৰা সদায় সর্বতোভাবে পূজিত। আপোনালোক মঙ্গলময় হৈ সুখে থাকক। এতিয়া মই নিজ শিবিৰলৈ যাওঁ, বিধি-অনুসৰি শ্রাদ্ধকার্য্য সম্পন্ন কৰোঁগৈ।" এই বুলি ৰজা জনকৰ পৰা বিদায় লৈ ঋষিপ্রৱৰ বশিষ্ঠ আৰু বিশ্বামিত্রক আগত লৈ যশোবন্ত ৰজা দশৰথ তাৰ পৰা প্রস্থান কৰিলে। ১৭-২০

ৰজা দশৰথ নিজ বাসস্থানলৈ আহি যথাবিধি শ্রাদ্ধকার্য্য সম্পাদন কৰিলে আৰু ৰাতিপুৱাতে শয্যা ত্যাগ কৰি উত্তম গোদান কার্য্য শেষ কৰিলে। এই প্রসঙ্গতে নৰাধিপে প্রত্যেকটো পুত্ৰৰ বাবে এক লক্ষকৈ চাৰিলক্ষ সোণৰ শিং বন্ধোৱা দুগ্ধৱতী সবৎসা ধেনু, কাঁহৰ দোহন পাত্রে সৈতে ব্রাহ্মণসকলক দান কৰিলে। ইয়াৰ উপৰিও পুত্ৰবৎসল ৰঘুনন্দনে পুত্ৰগণৰ হিতৰ অর্থে গোদানক উদ্দেশ্য কৰি আন আন বহুত ধনৰত্ন ব্রাহ্মণসকলৰ মাজত বিতৰণ কৰিলে। ২১-২৪

এইদৰে গোদান কার্য্য সমাপন কৰাৰ পিচত ৰজা, পুত্ৰগণৰ দ্বাৰা পৰিবৃত হৈ লোকপালদেৱতাবর্গপৰিবৃত চাৰুদর্শন প্রজাপতি সদৃশ শোভান্বিত হল। ২৫

**ইতি দ্বিসপ্ততিতম সর্গ সমাপ্ত।**

# ত্রিসপ্ততিতম সর্গ (৭৩)

## ৰাম, লক্ষ্মণ, ভৰত, শত্রুঘ্নৰ বিবাহ।

যিদিনাখন ৰজাই গোদান কার্য্য সম্পন্ন কৰিলে, ঠিক সিদিনাই বীৰ যুধাজিৎ আহি ৰজা দশৰথৰ ওচৰত উপস্থিত হল। তেওঁ কেকয় ৰজাৰ পুত্ৰ আৰু ভৰতৰ মাতুল। ৰজাক দেখা পাই মঙ্গল-বাতৰি সুধি তেওঁ কলে, "হে ৰাজন, কেকয়াধিপতিয়ে চেনেহতে আপোনাৰ নিজৰ মঙ্গল বাতৰি সুধি জানিব বিচাৰিছে যে আপুনি যি সকলৰ মঙ্গল কামনা কৰে সেই সকলো মঙ্গলে আছে নে? হে ৰাজেন্দ্র, মহীপতিয়ে মোৰ ভাগিনীসুত ভৰতক চাবলৈ ইচ্ছা কৰাত মই সেই উদ্দেশ্যে অযোধ্যালৈ গৈছিলোঁ। হে ৰঘুনন্দন, তালৈ গৈ যেতিয়া শুনিলোঁ যে আপোনাৰ পুত্রগণ বিবাহৰ অর্থে আপোনাৰে সৈতে মিথিলানগৰীলৈ আহিছে, মইও মোৰ ভগিনীপুত্ৰক চাবলৈ ইয়ালৈ আহিছোঁ।" তেতিয়া ৰজা দশৰথে প্রিয় অতিথি উপস্থিত হোৱা দেখি পূজা-অর্চনাৰে তেওঁক সৎকাৰ কৰিলে। তাৰ পিচত ৰজাই পুত্ৰসকলে সৈতে ৰাতিটো কটাই ৰাতিপুৱাতে উঠি প্রাতঃকৃত্য সমাপন কৰি কর্মতত্বজ্ঞ ৰজাই ঋষিসকলক আগত লৈ যজ্ঞস্থলৰ-দুৱাৰ মুখত উপস্থিত হল; আৰু শুভ বিজয়লগ্ন উপস্থিত হোৱাত মঙ্গলাচৰণৰ পিচত সর্বালঙ্কাৰ-বিভূষিত ভ্রাতৃবর্গৰে সৈতে ৰাম, বশিষ্ঠ আৰু আন আন মহর্ষিবৃন্দক আগত লৈ লগে লগে ওলাল। তেতিয়া ভগবান বশিষ্ঠ মুনিয়ে যজ্ঞস্থলৰ ভিতৰলৈ গৈ বিদেহ ৰজাক কলে, "হে ৰাজন, মঙ্গলাচৰণ শেষ কৰি ৰজা দশৰথ পুত্ৰগণে সৈতে কন্যাদাতাৰ অনুমতি অপেক্ষা কৰি দুৱাৰ মুখত ৰৈ আছে। দাতা আৰু প্রতিগ্রহীতা উভয়ৰে সংযোগতহে সকলো দানধর্ম সম্ভৱ হয়। এতেকে বিবাহোপযোগী সকলো শ্রেষ্ঠ লৌকিক আৰু অলৌকিক কর্ম সম্পন্ন কৰি আপুনি প্রবেশৰ অধিকাৰ দিয়ক। তেতিয়ালৈ আমি বাহিৰতে আছোঁ।" ১-১২

মহাত্মা বশিষ্ঠই এইদৰে কোৱাত উদাৰমনা পৰম ধার্মিক তেজস্বী ৰজা জনকে উত্তৰ দিলে, "প্রবেশ বিষয়ত বাধা দিবলৈ দুৱাৰ মুখত কোন প্রতিহাৰী আছে? আৰু কাৰ আদেশ অপেক্ষা কৰি তেওঁ পদূলিতে ৰৈ আছে? এই ৰাজ্যখন যিদৰে মোৰ, সেইদৰে আপোনাৰো। এতেকে নিজ ঘৰত প্রবেশ কৰিবলৈ বাছ-বিচাৰ কৰিবৰ কি আছে? হে মুনিশ্রেষ্ঠ, সকলো মাঙ্গলিক কার্য্য সমাপনৰ পিচত দীপ্তাগ্নিসম প্রভান্বিতা মোৰ কন্যাগণ বেদীৰ ওচৰত ৰৈ আছে। এতেকে মইহে

আপোনাসকলৰ আগমন প্ৰতীক্ষা কৰি বেদীৰ ওচৰত অপেক্ষা কৰি আছোঁ। আপুনি অনুগ্ৰহ কৰি সকলো কাৰ্য্য নিৰ্বিঘ্নে সম্পন্ন কৰক, বিলম্ব কৰাৰ প্ৰয়োজন নাই।” ১৩-১৬

ৰজা জনকৰ এই কথা শুনি দশৰথে নিজ পুত্ৰগণ আৰু ঋষিসকলক বিবাহ-মণ্ডপত প্ৰবেশ কৰোৱাত বিদেহাধিপতিয়ে বশিষ্ঠক কলে, “হে ধাৰ্মিকপ্ৰবৰ, এতিয়া আপুনি ঋষিসকলে সৈতে লোকপ্ৰিয় ৰামৰ সকলো বৈবাহিক কৰ্ম সম্পন্ন কৰাওক।” তেতিয়া ভগবান বশিষ্ঠে ‘তথাস্তু’ বুলি কৈ বিশ্বামিত্ৰ আৰু ধাৰ্মিক শতানন্দক আগত লৈ মণ্ডপৰ ভিতৰত বিধিমতে বেদি নিৰ্মাণ কৰালে। চাৰিওফালে গন্ধপুষ্প, সুবৰ্ণপাত্ৰ, নানাবৰ্ণে চিত্ৰিত অঙ্কুৰাদিযুক্ত কলহ, আৰোপিত অঙ্কুৰৰ মলা, ধূপে সৈতে ধূপদানি, শঙ্খপাত্ৰ, স্ৰুব আৰু স্ৰুচ, অৰ্ঘ্যপাত্ৰ, আখৈৰ পাত্ৰ, হৰিদ্ৰা-লেপনাদি সংস্কাৰপাত্ৰ আদিৰে বেদী অলঙ্কৃত কৰি তাত সমপৰিমাণ কুশ বিস্তাৰ কৰিলে। তাৰ পিচত মন্ত্ৰপূৰ্বক অগ্নিস্থাপন কৰি মহাতেজস্বী মুনিপুঙ্গৱ স্বয়ং বশিষ্ঠদেৱে সেই অগ্নিত আহুতি* দিলে। ১৭-২৪

তাৰ পিচত সৰ্বালঙ্কাৰ বিভূষিতা সীতাক উলিয়াই আনি সেই অগ্নিৰ সন্মুখত ৰামৰ পিনে মুখ কৰি বহুৱাইলৈ ৰজা জনকে কৌশল্যানন্দবৰ্দ্ধন ৰামক সম্বোধন কৰি কলে “হে ৰাম, এই মোৰ কন্যা সীতা আজিৰপৰা তোমাৰ সহধৰ্ম্মাচাৰিণী হল। আশীৰ্বাদ কৰিছোঁ, তোমাৰ মঙ্গল হওক, তুমি নিজ হাতেৰে তেওঁৰ পাণিগ্ৰহণ কৰা। পতিব্ৰতা সৰ্বগুণ সম্পন্না এই সীতা তোমাৰ ছাঁৰ নিচিনা সদায় তোমাৰ অনুগতা হৈ থাকিব।” এই বুলি কৈ ৰজাই তেওঁলোকৰ ওপৰত মন্ত্ৰপূত জল সিঞ্চন কৰিলে। লগে লগে দেৱতা আৰু ঋষিসকলৰ মাজৰপৰা সাধুবাদ হব ধৰিলে আৰু দেৱদুন্দুভি বাদ্যৰ লগতে প্ৰচুৰ পুষ্পবৃষ্টি হল। এইদৰে মন্ত্ৰোদক সিঞ্চনৰ দ্বাৰা কন্যা সীতাক অৰ্পণ কৰি, ৰজা জনকে আনন্দতে পৰিপ্লুত হৈ লক্ষ্মণক উদ্দেশ্য কৰি কব ধৰিলে “লক্ষ্মণ, ওচৰলৈ আহা। আশীৰ্বাদ কৰিছোঁ তোমাৰ মঙ্গল হওক। উৰ্ম্মিলাক অৰ্পণ কৰিবলৈ মই আগ বাঢ়িছোঁ। তুমি তেওঁৰ পাণি গ্ৰহণ কৰা। বিলম্বৰ প্ৰয়োজন নাই।” লক্ষ্মণক এইদৰেকৈ ভৰতক আহ্বান কৰি কলে “হে ৰঘুনন্দন, তুমি নিজ হাতেৰে মাণ্ডৱীৰ পাণি গ্ৰহণ কৰা।” ভৰতৰ পিচত ধৰ্মাত্মা মিথিলাধিপতিয়ে শত্ৰুঘ্নক কলে “হে মহাবাহু, তুমি শ্ৰুতকীৰ্ত্তিৰ পাণি গ্ৰহণ কৰা।” ইয়াৰ পিচত সকলোটি কুমাৰকে লক্ষ্য কৰি ৰজাই কলে, “হে ককুৎস্থকুলসম্ভৱ কুমাৰ সকল, তোমালোক সকলোটি সৌম্য আৰু সুচৰিত্ৰ সম্পন্ন, এতিয়া তোমালোক সকলোটিয়ে নিজ নিজ পত্নী গ্ৰহণ কৰা। ইয়াত সময় অতিবাহিত হব দিয়াৰ কাম

* দৰাৰ সলনি পুৰোহিতে আহুতি দিলে—টীকাকাৰ।



নাই।” ৰজা জনকৰ কথাশুনি চাৰিওজন ৰাজপুত্ৰই চাৰিগৰাকী কন্যাৰ পাণি স্পৰ্শ কৰি বশিষ্ঠৰ আদেশ অনুসৰি অগ্নি, বিবাহবেদী, ৰজা জনক আৰু মহাত্মা ঋষিসকলক ভাৰ্য্যাসকলে সৈতে প্ৰদক্ষিণ কৰাৰ পিচত শাস্ত্ৰমতে বিবাহৰ হোম আদি অৱশিষ্ট কাৰ্য্য সমাপন কৰিলে। তেতিয়া অন্তৰীক্ষৰপৰা প্ৰভাবিত প্ৰচুৰ পুষ্পবৃষ্টি হব ধৰিলে আৰু দিব্যদুন্দুভি শব্দৰ লগত গীত বাদ্যৰ সুৰে সুৰে অপ্সৰাবৰ্গ আৰু গন্ধৰ্ব্বসকলে নৃত্য আৰু সুললিত গীতৰ ধ্বনিৰে অদ্ভুত এটা দৃশ্য উৎপন্ন কৰিলে। এইদৰে তূৰ্য্যধ্বনি হোৱাৰ লগে লগে মহাশক্তি সম্পন্ন ৰঘুনন্দন ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নই ভাৰ্য্যা গ্ৰহণ কৰি তিনিবাৰ অগ্নি প্ৰদক্ষিণ কৰাৰ পিচত ভাৰ্য্যা সকলে সৈতে তেওঁলোক নিজ শিবিৰলৈ প্ৰস্থান কৰিলে আৰু ৰজা দশৰথেও দৰাকন্যাৰ মধুৰ মিলন চাই চাই বন্ধুবান্ধৱ আৰু ঋষিবৰ্গে সৈতে কুমাৰ সকলৰ পিচে পিচে শিবিৰলৈ যাত্ৰা কৰিলে। ২৫-৪০

ইতি ত্ৰিসপ্ততিতম সৰ্গ সমাপ্ত।

## চতুঃসপ্ততিতম সৰ্গ (৭৪)

### বিশ্বামিত্ৰৰ উত্তৰ দিশলৈ প্ৰস্থান ঃ বাটত পৰশুৰামৰ লগত ৰামৰ সংঘৰ্ষ।

তাৰ পিচত নিশাকাল অতীত হোৱাত, মহামুনি বিশ্বামিত্ৰই ৰজা দশৰথ আৰু জনকৰ পৰা বিদায় লৈ উত্তৰফালৰ পৰ্ব্বতলৈ গতি কৰিলে। বিশ্বামিত্ৰৰ বিদায়ৰ পিচত ৰজা দশৰথে মিথিলাধিপতিৰ পৰা বিদায় লৈ নিজ নগৰীলৈ যাবলৈ ওলাল। তেতিয়া বিদেহৰাজে কন্যাসকলৰ লগত এক লক্ষ ধেনু, অসংখ্য উৎকৃষ্ট কম্বল, পট্টবস্ত্ৰ, কৌটি সংখ্যা পৰিমাণ সাধাৰণ বস্ত্ৰ, হাতী, ঘোঁৰা, ৰথ আৰু পদাতি সেনা, সহচৰী হিচাপে দিব্যৰূপসম্পন্না স্বালংকৃতা একশত কন্যা, অনেক দাস দাসী সোণ, ৰূপ, বিদ্ৰুম আৰু মুক্তা যৌতুক স্বৰূপে দান কৰিলে। এইদৰে ৰজা জনকে হৃষ্টচিত্তে এইবোৰ আৰু ইয়াৰ অতিৰিক্ত আৰু বহুবিধ যৌতুকে সৈতে ৰজা দশৰথক বিদায় দি নিজ পুৰী মিথিলাত প্ৰবেশ কৰিলে। তেতিয়া ৰজা দশৰথেও মহাত্মা পুত্ৰগণে সৈতে ঋষিবৃন্দক আগত লৈ সৈন্যদল সমন্বিতে নিজ দেশলৈ গতি কৰিলে। ১-৮

এইদৰে ঋষিসজ্ঘ আৰু কুমাৰসকলে সৈতে গৈ থাকোতে, তেওঁলোকে চাৰিও-ফালে পক্ষীসমূহৰ দুৰ্ঘোৰ ৰব শুনিব পালে আৰু লগে লগে মৃগকুলক দক্ষিণৰ ফালে গমন কৰা দেখিলে। ৰাজশ্ৰেষ্ঠ দশৰথে এই সকলো দেখি শুনি বশিষ্ঠক সুধিলে "অশুভ পক্ষীসকলৰ এই ঘোৰ নিনাদ আৰু মৃগসমূহৰ দক্ষিণফালে গমনৰ কাৰণ কি? হৃৎকম্পী এই ঘটনাৰ পৰা মোৰ মন বৰ বিষণ্ণ হৈছে।" ৰজা দশৰথৰ কথা শুনি ঋষিবৰে মধুৰস্বৰে কলে, "ৰাজন, ইয়াৰ যি ফল কওঁ, শুনক—পক্ষীসমূহৰ নিনাদৰ পৰা বুজা যায় যে ঘোৰ এক ভয়ৰ কাৰণ উপস্থিত কিন্তু মৃগসমূহে দক্ষিণফালে গমন কৰাত ভয়ৰ কাৰণ উপশমিত হৈছে। এতেকে আপুনি মনৰ বিষাদ পৰিত্যাগ কৰক।" এইদৰে কৈ মিলি গৈ থাকোতেই মেদিনী কঁপাই গছ-গছনি উভালি প্ৰবল এক বায়ু প্ৰবাহিত হব ধৰিলে। ঘোৰ এক অন্ধকাৰে সূৰ্য্যদেবক আবৰি ধৰিলে, কোনোৱে দিগ্‌বিদিক নেদেখা হল। সমগ্ৰ সৈন্যবল ভস্মাবৃত হৈ বিমূঢ় হোৱাদি হল। অকল বশিষ্ঠ প্ৰমুখ ঋষিগণ, ৰজা আৰু ৰাজপুত্ৰসকল ভিন্ন আন সকলোৱে চেতনা হেৰুৱালে। এনেতে ৰজাই জটামণ্ডলধাৰী, ভীমমূৰ্তি ক্ষত্ৰকুল বিমৰ্দ্দনকাৰী ভাৰ্গৱ জামদগ্নিক (পৰশুৰামক) দেখা পালে। তেওঁ কৈলাস পৰ্বতসম ভীমাকৃতি, কালাগ্নিসম দুঃসহ আৰু নিজ তেজঃপুঞ্জবলে দেদীপ্যমান হৈ সাধাৰণৰ চকুত ছাং মাৰি ধৰিছিল। তেওঁ স্কন্ধদেশত পৰশু, হাতত বিদ্যুৎ প্ৰভান্বিত ধনু আৰু উগ্ৰ শৰে সৈতে দেখোতে সাক্ষাৎ ত্ৰিপুৰান্তকাৰী শিৱৰ নিচিনা ৰূপ ধাৰণ কৰিছিল। ভীমাকৃতি জ্বলন্ত বহ্নিসম তেওঁৰ ৰূপ দেখি জপ আৰু হোমপৰায়ণ বশিষ্ঠপ্ৰমুখ ঋষিসকলে মিলিত হৈ গোপনে আলোচনা কৰিব ধৰিলে, 'পিতৃহত্যাৰ কাৰণ পাহৰিব নোৱাৰি ভাৰ্গৱে ক্ষত্ৰিয়কুল ধ্বংস কৰি ক্ৰোধ আৰু সন্তাপ পাহৰাৰ পিচত পুনঃ ক্ষত্ৰিয় নিৰ্মূ্ল কৰাটো তেওঁৰ অভিপ্ৰায় নহয় চাগৈ।' এইদৰে আলোচনা কৰি ভীমদৰ্শন ভাৰ্গৱলৈ অৰ্ঘ্য আগবঢ়াই 'ৰাম ৰাম' বুলি সম্বোধন কৰি মধুৰ বাক্যেৰে সম্ভাষণ জনালে। ঋষিদত্ত পূজা গ্ৰহণ কৰি প্ৰতাপবান জামদগ্ন্যই দশৰথতনয় ৰামক সম্বোধন কৰি কব ধৰিলে। ৯-২৪

ইতি চতুঃসপ্ততিতম সৰ্গ সমাপ্ত।

## পঞ্চসপ্ততিতম সৰ্গ (৭৫)

### ৰাম-পৰশুৰাম সম্বাদ

পৰশুৰামে কলে, "হে দশৰথসুত বীৰ ৰাম, তোমাৰ অদ্ভুত বীৰ্য্যৰ কথা মই শুনিছোঁ; আৰু ধনুভঙ্গ কাহিনীৰো সকলোখিনি কথা মোৰ কাণত পৰিছে। সেই অদ্ভুত আৰু অচিন্ত্যনীয় ধনুভঙ্গ কাহিনী শুনি আন এখন পৰম পবিত্ৰ ধনু লৈ মই তোমাৰ ওচৰলৈ আহিছোঁ। এতিয়া তুমি ভয়ঙ্কৰ জামদগ্ন্য এই মহৎ ধনুত জ্যা আৰোপ কৰি শৰসংযোগৰ দ্বাৰা তোমাৰ বল মোক দেখুওৱা। তেতিয়া হলে এই ধনুত জ্যা-সংযোগৰ দ্বাৰা তোমাৰ বল পৰীক্ষা কৰি পিচত তোমাৰ লগত ঘোৰতৰ দ্বন্দ্বযুদ্ধত প্ৰবৃত্ত হম।" ৰজা দশৰথে ভাৰ্গৱৰ কথা শুনি হাতযোৰ কৰি বিষণ্ণ বদনে কাতৰ ভাৱে কব ধৰিলে। ১-৫

"হে ভগবন ক্ষত্ৰিয়কুলৰ বিৰুদ্ধে আপোনাৰ যি ক্ৰোধ সি এতিয়া উপশমিত হৈছে, আপুনি মহাতপা আৰু ব্ৰাহ্মণ। মোৰ অনুৰোধ আপুনি যেন অনুগ্ৰহ কৰি মোৰ এই বালপুত্ৰসকলক অভয় দান কৰে। আপুনি স্বাধ্যায়ব্ৰতশীল ভাৰ্গৱকুলত জন্মগ্ৰহণ কৰি সহস্ৰাক্ষ ইন্দ্ৰৰ ওচৰত প্ৰতিজ্ঞা কৰি অস্ত্ৰশস্ত্ৰ এৰি পেলাইছে। তাৰ পিচতে ধৰ্মভাবৰ আশ্ৰয় লৈ কশ্যপৰ হাতত পৃথিবীৰ ভাৰ অৰ্পণ কৰি বনবাসী হৈ মহেন্দ্ৰ পৰ্বতত আশ্ৰয় লৈছে গৈ। এতিয়া হে মহামুনি, মোৰ সৰ্বনাশ সাধিবলৈ আপুনি ইয়াত উপস্থিত হৈছেহি। অকল এই ৰামৰ কিবা এটা হলেই আমাৰ সকলোটিৰ কোনো এজনো জীয়াই নাথাকিব।" ৬-৯

ৰজা দশৰথে এইদৰে কোৱাতো প্ৰতাপবান জামদগ্ন্যই সেই কথালৈ কাণ নিদি ৰামক উদ্দেশ্য কৰি কব ধৰিলে, "এই দুখন শ্ৰেষ্ঠ দিব্য ধনু পূৰ্বতে বিশ্বকৰ্মাই নিৰ্মাণ কৰে। এই উভয় ধনু সুদৃঢ়, বলশালী, প্ৰধান, খ্যাতনামা আৰু লোকপূজ্য। তাৰে এখন দেৱতাসকলে ত্ৰিপুৰবাসীসকলৰ লগত যুদ্ধকামী ত্ৰ্যম্বকক দান কৰে। হে নৰশ্ৰেষ্ঠ কাকুৎস্থ, যি ধনু তুমি ভঙ্গ কৰিলা সেইখনেই ত্ৰিপুৰবধকাৰী ধনু। দ্বিতীয় দুৰ্দ্ধৰ্ষ এই ধনু দেৱতাসকলে বিষ্ণুক দান কৰে আৰু সেই হিচাপে এইখন শত্ৰুবিনাশক বৈষ্ণৱ ধনু নামে খ্যাত। হে কাকুৎস্থ, এই ধনুখনো ৰুদ্ৰধনুসম সমান সামৰ্থ্যবান্। পিচত দেৱতাসকলে শিতিকণ্ঠ শিৱ আৰু বিষ্ণুৰ বলাবল চাবলৈ বুলি পিতামহ ব্ৰহ্মাৰ ওচৰ চাপে। তেতিয়া সত্য সংকল্প পিতামহে দেৱতাসকলৰ অভিপ্ৰায় বুজি উভয়ৰে ভিতৰত বিৰোধ ঘটাই দিলে। এই বিৰোধতে পৰস্পৰ বিজীগিষু শিতিকণ্ঠ আৰু বিষ্ণুৰ ভিতৰত লোমহৰ্ষণকাৰী ভীষণ এখন যুদ্ধ হয়।

বিষ্ণুৰ এক হুঙ্কাৰতে শৈব ধনু শিথিল হৈ পৰাত ত্ৰিলোচন মহাদেব স্তম্ভিত হয়। তেতিয়া দেবগণ, সিদ্ধঋষি আৰু চাৰণগণে সৈতে সুৰশ্ৰেষ্ঠ বিষ্ণু আৰু শিবৰ ওচৰ চাপি উভয়কে ক্ষান্ত হবলৈ স্তুতি কৰাত উভয়ে শান্তভাব গ্ৰহণ কৰে। বিষ্ণুৰ পৰাক্ৰমত শৈব ধনু শিথিল হোৱাত দেবতা আৰু ঋষিসকলে বিষ্ণুক অধিক বলশালী বুলি জনাত মহাযশোবন্ত ৰুদ্ৰদেবে খঙতে বিদেহাধিপতি ৰাজৰ্ষি দেবৰাতৰ হাতত শৰে সৈতে ধনু সমৰ্পণ কৰে। হে ৰাম তেতিয়া বিষ্ণুৱে শত্ৰুবিনাশক এই বৈষ্ণবধনু ন্যাসস্বৰূপে ভৃগুপুত্ৰ ঋচীকক দান কৰে। মহাতেজস্বী ঋচীকে আত্মহননকাৰী শত্ৰুৰ প্ৰতিক্ৰিয়া ৰহিত তেওঁৰ পুত্ৰ আৰু মদীয় পিতৃদেব মহাত্মা জমদগ্নিক এই ধনু দান কৰে। মদীয় পিতৃদেবে তপোবল লাভ কৰি অস্ত্ৰ পৰিত্যাগ কৰা কালত কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনে অমাৰ্জ্জিত বুদ্ধি ভাবত প্ৰণোদিত হৈ তেওঁক বধ কৰে। পিতাৰ অনুচিত নিদাৰুণ বধৰ কথা শুনি বহুবাৰ ক্ষত্ৰকুল উচ্ছন্ন কৰিলোঁ। ১০-২৪

এইদৰে সমগ্ৰ পৃথিবী লাভ কৰি যজ্ঞৰ শেহত পুণ্যকৰ্ম্মা মহাত্মা কশ্যপক দক্ষিণা স্বৰূপ সমগ্ৰ পৃথিবী দান কৰি তপোবল যুক্ত হৈ মহেন্দ্ৰ পৰ্ব্বতত আশ্ৰয় লৈ আছোঁ। তোমাৰ ধনুভঙ্গ কথা শুনি মই দ্ৰুতপদে ইয়ালৈ আছিছোঁ। এতিয়া তুমি ক্ষত্ৰধৰ্ম অনুসৰি পিতৃ পিতামহৰ পৰা প্ৰাপ্ত এই বৈষ্ণব ধনু গ্ৰহণ কৰি শত্ৰু বিনাশক শৰ ইয়াত সংযোগ কৰা। হে কাকুৎস্থ, যদি তুমি এই কাম কৰিবলৈ সক্ষম হোৱা তেতিয়াহে মই তোমাৰ লগত দ্বন্দ্ব যুদ্ধত প্ৰবৃত্ত হম। ২৫-২৮

ইতি পঞ্চসপ্ততিতম সৰ্গ সমাপ্ত।

## ষট্‌সপ্ততিতম সৰ্গ (৭৬)

### পৰশুৰামৰ পৰাভব

জামদগ্ন্য পৰশুৰামৰ কথা শুনি দশৰথ সুত ৰামে তেওঁৰ পিতৃদেব ওচৰত থকাৰ কাৰণে কথা সংযত কৰি মৃদুবাক্যে কব ধৰিলে, "হে ভাৰ্গব, আপুনি যি যি কাম কৰিছে সেই সকলো মোৰ শুনা আছে; আৰু হে ব্ৰহ্মন্, আপুনি পিতৃঋণ পৰিশোধ কৰিবলৈ ক্ষত্ৰকুল বধ কৰিবলৈ যি কাৰ্য্য কৰিছে তাকো মই মানি লৈছোঁ। কিন্তু হে ভাৰ্গব, যিহেতু মই ক্ষত্ৰিয় এতেকে মই বীৰ্য্যহীন আৰু অশক্ত বুলি



মোৰ শক্তিৰ যি অবমাননা কৰিছে তাৰ প্ৰত্যুত্তৰ হিচাপে আজি মোৰ পৰাক্ৰম চাই লওক।' কথা কোৱাৰ লগে লগে তেওঁ ক্ৰুদ্ধ হৈ ভাৰ্গবৰ হাতৰপৰা ক্ষিপ্ৰতাৰে সৈতে শ্ৰেষ্ঠ বৈষ্ণব ধনু আৰু শৰ নিজ হাতলৈ আনি ধনুত জ্যা আৰোপ কৰি শৰসংযোগ কৰিলে। পিচতেই ক্ৰোধান্বিত ভাবে ৰামে জামদগ্ন্য ৰামক কব ধৰিলে, "আপুনি ব্ৰাহ্মণ আৰু মহৰ্ষি বিশ্বামিত্ৰৰ ভগিনীৰ পৌত্ৰ; এতেকে সেই মহৰ্ষিৰ প্ৰতি সম্মানাৰ্থে, হে ৰাম, মই প্ৰাণ সংহাৰক এই শৰ আপোনাৰ ওপৰত নিক্ষেপ কৰিব পৰা নাই। মই স্থিৰ কৰিছোঁ যে এই শৰসন্ধানৰ দ্বাৰা হয় আপোনাৰ সৰ্বত্ৰ গতি অথবা তপোবল লব্ধ উৎকৃষ্ট লোকসমূহ—এই দুটাৰ এটাৰ বিনাশ কৰিম। নিজ শক্তিৰবলে শত্ৰুপক্ষৰ বল আৰু দৰ্প বিনাশক শত্ৰুপুৰবিজয়ী এই দিব্য বৈষ্ণব-শৰ বিফলে যাব নোৱাৰে।" ১-৮

তেতিয়া শ্ৰেষ্ঠ এই বৈষ্ণবাস্ত্ৰধাৰী ৰামক চাবলৈ বুলি ঋষিগণে সৈতে দেবতা-বৃন্দই পিতামহক আগত লৈ তাত মিলিত হল হি; আৰু লগে লগে গন্ধৰ্ব, অপ্সৰ, সিদ্ধ, চাৰণ, যক্ষ, ৰক্ষ, কিন্নৰ আৰু নাগসকলেও মহৎ এই অদ্ভুতকাৰ্য্য চাবলৈ তাত উপস্থিত হল। সেই সময়ত বৰাস্ত্ৰধাৰী ৰামত জামদগ্ন্য ৰামৰ তেজ সংক্ৰমিত হোৱাত তেওঁ স্তম্ভিত আৰু বীৰ্য্যহীন হৈ পদ্মপত্ৰাক্ষ ৰামৰ পিনে চাই ধীৰে ধীৰে কব ধৰিলে, 'হে কাকুৎস্থ, আদিতে যেতিয়া মই বসুন্ধৰা কশ্যপত অৰ্পণ কৰো তেতিয়াই কশ্যপে মোক কৈছিল যে তেওঁৰ ৰাজ্যত যেন মোৰ থকা নহয়। গুৰুবাক্য অনুসৰি সেই সময়ৰপৰা এৰাতিৰ কাৰণেও পৃথিবীত মই থকা নাই। এতেকে হে বীৰ ৰাঘব, তুমি মোৰ আকাশগমনাদি সাধনভূত গতি নাশ নকৰিবা; মই তাৰ সহায়তে পৰ্বতশ্ৰেষ্ঠ মহেন্দ্ৰাচললৈ প্ৰস্থান কৰিম। ৰাম, মই মোৰ তপোবলেৰে অতুলনীয় লোকসমূহ জয় কৰিছিলোঁ। এতিয়া তুমি শৰনিক্ষেপৰদ্বাৰা মোক সেই লোকসমূহ বিনাশ কৰা। তাৰ বাবে কালক্ষয় হব দিয়াৰ প্ৰয়োজন নাই। হে পৰন্তপ, তুমি হাতেৰে এই ধনু স্পৰ্শ কৰোতেই মই জানিব পাৰিছোঁ তুমি অক্ষয় মধুদানবহন্তা সেই সুৰেশ্বৰ। এই যে দেবতাগণক মই চাৰিওফালে দেখিব ধৰিছোঁ তেওঁলোকেও যুঁজত অপ্ৰতিদ্বন্দ্বী অপ্ৰতিমকৰ্মবীৰ তোমাকেই চাবলৈ বুলি ইয়াত সমবেত হৈছেহি। হে কাকুৎস্থ, ত্ৰৈলোক্যনাথ তোমাৰ ওচৰত মোৰ এই পৰাভব কোনো লজ্জাৰ বিষয় নহয়। হে সুব্ৰত ৰাম, এতিয়া তুমি তোমাৰ অতুলনীয় সেই শৰ নিক্ষেপ কৰা। তুমি শৰ এৰি দিয়াৰ লগে লগে মই পৰ্বতশ্ৰেষ্ঠ মহেন্দ্ৰাচললৈ গতি কৰিম।" ৮-২০

জামদগ্ন্য ৰামে এইদৰে কোৱাত দশৰথসুত প্ৰতাপবান শ্ৰীমান ৰামে সেই শ্ৰেষ্ঠ শৰ প্ৰয়োগ কৰিলে আৰু তপস্যালব্ধ লোকসমূহৰ বিনাশ দেখা পাই জামদগ্ন্য ৰামে শীঘ্ৰে মহেন্দ্ৰ পৰ্বতলৈ গমন কৰিবলৈ সাজু হল। লগে লগে চাৰিওফালৰ

দিক উপদিক সকলৰ পৰা অন্ধকাৰ আঁতৰি গল আৰু ঋষিগণে সৈতে দেবতাবর্গই উদ্যতাস্ত্র ৰামক প্রশংসা কৰিব ধৰিলে। তেতিয়া দশৰত-সুত ৰামে জামদগ্ন্যক পূজা অর্চনা জনোৱাত জমদগ্নি-সুত প্রভু ৰামে ৰামক প্রদক্ষিণ কৰি নিজ ইচ্ছামতে গতি কৰিলে। ২১-২৪

**ইতি ষট্‌সপ্ততিতম সর্গ সমাপ্ত**

## সপ্তসপ্ততিতম সর্গ (৭৭)

### পুত্ৰসকলে সৈতে ৰাজা দশৰথৰ অযোধ্যালৈ প্রত্যাগমন। ভৰত আৰু শত্রুঘ্নৰ মাতুলালয়লৈ যাত্রা।

জমদগ্নি-পুত্র ৰাম গলত প্রশান্তচিত্ত হৈ মহাযশঃশালী ৰামে বৈষ্ণৱ ধনুখন অতুল পৰাক্রমী বৰুণৰ হাতত দিলে। তাৰ পিচত বশিষ্ঠ প্রমুখ ঋষিবৃন্দক নমস্কাৰ জনাই ৰঘুনন্দনে পৰশুৰামৰ ভয়তে বিহ্বল হৈ থকা পিতৃদেবক কলে, "পিতা, জমদগ্নি-সুত ৰাম গল, এতিয়া আপোনাৰ আদেশ অনুসৰি আমাৰ চতুৰঙ্গ সেনাদলে অযোধ্যাৰ পিনে গতি কৰক।" ৰামৰ কথা শুনি ৰজা দশৰথে পুতেকক হাতেৰে সাবটি ধৰি আদৰতে তেওঁৰ শিৰোভাগ ঘ্রাণ কৰিলে। জামদগ্ন্য ৰাম যোৱা শুনি ৰজা আনন্দতে অধীৰ হৈ নিজ পুত্ৰৰ পুনর্জন্মপ্রাপ্তি হোৱা যেন পালে। পিচত সেনাদলক অগ্রসৰ হবলৈ আদেশ দিয়াত সকলোৱে সোনকালে ধ্বজ-পতাকাৰে সুশোভিতা, তুর্য্যনিনাদে মুখৰিতা ৰম্যা অযোধ্যা নগৰীত প্রবেশ কৰিলে। সেই সময়ত অযোধ্যা নগৰীৰ পথসমূহ জলসিঞ্চনৰ দ্বাৰা ধৌত আৰু চাৰিওকালে কুসুমৰাশি প্রক্ষিপ্ত হৈ থকাত গোটেইখন নগৰীয়ে এটা ৰমণীয় মূৰ্ত্তি ধাৰণ কৰিছিল। ৰজাৰ প্রবেশৰ লগে লগে সকলোৰে মুখ উৎফুল্ল হৈছিল আৰু পুৰবাসী সকলৰ হাতত মাঙ্গলিক দ্রব্যই শোভা পাইছিল। সমগ্র পুৰী জনসমাজৰ সমাগমত সম্পূর্ণ আৰু সালংকৃতাদি হোৱাৰ দৰে হৈছিল। পুত্র আৰু শ্রীসদৃশ পুত্ৰবধূগণৰ দ্বাৰা অনুগত হৈ শ্রীমান যশোৱন্ত ৰজা নগৰত প্রবেশ কৰাৰ লগে লগে পৌৰজন আৰু পুৰবাসী দ্বিজগণে তেওঁক আদৰি নিয়াত ৰজাই হিমাদ্রি সদৃশ শুভ্র আৰু উচ্চ প্রিয় নিজ ভৱনত প্রবেশ কৰিলে।



পিচত নানা ভোগ্যদ্রব্যৰ দ্বাৰা সম্পূজিত হৈ ৰজাই আত্মীয়-স্বজনৰ লগত সুখে দিন নিয়াব ধৰিলে। ইপিনে কৌশল্যা, সুমিত্রা, সুমধ্যমা কৈকেয়ী আৰু আন আন যিসকল ৰাজমহিষী আছিল সকলোৱে বোৱাৰীসকলক আদৰিবলৈ যত্নপৰায়ণা হল। ৰাজমহিষী সকলে অশেষ গুণ-সম্পন্না সীতা, যশস্বিনী ঊর্মিলা আৰু ৰজা কুশধ্বজৰ কন্যাদ্বয়ক আদৰি লৈ হোমাদি মাঙ্গলিক আৰু আশীর্বচনাদি কার্য্য শেষ কৰিলে। পট্টবস্ত্রেৰে সুশোভিতা বোৱাৰী সকলে দেবমন্দিৰ আৰু পূজনীয়গণক অভিবাদন জনাই নিজ নিজ স্বামী সকলে সৈতে পৰম আনন্দে দিন নিয়াবলৈ ধৰিলে। আনপিনে নৰশ্রেষ্ঠ কুমাৰগণেও নিজ নিজ সহধর্মিণী পাই অস্ত্রবিদ্যাত পার্গতালি লাভ কৰি ধনে জনে পূর্ণ হৈ পিতৃদেবৰ সেবাৰত হল। ১-১৫

এইদৰে কিছুদিন যোৱাৰ পিচত ৰঘুকুলজাত ৰজা দশৰথে কৈকেয়ী-পুত্র ভৰতক কলে, "হে পুত্রক, কেকয় ৰজাৰ পুত্র যুধাজিৎ আজি বহুদিনৰ পৰা ইয়াতে আছে। তোমাৰ মাতুল বীৰ যুধাজিতে তোমাক নিবলৈ আহিছে।" কৈকেয়ী-সুত ভৰতে ৰজা দশৰথৰ এই কথা শুনি শত্রুঘ্নৰে সৈতে যাবলৈ প্রস্তুত হল। পিচত পিতৃদেব, স্নেহশীল ৰাম আৰু মাতৃসকলৰ পৰা বিদায় লৈ নৰশ্রেষ্ঠ বীৰ ভৰতে শত্রুঘ্নেৰে সৈতে মাতুলালয়লৈ গমন কৰিলে। যুধাজিতে শত্রুঘ্নে সৈতে ভৰতক পাই আনন্দিত চিত্তে নিজ নগৰলৈ যোৱা দেখি তেওঁৰ পিতৃদেব (কেকয়ৰাজ) পৰম আনন্দিত হল। ১৬-২০

ভৰত যোৱাত ৰাম আৰু লক্ষ্মণ উভয়ে দেবতাসদৃশ পিতাকৰ সেৱা-শুশ্রূষা কৰিবলৈ ধৰিলে। পিতৃদেবৰ আজ্ঞা লৈ তেওঁলোকে প্রজাৰ প্রিয় আৰু হিত চিন্তা কৰি নগৰৰ সকলো কাম সমাধা কৰিছিল আৰু সেইদৰে মাতৃ সকলোৰো সকলো আদেশ তেওঁলোকৰ মনঃপুত হোৱাকৈ সম্পন্ন কৰিছিল। গুৰুজন সকলৰ প্রতি তেওঁলোকৰ যি যি কর্তব্য আছিল সময়ে সময়ে সেই বিষয়েও সংযতচিত্ত হৈ কামত আগবাঢ়িছিল। এইদৰে ৰজা দশৰথ, ব্রাহ্মণ, বণিক সম্প্রদায় আৰু দেশবাসী সকলোৱে ৰামৰ আচাৰ আৰু ব্যবহাৰত সন্তুষ্ট হৈছিল। ৰজা দশৰথৰ পুত্ৰসকলৰ ভিতৰত সত্যপৰাক্রম ৰামেই পৃথিবীত অতি যশস্বাবান হৈ প্রজাবর্গৰ ভিতৰত স্বয়ম্ভু সদৃশ গুণবান হৈছিল।

ৰামে সীতাৰে সৈতে বহু বছৰ আমোদ প্রমোদতে দিন কটালে। সীতাৰ প্রতি অনুগত হৈ তেওঁ সীতাৰ হৃদয় অধিকাৰ কৰিলে আৰু সীতাইও পিতৃদত্তা হৈ প্রকৃততে ৰামৰ প্রিয়া ভার্য্যা হল। উভয়ে ৰূপ আৰু গুণত এক হোৱাৰ কাৰণে পৰস্পৰৰ ভিতৰত প্রীতি আৰু সুখ ক্রমাৎ বাঢ়ি যাবলৈ ধৰিলে। ৰামে তেওঁৰ স্নেহ দ্বিগুণ পৰিমাণে সীতাত অর্পণ কৰিলে আৰু মনত মন মিলাই

উভয়ে অন্তৰৰ কথা প্ৰকাশ কৰিব ধৰিলে। এইদৰে জনকাত্মজা শ্ৰীসদৃশৰূপৱতী সীতা ক্ৰমে ৰামৰ অধিক প্ৰিয়া হৈ উঠিল।

মুঠতে অমৰেশ্বৰ বিষ্ণুই কমলাক লাভ কৰি যিদৰে আনন্দিত হৈছিল, ৰাজৰ্ষি-দশৰথ-সুত ৰামেও তেওঁৰ মনোমত শ্ৰেষ্ঠা ৰাজকন্যা জানকীক পাই সেইদৰে আনন্দিত হৈ শোভমান হৈছিল। ২১-২৯

ইতি সপ্তসপ্ততিতম সৰ্গ সমাপ্ত

## ভগবান বাল্মীকি-প্ৰণীত শ্ৰীৰামায়ণৰ অন্তৰ্ভুক্ত বালকাণ্ড সমাপ্ত।

নমঃ সীতায়াঃ পতয়ে শ্ৰীৰামচন্দ্ৰায় নমঃ।

